# জোনাকী সাঁকো

অমৰজ্যোতি বৰুৱা

চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১

প্ৰকাশক : ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১
দূৰভাষ ঃ ০৩৬১-২৫১১৯৪৬

দ্বিতীয় প্ৰকাশ ঃ ২০০৯ চন

মূল্য ঃ ১৮০.০০ টকা

বেটুপাত ঃ উৎপল বৰা

ডি.টি.পি ঃ আৰ জি. ডকুমেণ্টেচন
হাতীগড় চাৰিআলি,
গুৱাহাটী - ২৪

মুদ্ৰণ ঃ আৰোৰা ফাইন আৰ্টচ
বামুণীমৈদাম, গুৱাহাটী - ২১



প্ৰতিদিনে 'বুঢ়ী আইৰ সাধু' পুথিখন
গাৰুৰ তলত থোৱা
আমাৰ কন্যা
দৰ্শনাৰ
হাতত 'জোনাকী সাঁকো'খন থ'লো।
অসমৰ নগৰ-চহৰ
গাঁও-ভূঁই সকলো ঠাইতে
যেন সাহিত্যৰথীৰ ফেন ক্লাব
গঢ়ি উঠে— তাৰ কামনাৰে।

দেউতা

# আগকথা

'অৰুণোদই'ৰ ধিমিক-ধামাক পোহৰত আধুনিক অসমীয়া ভাষা-সাহিত্যই পুনৰ জীপ ধৰিছিল যদিও যেন গোঁঠেলা মাৰি আছিল। ঢেকিয়াল ফুকন-হেমচন্দ্ৰ-গুণাভিৰামৰ দিনতো অৱস্থা একেদৰেই থাকিল। আধুনিক অসমীয়া সাহিত্য জোনাকী-যুগ আৰু বাঁহী যুগত নিকপকপীয়াহৈ পৰিল। সেইসকল সাহিত্যিকৰ ভিতৰত লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ, সত্যনাথ, ৰজনীকান্ত, পদ্মনাথ, বেণুধৰ, আনন্দচন্দ্ৰ, লক্ষ্মীৰাম প্ৰভৃতি সাহিত্যিকসকল জাতিৰ চিৰ নমস্য। সেই সকলৰ মাজত লক্ষ্মীনাথ বেজবৰুৱা আছিল বৰ-সেনাপতি।

বেজবৰুৱা আৰু তেখেতৰ সতীৰ্থসকলক দ-কৈ জানিবলৈ হ'লে তেখেতসকলনো কেনে পৰিস্থিতিত ডাঙৰ-দীঘল হৈছিল আৰু কেনে ধৰণৰ বিজতৰীয়া শিক্ষা-সংস্কৃতিৰ মাজত তেওঁলোকৰ জীৱনৰ আগছোৱা অতিবাহিত কৰিবলৈ বাধ্য হৈ পৰিছিল, সেই কথাবোৰ ফঁহিয়াই চোৱা আৱশ্যক। লক্ষ্মীনাথকে ধৰি আধুনিক অসমীয়া সাহিত্য গঢ়ি তোলাসকলে আপোন দেশখনৰ পঢ়াশালিত চিৰ চেনেহী ভাষা জননীৰ সলনি বিদেশী ভাষাৰ মাধ্যমেৰে পাঠ গ্ৰহণ কৰিবলৈ বাধ্য হৈ পৰিছিল। তেনে এটি আহুকলীয়া পৰিৱেশত আৱদ্ধ হৈ পৰি আপোন ভাষা-সাহিত্যৰ আচল মুখখন নেদেখাকৈয়ে শিক্ষা সাং কৰি সেই যুগৰ বৰ-সেনাপতিগৰাকী বংশৰ প্ৰভাৱ, স্বকীয় প্ৰতিভা আৰু জীৱনজোৰা সাধনাৰ ফলত অসমীয়া সাহিত্যৰ আধুনিক যুগৰ দিক্‌পাল হৈ সমগ্ৰ জাতিটোৰ সন্মানীয় ব্যক্তি হৈ পৰিল।

"বৈষ্ণৱ যুগ, উত্তৰ বৈষ্ণৱ যুগৰ পাছতে মায়ামৰা বিদ্ৰোহ (১৭৬৯-৯৪), দন্দুৱা দ্ৰোহ (১৮১০) আদিৰ পাছত মানৰ আক্ৰমণ, অত্যাচাৰ আৰু অপশাসনে (১৮১৬-২৪) অসম দেশ আৰু ইয়াৰ বাসিন্দাসকলক যেনেদৰে জুৰুলা কৰিলে মোগলৰ সোতৰটা আক্ৰমণেও (১২১৬-১৬৮২) অসম দেশখনক তেনে পৰ্যায়লৈ নিব পৰা নাছিল। ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত ইয়াণ্ডাবুত ইংৰাজ আৰু মান- ৰজাৰ মাজত সন্ধি হ'ল আৰু অসম দেশখন ইংৰাজৰ হাতলৈ গ'ল। চোৰে চোৰে পিতল ভগালে গিৰিহঁতৰ চাই থাকোতেই গ'ল!"

ইংৰাজসকলে দেশলৈ আহি শিক্ষা আৰু আদালতত অসমীয়া ভাষাকে চলাইছিল। হঠাতে ১৮৩৬ চনত শিক্ষা আৰু আদালতৰ মাধ্যম অসমীয়াৰ পৰিৱৰ্তে বাংলা হৈ পৰিল! ১৮৩৭ চনৰ আইন আৰু দণ্ড বিধি আইনৰ ৩৩৭ নং ধাৰা মতে, দেৱানী আৰু ৰাজহ বিষয়ত ভাৰতবৰ্ষৰ প্ৰতিখন ৰাজ্যত নিজৰ নিজৰ ভাষা চলাব লাগে। কিন্তু

ব্যতিক্রম কেৱল অসমৰ ক্ষেত্ৰত! এনে দুৰ্ঘোৰ অন্যায়ৰ বিপক্ষে মাত মাতিবলৈ তেতিয়া কোনো অসমীয়া মানুহ আগবাঢ়ি অহা নাছিল। আই জননীৰ কণ্ঠ ৰুদ্ধ হৈ নিজ বহাতে বন্দিনী হৈ পৰিল। তেনেতে ঘোপ মৰা ডাৱৰৰ মাজত বিজুলীৰ এছাটি ৰেঙণিৰ দৰেই আমেৰিকাৰ বেপটিষ্ট মিচনেৰীৰ অসমলৈ আগমন ঘটিল। সেই পাদুৰীসকল আহিয়েই অসমীয়া-ভাষাৰ স্বতন্ত্ৰতা প্ৰমাণ কৰিবলৈ উঠি-পৰি লাগিল।

সাহিত্যৰ বুৰঞ্জীবিদ ড° মহেশ্বৰ নেওগৰ ভাষাত ঃ "লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া আধুনিক অসমীয়া সাহিত্যৰ ৰোমাণ্টিক স্তৰটোৰ এজন প্ৰৱৰ্তকেই মাত্ৰ নহয়. তেওঁৰ ব্যক্তিত্ব আৰু সাহিত্য-প্ৰচেষ্টাই থূলমূলভাৱে ১৮৯০-ৰ পৰা ১৯৩০ লৈকে, এই চাৰিটা দশকক নৱ-বৈষ্ণৱ সাহিত্যৰ শঙ্কৰদেৱৰ জীৱন আৰু ৰচনাই দিয়াৰ দৰে এক উজ্জ্বল ঐক্য প্ৰদান কৰিছিল। সেই বাবেই বৈষ্ণৱ-যুগটো শঙ্কৰদেৱৰ যুগ আৰু এই চল্লিশ বছৰীয়া আধুনিক সাহিত্যৰ যুগটো বেজবৰুৱাৰ যুগ। অসমীয়া সাহিত্যত এই দুটি বিশেষ কালৰ বাহিৰে আন সময়বোৰত ব্যক্তিৰ নামেৰে চিনাকি দিবলৈ টান. কাৰণ কোনো এজন কবি-সাহিত্যিকেই কোনো এডোখৰ কালৰ অবিসম্বাদী কেন্দ্ৰ ৰূপে অৱস্থিত হোৱা নাই। শঙ্কৰদেৱৰ চৰিত জানিলে যেনেকৈ বৈষ্ণৱ সাহিত্যৰ বুৰঞ্জীৰ প্ৰাণটোৰ লগত আমাৰ পৰিচয় ঘটে, তেনেকৈ অসমীয়া নৱন্যাস-সাহিত্যৰ পৃষ্ঠ ভূমিৰূপে বেজবৰুৱাৰ জীৱনীও স্পষ্টভাৱে থিয় দিব পাৰে।"

লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন-ভিত্তিক উপন্যাস লিখাটো যে কিমান দুৰূহ কাম, সেই কথা আমি এতিয়াহে উপলব্ধি কৰিব পাৰিছো। তেওঁৰ জীৱন বহু অভিজ্ঞতাৰে ভৰপূৰ হৈ আছে। অসম, বংগ, উৰিষ্যা, হিমালয়ৰ নামনি অংশ, বৰোদা ৰাজ্যৰ চুকে-কোণে ঘূৰি-ফুৰি তেখেতে অন্যান্য অভিজ্ঞতা আহৰণ কৰিছিল। ইংৰাজ চৰকাৰে যচা হাকিমৰ চাকৰি হেলাৰঙে প্ৰত্যাখ্যান কৰি লক্ষ্মীনাথে স্বাধীনভাৱে ব্যৱসায়ৰ পাতনি মেলিছিল—সাউদ ভোলানাথ বৰুৱাৰ সৈতে। এটা সময়ত ব্যৱসায়ৰ শীৰ্ষলৈকে আৰোহণ কৰি, তেওঁ নিজকে যৌথ ব্যৱসায়ৰ পৰা আঁতৰাই আনি ভাটি বয়সত নিজাববীয়াকৈ ব্যৱসায়ত নামিল। পিছে সেই ব্যৱসায়ত সৰ্বস্বান্ত হৈ কোম্পানীৰ চাকৰিত সোমাল যদিও ওৰেটো জীৱন দেহে-কেহে লাগি আছিল—সাহিত্যত। অসমীয়া সাহিত্যৰ উত্তৰণৰ বাবে তেওঁ অকলেই হাতত বঠা লৈ বাই গ'ল—ব্ৰহ্মপুত্ৰ, গংগা আৰু মহানদীৰ কোবাল স্ৰোতত। পৰিবাৰ প্ৰজ্ঞা সুন্দৰীৰ গীতৰ মূৰ্চনাও আৰু সাহিত্য-প্ৰেমত তিতি-বুৰি সৃষ্টি কৰিছিল—নানান কবিতা, গীত, নাটক, চুটি গল্প, প্ৰবন্ধ, উপন্যাস, সাধুকথা, জীৱন-চৰিতৰ মেটমাৰা সম্ভাৰ! সেইবাবেই ৰাইজে তেওঁক বোলে—ৰসৰাজ, বোলে—সাহিত্যৰথী।

সাহিত্যৰথীৰ অমূল্য সৃষ্টি আৰু অভিজ্ঞতাসমূহ এখন উপন্যাসৰ ফ্ৰেমত সুমুৱাই থবলৈ প্ৰয়াস কৰাটো অসম্ভৱ। আন আন পুথিৰ সৈতে 'জোনাকী-সাঁকো'খন সম্পূৰ্ণ কৰোঁতে আমাৰ প্ৰায় এক দশক সময় অতিবাহিত হ'ল। উপন্যাসখন তিনি-খণ্ডত ভাগ

কৰা হৈছে। প্ৰথম খণ্ডৰ নাম ঃ 'লুইতৰ বুকুত পূৰ্ণিমাৰ জোন'। এইডোখৰত তেখেতৰ বংশ-পৰিচিতিৰ পৰা এণ্ট্ৰেন্স পাছ কৰালৈকে অসমৰ সামাজিক দিশ তথা সত্ৰ-পৰম্পৰাৰ প্ৰতিচ্ছবি চিত্ৰিত হৈছে। মাজৰ খণ্ডত—কলকাতা চহৰত থাকি কৰা পঢ়া-শুনা, বিবাহ, ব্যৱসায়, সাহিত্য-সৃষ্টি আদি তেওঁৰ জীৱনৰ মোহনীয় কথাবোৰ উল্লেখ কৰা হৈছে। এই খণ্ডৰ নামটো বিচাৰি আমি হাবাথুৰি খাই থাকোঁতে আমাৰ জীয়ৰী দৰ্শনাই কৈছিল ঃ "গংগা- পাৰৰ এমুঠি জোনাক" কেনে হয়! শেষ খণ্ডত—হিমালয়ৰ নামনি অংশ, উৰিষ্যা, বৰোদা আৰু অসমৰ কথা আলোচনা কৰি মহাপ্ৰয়াণৰ পাছত আঁৰ কাপোৰ তৰা হৈছে।

আমি ভাবো যে কাম ফেৰা যেন হাতী মাৰি ভুৰুকাত ভৰোৱাৰ দৰেই হৈছে। উপন্যাসখন বহুল প্ৰচাৰিত 'সাদিন' বাতৰি-কাকতখনত ধাৰাবাহিকভাৱে প্ৰচাৰ হৈছিল—২০০৬ চনৰ জুন মাহৰ পৰা ২০০৭ চনৰ ফেব্ৰুৱাৰী মাহলৈ। সাদিনৰ সম্পাদক অনুৰাধা শৰ্মা পুজাৰীলৈ ধন্যবাদ ৰ'ল। 'সাদিন'ত পঢ়ি ভাল লগাত ছেণ্টিনেল (হিন্দী)ৰ সম্পাদক দীন কুমাৰে 'জোনাকী সাঁকো'খন হিন্দী ভাষালৈ তৰ্জমা কৰি ধাৰাবাহিকভাৱে সেই কাকতত প্ৰকাশ কৰিলে। তেখেতলৈও কৃতজ্ঞতা ৰ'ল।

পুথিখনৰ অৱতৰণিকা লিখিছে—গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক ড° শৈলেন ভৰালীদেৱে। সেই বাবে তেখেতৰ ওচৰত আমি চিৰ-ঋণী হৈ থাকিলো।

গ্ৰন্থখন পুনৰীক্ষণ কৰি দিয়া বাবে সাহিত্যিক, অধ্যাপক ভবানীপ্ৰসাদ অধিকাৰীক ধন্যবাদ জ্ঞাপন কৰিলো। অতি কম দিনৰ ভিতৰতে পুথিখন প্ৰকাশ কৰি অসমৰ সম্ভ্ৰান্ত প্ৰকাশন প্ৰতিষ্ঠান 'চন্দ্ৰ প্ৰকাশ'ৰ গৰাকী ৰাজেন্দ্ৰ মোহন শৰ্মাই আমালৈ সদিচ্ছা প্ৰকাশ কৰা বাবে কৃতজ্ঞতা প্ৰকাশ কৰিলো।

বিনয়াৱনত,

— অমৰজ্যোতি বৰুৱা

গুৱাহাটী ঃ অসম

ফেব্ৰুৱাৰী, ২০০৯

# অৱতৰণিকা

বৰ্তমান সময়ত জীৱনী আৰু জীৱনী মূলক উপন্যাসৰ মাজৰ ব্যৱধান ভালেখিনি হ্ৰাস পাইছে। জীৱনী এতিয়া এজন ব্যক্তিৰ জীৱনৰ সৰু-বৰ সকলো ঘটনা সম্বলিত ইতিহাস হৈ থকা নাই। সাহিত্যৰ অংগ হিচাপে জীৱনীকো উপন্যাসৰ নিচিনাকৈ সুখপাঠ্য কৰি তুলিবলৈ বিচৰা হৈছে। তাৰ কাৰণে জীৱনীতো কল্পনাৰ আশ্ৰয় লোৱা হৈছে। ইয়াৰ বাবেই ব্যক্তি এজনৰ ব্যক্তিত্ব পৰিস্ফুট কৰিব পৰা মাথোন কেইটামান ঘটনাৰ আধাৰতে একোখন জীৱনীগ্ৰন্থ লিখি উলিওৱা সম্ভৱ হৈ উঠিছে। তদুপৰি, জীৱনী এখনত অকল ব্যক্তিজনৰ জীৱনৰ কথাই নাথাকে, ব্যক্তিজনৰ সমকালীন সমাজৰ অনেক কথাও প্ৰসংগক্ৰমে জীৱনীখনত অন্তৰ্ভুক্ত হয়। তথাপি, জীৱনী এখনত সন্নিৱিষ্ট নিৰ্ভৰযোগ্য তথ্য আৰু ঘটনাৰ মাজত ফাঁক বৈ যায়। ঔপন্যাসিকে সৃষ্টিশীল কল্পনাৰে সেই ফাঁক পূৰণ কৰিব পাৰিব লাগিব। সিমানেই নহয়, ব্যক্তিজনৰ জীৱনৰ লগত জড়িত কিছুমান ঘটনা পৰৱৰ্তী কালত নতুনকৈ নিৰ্মাণ কৰাৰ প্ৰয়োজনীয়তাও আহি পৰে। তাৰ কাৰণেও প্ৰয়োজন হয় ঔপন্যাসিকৰ কল্পনা-প্ৰতিভাৰ। গতিকে, জীৱনীতকৈ জীৱনীমূলক উপন্যাসত লেখকে পাঠকক অধিক কথাৰ সম্ভেদ দিব পাৰিব লাগিব। ইয়াৰ অবিহনে জীৱনীগ্ৰন্থৰ আধাৰত জীৱনীমূলক উপন্যাস ৰচনা কৰাৰ কোনো কাৰণেই বিচাৰি পোৱা নাযাব। অৱশ্যে, এইটো কথাও মনত ৰাখিব লাগিব যে দূৰ অতীতৰ ব্যক্তি এজনৰ ক্ষেত্ৰত লেখকৰ কল্পনাই মুক্ত মনেৰে বিচৰণ কৰাৰ যিমানখিনি সুবিধা থাকে, বৰ্তমান সময়ৰ ব্যক্তি এজনে সিমানখিনি সুবিধা প্ৰদান নকৰে। সেইফালৰ পৰা শংকৰ-মাধৱৰ জীৱনীৰ আধাৰত উপন্যাস ৰচনা কৰা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনৰ আধাৰত উপন্যাস ৰচনা কৰাৰ মাজত পাৰ্থক্য আছে। প্ৰথম কথা, বেজবৰুৱাক ওচৰৰ পৰা জনা লোক অথবা কোনো নহয় কোনো কাৰণত তেওঁৰ ঘনিষ্ঠ সান্নিধ্যলৈ অহা লোক আমাৰ সমাজত এতিয়ালৈকে হয়তো জীয়াই আছে। তেওঁৰ পাৰিবাৰিক, সামাজিক আৰু সাহিত্যিক জীৱনৰ লগত এই লোকসকলৰ নিবিড় পৰিচয় থাকিব পাৰে। গতিকে, বেজবৰুৱাৰ জীৱনী-আত্ম-জীৱনীত সন্নিৱিষ্ট ঘটনাবোৰৰ মাজত সুৰুঙা উলিয়াই নিজাকৈ কোনো কথা সংযোগ কৰাৰ পথত আগবাঢ়োঁতে ঔপন্যাসিকৰ বিশেষ সতৰ্কতাৰ প্ৰয়োজন হ'ব। দ্বিতীয়তে, বেজবৰুৱাৰ বিশাল ব্যক্তিত্বই অসমীয়া সাহিত্য-সংস্কৃতিৰ এটা যুগক নেতৃত্ব দিছিল। এই যুগটোকেই অসমীয়া সাহিত্যৰ দ্বিতীয় সোণালী যুগ বুলি কোৱা হয়। আধুনিক সাহিত্যৰ বিভিন্ন ঠালেৰে অসমীয়া সাহিত্যক পুষ্ট কৰিবলৈ যিসকল

আগবাঢ়ি আহিছিল তেওঁলোকৰ ভিতৰত বেজবৰুৱাৰ স্থান সবাতোকৈ আগত। আধুনিক সাহিত্যৰ এনে এটি দিশ নাই য'ত বেজবৰুৱাই হাতে দিয়া নাছিল আৰু কম-বেছি পৰিমাণে কৃতকাৰ্য হোৱা নাছিল। অসমীয়া ভাষাৰ স্বকীয়তা তথা শুচিতা ৰক্ষা কৰাৰ কাৰণে বেজবৰুৱাৰ জীৱন-জোৰা সংগ্ৰামৰ কথা অসমীয়াৰ মুখে মুখে। অসমৰ অতীতক, অতীত-গৌৰৱক বেজবৰুৱাই পুনৰুদ্ধাৰ কৰাৰ কথাও সৰ্বজনবিদিত। অসমৰ ভাষা-সাহিত্যতে নহয়, অসমৰ জাতীয় জীৱনত বেজবৰুৱাৰ প্ৰভাৱ আজিলৈকে অম্লান হৈ আছে। বেজবৰুৱাৰ জীৱনক লৈ উপন্যাস ৰচনা কৰাৰ সময়ত অসমীয়া-সমাজত বেজবৰুৱাৰ এই ভাবমূৰ্তিৰ কথা পাহৰিলে নহ'ব। গতিকে, লেখকৰ কল্পনাই উজুটি খোৱাৰ সম্ভাৱনা থাকিব।

লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনৰ আধাৰত ৰচিত ড° অমৰজ্যোতি বৰুৱাৰ 'জোনাকী সাঁকো' পঢ়া সময়ত পাঠকে লেখকৰ উল্লিখিত সীমাবদ্ধতাৰ কথা নিশ্চয় মনত ৰাখিব। উপন্যাসখনৰ কাহিনীটো তিনিটা খণ্ডত বিভক্ত কৰা হৈছে। প্ৰথম খণ্ডত লক্ষ্মীনাথৰ জন্ম আৰু ল'ৰাকালৰ কাহিনী বৰ্ণনা কৰা হৈছে। লক্ষ্মীনাথে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ বাবে ক'লকাতালৈ যাবলৈ সিদ্ধান্ত গ্ৰহণ কৰাৰ কথাৰে অধ্যায়টো সামৰা হৈছে। পিতৃ দীননাথ বেজবৰুৱাৰ ব্যক্তিত্ব আৰু বেজবৰুৱা পৰিয়ালৰ ঘৰুৱা পৰিবেশৰ উপৰিও অসমত ইংৰাজ-শাসন আৰু অসমীয়া ভাষাৰ ঠাইত বাংলা ভাষাৰ প্ৰৱৰ্তনৰ দৰে ঐতিহাসিক ঘটনাৰ দীঘলীয়া বৰ্ণনাও ইয়াত অন্তৰ্ভুক্ত হৈছে।

দ্বিতীয় অধ্যায়ত লক্ষ্মীনাথ ক'লকাতাত কলেজীয়া কাল, সাহিত্যিক, চাকৰি আৰু ব্যৱসায়িক জীৱনৰ উপৰিও ভোলানাথ বৰুৱাৰে সৈতে ব্যৱসায়িক সম্পৰ্ক আৰু ক'লকাতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ কন্যা প্ৰজ্ঞাসুন্দৰীৰ লগত ঘটা বৈৱাহিক সম্বন্ধকে আদি কৰি অনেক কথাই ঠাই পাইছে। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে গঠন কৰা 'অসমীয়া ভাষা উন্নতি সাধিনী সভা', 'জোনাকী' নামৰ মাহেকীয়া আলোচনীৰ জন্মদান আৰু তাৰ যোগেদি এটা নতুন সাহিত্য-আন্দোলনৰ সূচনা আদি এই খণ্ডত অন্তৰ্ভুক্ত হৈছে। গুৱাহাটীত অসমৰ ছাত্ৰ সমাজে আয়োজন কৰা সাহিত্য-সন্মিলনীলৈ আমন্ত্ৰিত হৈ আহি সভাপতিৰ আসনৰ পৰা লক্ষ্মীনাথে প্ৰদান কৰা সুদীৰ্ঘ ভাষণৰ আভাসেৰে পুষ্ট কলেৱৰৰ এই খণ্ডটো সামৰা হৈছে।

তৃতীয় অধ্যায়ত আছে উৰিষ্যাৰ সম্বলপুৰত কটোৱা লক্ষ্মীনাথৰ চাকৰি জীৱনৰ উপৰিও জীয়ৰী তিনিগৰাকীৰ শিক্ষাদানকে ধৰি পাৰিবাৰিক জীৱনৰ বহুতো কথা। বিশিষ্ট অসমীয়া সাহিত্যিকসকলেৰে সৈতে লক্ষ্মীনাথৰ সাহিত্য-বিষয়ক বিভিন্ন আলাপ-আলোচনা আৰু জ্যোতিপ্ৰসাদে লাভ কৰা লক্ষ্মীনাথৰ সান্নিধ্যৰ কথাই এই খণ্ডৰ ভালেখিনি ঠাই অধিকাৰ কৰিছে। সম্বলপুৰৰ কষ্টকৰ জীৱনৰ ফলত লক্ষ্মীনাথৰ স্বাস্থ্যৰ ক্ৰমাৎ অৱনতি আৰু অৱশেষত ডিব্ৰুগড়ৰ জীয়ৰীৰ ঘৰত দেহাৱসানেৰে

উপন্যাসৰ কাহিনী সামৰা হৈছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনী আৰু আত্মজীৱনীৰ পৰা পাঠকে ইতিপূৰ্বে লাভ কৰা প্ৰায় আটাইখিনি তথ্য ড' বৰুৱাই কাহিনীৰ মাজলৈ আনিছে। বেজবৰুৱাৰ ব্যক্তিত্ব বিকাশত তিনিটা প্ৰভাৱৰ বিশেষ ভূমিকা আছে। প্ৰথম, ল'ৰালিৰ ঘৰুৱা পৰিৱেশৰ প্ৰভাৱ, দ্বিতীয়, ক'লকাতাৰ বৌদ্ধিক-সাংস্কৃতিক পৰিৱেশৰ প্ৰভাৱ আৰু তৃতীয়, ঠাকুৰ পৰিয়ালৰ সাহিত্যিক-সাংস্কৃতিক পৰিৱেশৰ প্ৰভাৱ। উপন্যাসৰ কাহিনীত এই তিনিটা প্ৰভাৱৰ গুৰুত্বৰ লগতে বেজবৰুৱাৰ মোহনীয় ব্যক্তিত্বৰ স্বৰূপ ভালদৰে প্ৰকাশ পাইছে। নিঃসন্দেহে উপন্যাসখন তথ্যপূৰ্ণ। কিন্তু উপন্যাস এখন তথ্যপূৰ্ণ হ'লেই নহয়। তাত উপন্যাসৰ ৰসো থাকিব লাগিব। আচলতে, অধিক তথ্য সমাৱেশৰ ফলত উপন্যাসৰ কাহিনী আমনিদায়ক হৈ পৰাৰো আশংকা থাকে। কম কথাৰ মাজেদি নায়কৰ ব্যক্তিত্ব পৰিস্ফুট কৰিব পৰাটোহে প্ৰধান কথা। সঁচা কথা, বেজবৰুৱাৰ জীৱনৰ আধাৰত ৰচনা কৰা উপন্যাসত কল্পনাৰ মুক্ত বিচৰণ দূৰৰে কথা, যি কোনো এটা নতুন কথা সংযোগ কৰাৰ আগতে কেইবাটাও দিশ সূক্ষ্মভাৱে বিচাৰ কৰি চাবলগীয়া হ'ব। তৎসত্ত্বেও জীৱনীমূলক উপন্যাসত জীৱনী অথবা আত্মজীৱনীত থকা কথাখিনিৰ উপৰি পাঠকে আন কথাও স্বাভাৱিকতে আশা কৰিব। বেজবৰুৱাক লৈ লিখা উপন্যাসো ইয়াৰ ব্যতিক্ৰম হ'ব নোৱাৰে। সন্দেহ নাই, ড বৰুৱাই বেজবৰুৱাৰ ঘৰুৱা জীৱনৰ সৰু-সুৰা ভালেখিনি কথাত পোহৰ পেলাইছে। অৰ্থাৎ ঔপন্যাসিকৰ এটা দায়িত্ব ড' বৰুৱাই নিষ্ঠাৰে পালন কৰিছে। কিন্তু আমাৰ মন আজিলৈকে কৌতূহলী হৈ আছে। ইয়াৰ এটা হ'ল, ভোলানাথ বৰুৱাৰে সৈতে বেজবৰুৱাৰ মনোমালিন্যৰ কাৰণ। বেজবৰুৱাৰ জীৱনী, আত্মজীৱনীততো নায়েই, ভোলানাথ বৰুৱাৰ জীৱনীতো এই বিষয়ক কোনো কথাৰ ইংগিত দিয়া হোৱা নাই। এইটো এটা উদাহৰণহে। উপন্যাসৰ কাৰণে প্ৰয়োজনীয় ৰস সৃষ্টিত তেনেধৰণৰ দুই-এটা কথাত কল্পনাৰ আশ্ৰয় লোৱাৰ থল বোধকৰো আছিল।

উপন্যাসখনত ড' বৰুৱাৰ কৃতিত্ব প্ৰধানকৈ প্ৰকাশ পাইছে কাহিনী-কথনৰ কৌশলত। কাহিনী আৰম্ভ কৰা হৈছে গাঁৱৰ নামঘৰৰ মজিয়াত গোট খোৱা মানুহৰ কথোপকথনৰ যোগেদি। তেওঁলোকৰ কথোপকথনৰ মাজেদি স্পষ্ট হৈ উঠিছে সেই সময়ৰ অসমৰ গ্ৰামীণ পৰিৱেশৰ লগতে সামাজিক আৰু ৰাজনৈতিক পৰিৱেশো। বেজবৰুৱাৰ ব্যক্তিত্বত সেই সময়ৰ গ্ৰামীণ, সামাজিক পৰিৱেশৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। ঐতিহাসিক আৰু ৰাজনৈতিক পটভূমিৰ পৰিচয় দাঙি ধৰাৰ প্ৰয়োজনো নিশ্চয় আছে। কিন্তু পৰিৱেশ সৃষ্টিৰ কাৰণে উপন্যাসত ঐতিহাসিক আৰু ৰাজনৈতিক ঘটনাৰ দীঘলীয়া বৰ্ণনাৰ যুক্তি-যুক্ততা সহজে মানি ল'ব নোৱাৰি। কাৰণ, তেনে ধৰণৰ দীঘলীয়া বৰ্ণনাই উপন্যাসৰ ৰসাস্বাদনত বাধা জন্মায়। ড' বৰুৱাই এই ক্ষেত্ৰত সজাগতা প্ৰদৰ্শন কৰিছে। বেজবৰুৱাৰ সাহিত্যকৃতিসমূহৰ বহল আলোচনা

নকৰি লেখকে উচিত কামেই কৰিছে। উপন্যাসৰ সুখপাঠ্যতাৰ খাতিৰতেই সেই সম্পৰ্কীয় আলোচনাৰ লোভ পৰিত্যাগ কৰা ভাল বুলি আমি ভাবোঁ। উপন্যাসখনৰ আন এটি মন কৰিবলগীয়া দিশ হ'ল, কথিত ভাষাত লেখকৰ দখল। কথিত ভাষাৰ সুন্দৰ প্ৰয়োগে পৰিস্থিতি উদ্ভাবনত সহায় কৰাৰ উপৰিও উপন্যাসখন সুখপাঠ্য কৰি তোলাতো সহায় কৰিছে। নিভাঁজ অসমীয়া ভাষা লিখিবলৈ বিচৰা প্ৰতিজন অসমীয়াকেই পোনতে বেজবৰুৱাৰ ৰচনাসমূহ পঢ়িবলৈ বাণীকান্ত কাকতিয়ে পৰামৰ্শ দিছিল। বেজবৰুৱাৰ জীৱনৰ আধাৰত ৰচনা কৰা উপন্যাসত বেজবৰুৱাৰ ভাষাৰ বৈশিষ্ট্যৰ প্ৰতি সন্মান প্ৰদৰ্শন নকৰিলে ভাষা-সাহিত্যৰ কাণ্ডাৰীগৰাকীৰ প্ৰতি অন্যায় কৰা হ'ব। 'জোনাকী সাঁকো'ত লেককে এইটো ক্ষেত্ৰতো সজাগতাৰ পৰিচয় দিছে।

ড' বৰুৱাৰ চেষ্টা আৰু নিষ্ঠা প্ৰশংসনীয়।

**শৈলেন ভৰালী**

# প্ৰথম অধ্যায়

ইতিমধ্যে গাঁওখনৰ ইমূৰৰ পৰা সিমূৰলৈ সকলো গিৰীয়ে মুনিহসকল এজন-দুজনকৈ ওলাই আহি নামঘৰৰ মজিয়াত গোট খাইছে। লক্ষ্মীপূজা উপলক্ষে অনুষ্ঠিত ভাওনা-সবাহৰ পাছত আজি দুপৰীয়া লগ-ভাত এসাঁজ খোৱাৰ আয়োজন।

হঠাতে ফোঁপাই-জোপাই অহা ৰত্নেশ্বৰৰ বেজক দেখি ভদ্ৰেশ্বৰে মাত দিলে, 'হেৰৌ ৰত্নে, এই দুতৰ ভাও লোৱাজনৰ দেখোন খা-খবৰেই নাই, কিবা সংবাদ আকৌ!'

'বোলো কিনো বতৰা দিম, মই আৰু সোমেশ্বৰ ককাইটিয়ে মাছ-পুঠিকেইটামান পাওঁ বুলি কালি বৰেৰ পুৱাতে ওলাই গৈছিলো। কপিলী নৈৰ পাৰে পাৰে গৈ এক্কেবাৰে বৰচাপৰি পাৰ হ'লো। সিপাৰৰ ঘন বননিখন এৰি পাহাৰৰ পৰা বৈ অহা উপলা নৈখন যে, এঃ কি বা আছিল নৈখনৰ নাম?' ৰত্নেশ্বৰে ক'লে।

থানেশ্বৰে সোঁৱৰাই দিলে, 'অ' মৰা-সোণাই নৈখনৰ কথা কৈছা?'

'অ' সেই নৈৰ পাৰৰে চোকাবাহ গাঁৱৰ নাতিদূৰৈতে থকা ৰঙা-দৰিয়া গাঁওখন যে তাৰে দুই-চাৰিজন গএগ্ৰাই কান্ধত মেটমৰা খৰিৰ ভাৰ লৈ চাপৰিৰ ঝাও বনৰ মাজে মাজে খোজ দি আছিল।' ৰত্নেশ্বৰে ক'লে।

তেনেতে থানেশ্বৰে গুৱা-পাণ এখন মুখত ভৰাই মাত দিলে, 'অ' তাতো কিজানি কিবা ভোজৰেই আয়োজন!'

'হ'বও পাৰে দেও' ৰত্নেশ্বৰে উত্তৰ দিলে।

'পিছে তহঁত দুয়ো কি কৰিলি?' থানেশ্বৰে সুধিলে।

ৰত্নেশ্বৰে ক'লে, 'আমি দুয়ো বেগাই খোজ দিলো, কাৰণ সিফালে দিনমণি মূৰৰ ওপৰৰ পৰা লহিয়াব ধৰিছিলেই। হঠাতে কাণত পৰিল, নৈৰ পাৰৰ শিলৰ ফাঁকৰ পৰা কিবা এটাই পানীখিনি খল্‌খলাব ধৰিছে! হাতত সাৰে ভৰিত সাৰে সোমেশ্বৰ ককাইটিয়ে মোৰ কাম চাপি কাণে কাণে ক'লেহি, 'জলকুঁৱৰী নেকি অ', চুনিমুনি বেলা মোৰ তেনে যেনহে লাগিছে!'

'পিছে কি কৰিলি?' থানেশ্বৰে সুধিলে।

'নৈখনৰ পাৰলৈ কেইখোজমান আগুৱাই আহি, মই শিলডোখৰলৈ লক্ষ্য কৰিলো। কেইপলমান ধ্যান দি উমান পালো, মস্ত মাছ এটাই শিলৰ গাৰ ছেলনি বখলিয়াব লাগিছে!' ৰত্নেশ্বৰে ব্যক্ত কৰিলে।

'ঔ আই, তাৰ পাছত?' ভদ্ৰেশ্বৰে প্ৰশ্ন কৰিলে।

ৰত্নেশ্বৰে ক'লে, 'হাতত সাৰে, ভৰিত সাৰে জালখন মাৰি দিলো, উস্ বাপ্ ৰে বাপ, মাছে সেও নেমানেহে নেমানে, জালখন ফালিয়েই যেন বাহিৰ হৈ যাব! পিছে যাবনো ক'লৈ, তিনিওফালে শিলৰ অভেদ্য মেৰঘৰ, এফালেহে খোলা, হোঁ আমুকা থাকোঁতে সি আৰু যাবনো ক'লৈ?'

এজন গওঁৱাই মাত দিলে, 'আও, ইমান প্ৰকাণ্ড মাছনে?'

ৰত্নেশ্বৰে ভেকাহি মাৰি উঠিল, 'প্ৰকাণ্ড বুলি কৈছাহেনে, আমি দুয়োজন মুনিহে মাছটো কান্ধত লওঁতে ফিচাখন মাটিত চুঁচৰিয়েই আহিল। হেজাৰ কুঁজা হ'লেও আনিবতো লাগিবই, হেজাৰ হওক ৰাইজৰ ভোজ!'

নামঘৰৰ মজিয়াত কৰধ্বনি উঠিল।

ৰাইজৰ হাতচাপৰি জামৰি যোৱাত ৰত্নেশ্বৰে পুনৰ মাত দিলে, 'ৰাইজ, আপোনালোকৰ কথা এটা নিশ্চয় মনত আছে! আজি পাঁচ-ছয়টামান বৰবিহুৰ আগৰ কথা। সেইবাৰো কাহিন পুৱাতে আমি মাছ মাৰিবলৈ গৈছিলো। মস্ত বৌ মাছ এটা পাই আমি ভাৰ বান্ধি লৈ বৰ-চাপৰিৰ ঝাওবননি ডৰা পাৰ হৈ কেইখোজমান দিছিলোহে, তেনেতে চকুত পৰিল—এখন বৰনাও! নাওখন বৰগছডালতে বন্ধা আছে, কাষতে তৰাপাত আৰু কেঁচা বাঁহৰ এটি পঁজাঘৰ। পঁজাটিৰ সন্মুখত জুই একুৰাও জ্বলি আছে। কেঁচা খৰিৰ জুই লগোৱা কিছু দূৰৈৰ পৰা ধোঁৱাবোৰ চকুত পৰিছিল। কণ কণ ল'ৰা-ছোৱালীকেইটামানে বালিত উমলি আছিল। আমি মাছৰ ভাৰ লৈ কাষ চপাত ডেকা এজনে মাত দিছিল, 'বোলো, মাত এষাৰ দিয়কচোন!'

আমি কাষ চপাত নাৱৰ কুন্ধিৰ পৰা ওলাই ডাঙৰীয়া এগৰাকীয়ে মাত দিলে, 'ডেকাদলৰ বৰুৱা, বৌ মাছটো ৰাখিয়ে থোৱা, শুভদিনতে পাইছা যেতিয়া।'

তেনেতে থানেশ্বৰে মাত দিলে, 'কিমান ধন পালা?'

'দুটকা ৰূপ লৈ আমি আনন্দ মনেৰে উভতিলো। আমাৰ লগত ডেকাদলৰ বৰুৱাজনো কিছুদূৰ আহিছিল মানে কলপাত আৰু কল-পটুৱাৰ সন্ধানত। তেওঁৰ মুখৰ পৰাহে গুৰি কথাৰ সম্ভেদ পালো!'

'কি কথাৰ সম্ভেদহে, ৰত্নে?' খগেন্দ্ৰ মাষ্টৰে সুধিলে।

'তেৰা—আচলজনেই হেনো! মানে নগাঁও জিলাৰ স্বয়ং মুন্সিফ্ ডাঙৰীয়া সপৰিয়ালে। তেৰা নগাঁৱৰ পৰা বদলি হৈ বৰপেটালৈকে ওলাইছে। স্বয়ং ডাঙৰীয়া দীননাথ বেজবৰুৱা।'

'অ' অথনিৰে পৰা তাকে কোৱা নাই কিয়' বুলি খগেন্দ্ৰ মাষ্টৰে ক'লে, 'হেৰৌ ৰত্নে, তই ভাল শুকৰ আগত ভাগৱতৰ বকলা মেলিবলৈ আহিছ, হো! অমুকাৰ ভিনিহিয়েক সেইগৰাকী হাকিমৰেই পেস্কাৰ নাছিল জানো? জিলালৈ যাওঁতে অমুকাৰ আগত ভিনিহিদেৰে আদ্যোপান্ত বিৱৰি কৈছে নহয়!'

সূত্ৰধাৰৰ বচন সলসলীয়াকৈ মনত ৰখা থানেশ্বৰ খনিকৰে মাত দিলে, 'কোৱাচোন কোৱা মাষ্টৰ, ভাঙৰীয়াৰ বিষয়ে দুআষাৰ।'

খগেন্দ্ৰ মাষ্টৰে মুখ মেলিলে, 'বাৰু শুনক ৰাইজ, কান্যকুব্জ দেশৰ ব্ৰাহ্মণ কলিবৰ অসম ৰাজ্যৰ বেজবৰুৱা বংশৰ সংস্থাপক। তেৰা বেদ-বেদাংগাদি আৰু আয়ুৰ্বেদ শাস্ত্ৰত প্ৰগাঢ় পণ্ডিত। যোল্লশ আঠচল্লিশৰ পৰা তেষষ্ঠি খ্ৰীষ্টাব্দত স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজত্বৰ কালত পণ্ডিত কলিবৰক স্বৰ্গদেউৱে আদৰ-সাদৰ কৰি গড়গাঁও আৰু লখিমপুৰ এলেকাৰ এহেজাৰ পুৰা ভূমি দান কৰি, অলেখ বান্দী-বেটী, বঁটা-বাহন, উপহাৰ দি স্বৰ্গদেউৰ প্ৰধান বেজবৰুৱা খিতাপ যাচি পাতিছিল। কলিবৰৰ পুতেকসকলে সেই বিষয় খোৱাৰ পাছত নাতিয়েক পুৰুষোত্তম বৰুৱাই মহাপুৰুষীয়া ধৰ্মবস্তু গ্ৰহণ কৰি বদুলাপদ্ম আতাক নিজৰ সুমথিৰাবাৰীত সত্ৰ এখন প্ৰতিষ্ঠা কৰিবৰ নিমিত্তে দিহা কৰি দিয়ে। এয়ে হ'ল, প্ৰখ্যাত কমলাবাৰী সত্ৰৰ গুৰি কথা।'

'অ' আজিহে আমি সেই কথাৰ ভু পালো।' থানেশ্বৰ খনিকৰে ক'লে। 'বাৰু, ৰ'লা কিয়, কৈ যোৱা আকৌ।'

'শুনা, বেজবৰুৱা বংশলতাৰ এপাহি পুষ্প দীননাথ বেজবৰুৱা উপজিছিল, ওঠৰশ তেৰ খ্ৰীষ্টাব্দত, যোৰহাট চহৰত। পিছে, সেই সময়তে শুনিলেই গাৰ নোম শিয়ৰি উঠা 'মানৰ দিন' আৰম্ভ হ'ল। ভূতৰ ওপৰত দানহ পৰাৰ দৰে মানৰ হাতৰ পৰা অসম দেশখন ৰক্ষা কৰিবলৈ ইংৰাজে ওঠৰ শ পঁচিশ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত ডেভিদ স্কট্ আৰু কৰ্ণেল ৰিচাৰ্ডক কমিছনাৰ হিচাপে নিযুক্ত কৰে। ইয়াণ্ডাবু সন্ধি অনুসৰি, 'বেতনিত ঔ পৰিল, বাসুদেৱায় নমঃ' বুলি মানসকলে অসম দেশ এৰি পলাই পত্ৰং দি নিজ দেশলৈ গমন কৰিলেও দেশখন ব্ৰিটিছৰ অধীনলৈ গ'ল। চোৰে চোৰে পিতল বাতিলে, গিৰিহঁতে অঁকৰা হৈ চাই থাকোতেই গ'ল! ইফালে মানে অসম দেশখন সমূলঞ্চে ধ্বংস কৰি থৈ যোৱাৰ গইনা লৈ, ৰক্ষকস্বৰূপে অহা ব্ৰিটিছ ভক্ষক হৈ পৰিল। ব্ৰিটিছে অসম ৰাজ্যখন তিনি ভাগত ভাগ কৰি ল'লে। শদিয়া খণ্ডত ব্ৰিটিছৰ বশ্যতা স্বীকাৰ কৰা এজন খামতি নায়কক আৰু মটক খণ্ডত (ডিব্ৰুগড় মহকুমা) ব্ৰিটিছৰ বশ্যতা স্বীকাৰ কৰা বৰসেনাপতিজনক অধিনায়ক পতা হয়। দেশৰ বাকী অংশ ব্ৰিটিছ ৰাজ্যত চামিল কৰা হয়। ডেভিড স্কট্ চাহাবক ব্ৰিটিছসকল অসমৰ প্ৰধান কৰ্মচাৰী নিযুক্ত কৰা হয়।

ডেভিড স্কটে মধ্য অসমত আহোম ৰাজ্য পাতিবলৈ প্ৰথমে প্ৰস্তাৱ আগবঢ়াইছিল যদিও সেই প্ৰস্তাব ব্ৰিটিছ চৰকাৰে নামঞ্জুৰ কৰে। পাছত ধনশিৰি নৈৰ পূব অঞ্চলত আহোম ৰাজ্য পতাৰ প্ৰস্তাৱ গৃহীত হয়। স্বৰ্গদেউ পুৰন্দৰ সিংহক সিংহাসনত বহুৱাই শিৱসাগৰ আৰু লখিমপুৰ বিভাগ দুখন পঞ্চাশ হাজাৰ টকাৰ বিনিময়ত চলাবলৈ দিলে। স্বৰ্গদেউ পুৰন্দৰ সিংহই ব্ৰিটিছ চৰকাৰৰ পৰা অসম দেশৰ সেই অংশ পাই পঞ্চতীৰ্থ গুৱাহাটী দৰ্শনাৰ্থে আহে। গুৱাহাটীত দীননাথ বেজবৰুৱাই স্বৰ্গদেউক সাক্ষাৎ কৰিলত শ্ৰীশ্ৰী কামাখ্যা মন্দিৰত তেওঁক শপত খুৱাই ৰজাৰ ঘাই বেজবৰুৱা পদত থাপিলে। তাৰ উপৰি স্বৰ্গদেউৰ ৰাজসভাত তেৰাক ফৌজদাৰী চিৰস্তাদাৰৰ বিষয়টোও ওপৰঞ্চি হিচাপে যাচিলে।

নামঘৰৰ মজিয়াত ইমানপৰে নিমাতে বহি থকা ৰাইজসৱে মত দিলে, 'সজ, সজ উপযুক্ত ব্যক্তিক উচিত পদত বহুৱাইছে।'

থানেশ্বৰ খনিকৰে পুনৰ মাত দিলে, 'খগেন্দ্ৰ মাষ্টৰ, তুমি দেখোন, বোকাৰ ভেৰলৈকে সোমাব পৰা হৈ পৰিলাহে। কোৱাচোন, এনে আমোদজনক কথাৰ আৰু কিছু অংশ কোৱা।'

তামোল এখন মুখত ভৰাই খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ওঠৰ শ আঠত্ৰিশ খ্ৰীষ্টাব্দত গৱৰ্ণৰ জেনেৰেলৰ উত্তৰ-পূব সীমান্তৰ এজেণ্ট কাৰ্ণেল জেন্‌কিন্সে স্বৰ্গদেউৰ ৰাজ্য পৰিভ্ৰমণ কৰিলে। তেৰাৰ সন্মুখত প্ৰজাসকলে স্বৰ্গদেউৰ শাসন ব্যৱস্থাপনাৰ বিৰুদ্ধে অভিযোগ দৰ্শালে। তেতিয়াও প্ৰজাসকলে বাধ্যতামূলকভাৱে পাইক প্ৰথা অনুসৰি ৰজাঘৰত খাটি দিব লাগিছিল। ধান-চাউলৰ উপৰি অন্য পণ্যদ্ৰব্যৰ ওপৰত টকাত এক অনাকৈ শুল্ক ধাৰ্য কৰা হৈছিল। ৰজাই শাসন পদ্ধতি জনপ্ৰিয় কৰি তুলিব পৰা নাছিল। দিনক দিনে স্বৰ্গদেৱে কৰ যোগাবলৈ অক্ষম হৈ পৰিছিল। সেই সময়তে ৰাট চাহাব মফচলত ম'হগড়লৈ অহাত স্বৰ্গদেউ পুৰন্দৰ সিংহৰ পুত্ৰ চাৰিং ৰজাই তেৰাক সন্মানসহকাৰে কোমল চাউল, দৈ আৰু পনীয়া গুৰ খাবলৈ দি আপ্যায়ন কৰোতে হকেই বিহক হ'লগৈ! সেই কথাত বগা-বঙালে হেনো অপমানবোধ কৰি খঙত জুইৰ আঙঠাৰ দৰে ৰঙা হৈ পৰিল! মুঠতে সকলোবোৰ কাৰণবশতঃ স্বৰ্গদেউৰ ৰাজ্য ব্ৰিটিছ ৰাজ্যত চামিল কৰি স্বৰ্গদেউক মাথোন এহেজাৰ টকাৰ পেঞ্চনৰ ব্যৱস্থা কৰা হয়। ৰাম-ৰাৱণৰ দিনৰ পৰা স্বাধীন হৈ থকা অসম ৰাজ্য পৰাধীন হৈ পৰিল। ছশ বছৰীয়া আহোম বংশৰ শাসনৰ বেলি ডুব গ'ল চিৰকাললৈ।'

'আনহাতে দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ কথাই-কামে প্ৰসন্ন হৈ ব্ৰিটিছ চৰকাৰে তেওঁক প্ৰধান সহকাৰী আয়ুক্ত কাৰ্যালয়ৰ দেৱানী বিচাৰ বিভাগত মহাফেজৰ দায়িত্ব

দি পাছত দেৱানী চিৰস্তাদাৰ পাতিলে। ওঠৰ শ এষষ্টি খ্ৰীষ্টাব্দলৈ নিষ্ঠাসহকাৰে চৰকাৰী কামত ব্ৰতী হোৱাত চৰকাৰ প্ৰসন্ন হৈ ডাঙৰীয়া দীননাথ বেজবৰুৱাদেৱক মুন্সিপ পাতি নগাঁৱলৈ পঠিয়ালে। বেজবৰুৱাদেৱে চাকৰিৰ কালছোৱাত সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি সকলো দিশতে আগভাগ লৈছিল যদিও চৰকাৰৰ বিৰুদ্ধে চলা কোনো কথা আৰু কামত মত নিদিছিল। বৰং প্ৰজাপালক ৰাজনক ঈশ্বৰৰ প্ৰতিনিধিস্বৰূপে দেখিবলৈহে সকলোকে উপদেশ দিছিল।'

'তেখেতে নগাঁৱত তিনি বছৰ কাল সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰাৰ পাছত তেখেতক বৰপেটালৈ বদলি কৰা হ'ল। ওঠৰ শ চৌষষ্টি খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহৰ পোন্ধৰ তাৰিখে তেখেতে পৰিয়ালসহ নগাঁৱৰ পৰা বৰপেটালৈ যাত্ৰা কৰিলে। বৰপেটা পাবলৈ হ'লে নগাঁও সদৰৰ পৰা তিনিশ তিনি কুৰিখন গাঁও পাৰ হৈ নাৱেৰে ভটিয়াব লাগিব।'

ৰাইজৰ এজনে মাত দিলে, 'বাপ্‌ৰে বৰপেটা ধামলৈ ইমানদূৰ বাট!'

এনেতে দীঘল হুমুনিয়াহ এটা কাঢ়ি খগেন্দ্ৰ মাষ্টৰে ফুলগুৰি-ধপাত অকণমানৰ সৈতে তামোল এখন মুখত সুমুৱাই মাত দিলে, 'দে ৰত্নে, তোৰ বাকী থকা কথাখিনিকে আৰম্ভ কৰ।'

ৰত্নেশ্বৰে মুখেৰে কিছুসময় ভোৰভোৰাই ক'লে, 'অ ক'ত বা এৰিছিলো, অ' মনত পৰিছে, ডেকাদলৰ বৰুৱাই কৈছিল—সেইদিনা নগাঁও সদৰৰ পৰা তেওঁলোকে পুঁৱতি নিশাতে যাত্ৰা কৰি কলং নৈৰে ভটিয়াই কদমগুৰি গাঁৱৰ পশ্চিমৰ আঁহতগুৰি বৰচাপৰি পালেহি। তাতে 'কাউৰী গ'ল, গধূলি হ'ল, আমাৰ চাউলকঠা মুকলি হ'ল' বুলি বৈছাহঁতে 'লুইতৰ বালি বগী ঢকেঢকী' পাই নাওখন চপাই দিলে। শৰতৰ লক্ষ্মী-পূৰ্ণিমাৰ জোনৰ পোহৰত ডাঙৰীয়াৰ সৰুগৰাকী পত্নী থানেশ্বৰী আইদেউৱে বালিত আঁৰকাপোৰ তৰি ৰাতিৰ সাঁজ ৰান্ধিবলৈ যো-জা কৰোতে গা বেয়া কৰাত ৰান্ধনিশালখন সিমানতে সামৰি-সুতৰি বৰগৰাকীলৈ আগবঢ়াই নিজে নাৱৰ কুন্দিলৈ আহিল। নিশা দহবজা পৰত তেওঁৰ কেঁচা সোণৰ বৰণহেন পোনা-পোৱালি এটি নৌকাস্থ হ'ল। ফৰিং ফুটা জোনাকৰ লক্ষ্মী পূৰ্ণিমাত ওপজা নিমিত্তে পোনাটিৰ নাম থোৱা হ'ল—লক্ষ্মীনাথ।'

'অসমীয়া সামাজিক পৰম্পৰা অনুসৰি ল'ৰা উপজিলে উৰুলি দিয়ে, শংখঘণ্টা বজায়, বৰকাঁহ কোবায়, কুলা কোবাব লাগে, কিন্তু নৌকাস্থ হৈ ওপজা লক্ষ্মীনাথৰ জন্মক্ষণত তেনে একো মংগলধ্বনি শুনা নগ'ল। পাছদিনা পুৱা ককায়েক এজনে আজিৰে পৰা আমি পাঁচোটা হ'লো—'পঞ্চপাণ্ডৱ' বুলি উলাহতে টিকাত চপৰিয়াই চপৰিয়াই বালিৰ ওপৰত নাচি-বাগি ঢপলিয়াই ফুৰিলে। খবৰটো গৈ পৰিল—চোকাবাহ গাঁৱৰ আঁহতগছৰ তলত থকা বেজনীৰ কাণত। বেজনীয়ে লাখুটিত ভৰ দি হেঁকেৰাই-

পেকেৰাই আহি প্ৰসূতিৰ ওচৰ পালেহি। জৰা-ফুকা আৰম্ভ হ'ল। কিছুপৰৰ পাছত ৰঙাদৰিয়া গাঁৱৰ ছজন বেজবৰুৱা উপাধিৰ কোঁচবংশীয় লোক আহি একমেবাদ্বিতীয়ম ধৰ্মৰ (নামঘৰ) আৰু পালি ভাষাৰ টোল এখনৰ সাহায্যাৰ্থে ডাঙৰীয়াক পাচিলে। দানবীৰগৰাকীয়ে যাত্ৰাকালত সাহায্য কৰাৰ নিমিত্তে অপাৰগতা ব্যক্ত কৰা সত্ত্বেও দলটোৱে নেৰানেপেৰাকৈ ডাঙৰীয়াক অতিষ্ঠ কৰি পেলালে।'

ৰাইজে মন্তব্য কৰিলে ঃ 'ইস্ এনেহেন ডাঙৰীয়া এগৰাকীৰ সন্মুখত, তেনেখন অতপালি কৰিব পায়নে? ৰাইজে গাঁওবুঢ়াৰ কাণ ছোৱাই মেল চপাব লাগিছিল। নে কি বোলে সভাসদ?'

'হয় হয়। সজ সজ। উচিত কথাকে কৈছে।' উপস্থিত ৰাইজে মন্তব্য দিলে।

পাছদিনা পুৱাই বৰনাওখন হেনো জাগী ভকত গাঁৱৰ কাষেৰে বৈ যোৱা কপিলী নৈৰে কাজলীমুখ হৈ বৰলুইত পালেগৈ। তাৰপৰা গুৱাহাটী, শুৱালকুছি, বৰক্ষেত্ৰী, সৰুক্ষেত্ৰী, চাউলখোৱা নৈৰে বৰনাওখন বৰপেটাৰ ঘাট চাপিবগৈ।

# দ্বিতীয় অধ্যায়

আলধৰাজনে কেঁচা বাঁহৰ চুঙা কেইটামানত ফিকা চাহ আৰু গুৰৰ টুকুৰাৰে সৈতে নামঘৰৰ মজিয়াত বহা ভকতবৃন্দলৈ আগবঢ়ালে।

ফিকা চাহ খাই উঠি তামোলৰ বটাখন নেদেখি থানেশ্বৰ খনিকৰে মাত লগালে 'ঐ দণ্ডি, তামোলৰ বটাখন ক'ত অ'?'

খন্তেক পাছতে দণ্ডিয়ে বটাখনত গোটা তামোল কেইটামান, পাণ কেইগুছি, চুণ, ফুলগুৰি ধপাতৰ সৈতে আনি মজিয়াত থ'লে। তামোল চকলিয়াই চকলিয়াই খনিকৰে মাত দিলে, 'হেৰা মাষ্টৰ, তুমি দেখোন মাষ্টৰী কৰি কৰি গোটেই অসমভূমিতে বিচৰণ কৰিছা, কথা এটা সোধো ৰ'বা—ইংৰাজসকল অসমত সোমোৱাৰ পৰা এই দেশৰনো কি হ'ল? মানে লাভালাভ কিবা অকণ হ'লনে বাৰু?'

'এহ্ ঃ সেইখন বকলা মেলিলে ইয়াতেই দেখোন সন্ধিয়া লাগিব।'

'চমুৱাই কোৱাহে।' খনিকৰে পুনৰ অনুৰোধ কৰিলে।

'বাৰু, ব্ৰিটিছে সোতৰশ পঁয়ষষ্ঠি খ্ৰীষ্টাব্দত মোগল সম্ৰাটৰ পৰা চিলেট আৰু গোৱালপাৰাৰ এক অংশ লাভ কৰিলে ওঠৰ শ চাব্বিশ খ্ৰীষ্টাব্দত মান ৰজাৰ সৈতে হোৱা ইয়াণ্ডাবু সন্ধি অনুসৰি আহোম ৰাজ্যখন লাভ কৰে। সেই সূত্ৰে বগা বঙাল অসম দেশৰ সৰ্বময় কৰ্তা হৈ পৰিল আৰু স্বাধীন অসম দেশখন ভাৰতবৰ্ষৰ এখন অংগ ৰাজ্যত পৰিণত হ'ল। আহোম ৰাজত্বৰ দিনত খেলৰ তাৰতম্য অনুসৰি তেওঁবিলাকৰ অভিজাত বংশধৰসকলে ভোগ কৰা বিষয়বাবসমূহ আছুতীয়াকৈ ৰাখিছিল, তদুপৰি বংশ আৰু সাধাৰণ জ্ঞানৰ ভিত্তিত সৰহভাগ বিষয়া নিৰ্বাচন কৰা হৈছিল। কিন্তু, ইংৰাজসকলৰ শাসন কালত সেই প্ৰথাবোৰ উঠাই দি তাৰ পৰিবৰ্তে বিশ্ববিদ্যালয়ৰ উপাধিধাৰী ব্যক্তিৰ ওপৰত গুৰুত্ব দিয়া হ'ল। অসম দেশতকৈ বহু আগতেই বংগ দেশখন ব্ৰিটিছৰ হাতলৈ যোৱা বাবে অসম দেশখন বংগদেশৰ এটি অংগ হৈ পৰাত, ব্ৰিটিছৰ সহায়ত তেওঁলোকে অসমৰ সৰু-বৰ অনেক চাকৰি হস্তগত কৰিলে। তদুপৰি বাঙালী চাকৰিয়ালসকলৰ কেতবোৰে ব্ৰিটিছক বুজাবলৈ সক্ষম হ'ল যে,—অসমীয়া ভাষা বুলি আচলতে একো ভাষাই নাই, ই বাংলা ভাষাৰ অপভ্ৰংশ মাথোন! ব্ৰিটিছ বিষয়াসকলে বাংলা ভাষা কিছু শিকি লোৱাৰ নিমিত্তে কোনো অনুসন্ধান নকৰাকৈয়ে অসমৰ আদালত, পঢ়াশালিৰ পৰা মাতৃভাষাৰ সলনি বাংলা ভাষা ব্যৱহাৰ কৰিলে। জীয়াই থাকিবলৈ মাথোন কেইটামান চাকৰিৰ আশা কৰি স্থানীয় ৰাইজে নিজ মাতৃভাষা বিসৰ্জন দি বিদেশী ভাষাক আঁকোৱালি ধৰিবলৈ বাধ্য হৈ পৰিল!'

ৰাইজে বিনালে, 'হায়, হায় চিৰচেনেহী ভাষা জননীও লুইতৰ অতল গৰ্ভত পৰি ৰ'ল!'

খগেন্দ্ৰ মাষ্টৰে পুনৰ কৈ গ'ল, 'ইংৰাজ চৰকাৰে আহোম ৰজাৰ কাৰেংঘৰ আৰু স্বৰ্গদেউসকলৰ অস্থি সংৰক্ষিত পৱিত্ৰ চৰাইদেউবন চাহ কোম্পানীক পট্টন দিয়ে। কোম্পানীয়ে মৈদাম খানি মৃতকক অপমান কৰি, বহুমূলীয়া সম্পদসমূহ অপহৰণ কৰে আৰু সেই মাটিত চাহ-বাগিচা, কুলী-লাইন, বৰ চাহাব-ছোট চাহাবৰ বঙলা আদি স্থাপন কৰে। গড়গাঁৱৰ কাৰেং ঘৰৰ মণি, মুকুতা খোদিত দুৱাৰ-খিৰিকী পৰ্যন্ত অপহৃত হ'ল। সিপিনে অসমীয়াৰ বৰবিহ হৈ পৰা কানিৰ কথা নক'লোৱেইবা!'

খনিকৰে পুনৰ ক'লে—'তুমি লোকচানৰ ঘৰতহে সোমাই পৰিলা, কিন্তু লাভালাভ?'

হুমুনিয়াহ এটি এৰি খগেন্দ্ৰ মাষ্টৰে ক'লে—'মানৰ আক্ৰমণত থান-বান হৈ পৰা অসম দেশখন ব্ৰিটিছসকলেই থান-থিত লগোৱা বুলি ক'ব পাৰি। কিনো ক'ম—'কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল!' সেই সময়তে হঠাতে অসমৰ আকাশত ধূমকেতু আবিৰ্ভাৱ হোৱাত হাজাৰ হাজাৰ লোক মহামাৰীৰ কবলত মৃত্যুমুখত পৰে। ক'ত-যে অথন্তৰ সেই সময়ছোৱাত! কি যে বিপন্ন সময়!'

'ইফালে ওঠৰশ তিয়াল্লিশ খ্ৰীষ্টাব্দত গৱৰ্ণৰ জেনেৰেল লৰ্ড এটেন ব'ৰোৱে ভাৰতবৰ্ষত দাসত্ব প্ৰথা বন্ধ কৰাৰ আইন প্ৰণয়ন কৰিলে। হঠাতে কেউফালে হুলস্থূল লাগিল! গোলাম-বন্ধা প্ৰথা নিষেধ হৈ পৰাত উত্তৰ গুৱাহাটীৰ অশ্বক্লান্ত মন্দিৰত অযুত বন্তি জ্বলাই শিৱপূজা সম্পন্ন কৰি ব্ৰাহ্মণ-মহন্তসকল লগ হৈ এহেজাৰখন দৰ্খাস্ত লিখি কমিছনাৰ জেনকিন্স চাহাবৰ ওচৰত মিনতি জনালে, যাতে কোম্পানী চৰকাৰ বাহাদুৰৰ সুমতিত গোলাম-বন্ধা প্ৰথা বাহাল ৰখা হয়। আন কি গোলাম-বন্ধাসকলেও কাকুতি-মিনতি কৰি সেই প্ৰথাৰ হকে মাত মাতিলে! কিন্তু চৰকাৰে নিজৰ স্থিতিতে অটল হৈ থাকিল। সেই সময়তে ভূতৰ ওপৰত দানহ পৰাদি লক্ষ লক্ষ কাকতি-ফৰিংবোৰ উজাই অসম দেশৰ সেউজী ধাননিবোৰ তহিলং কৰি পেলালে। দেশৰ মানুহে ৰাজহাড় পোনাবলৈ নৌপাওঁতেই দুটা বছৰৰ পাছতে হ'ল প্ৰবল ভূঁইকঁপ!

ইতিমধ্যে লুইতৰ বহু পানী নিগৰি গংগাত মিলিলগৈ। ওঠৰ শ চৌৱন খ্ৰীষ্টাব্দৰ কথা! সেই বছৰৰ মে' মাহৰ দ্বিতীয় সপ্তাহত ন্যায়াধীশ মিলছ চাহাবে কলকাতাৰ পৰা গুৱাহাটীলৈ আহি অসমৰ কয়দী বন্দী আৰু আন আন বিধি-ব্যৱস্থাৰ সবিশেষ তদন্ত কৰিলে। যোল্ল মে'ৰ পুৱা ন বজাত চাহাবে এজলাচ্ড বহি ৰাজহ চিৰস্তাদাৰ হৰকান্ত বৰুৱাৰ পৰা স্থানীয় ভূমি বন্দোবস্তিৰ পদ্ধতি, কামৰূপ জিলাৰ জমা, গোলাম-বন্দী খালাচ দিয়াৰ প্ৰতিক্ৰিয়া আদি বিভিন্ন কথাৰ বুজ ল'লে। তেখেতে উপায়ুক্তক সোধা শেষ প্ৰশ্নটো আছিল—'ৱেল, য়হা দফতৰ মে আসাম কা কিতনা, বাংগাল কা কিতনা, ঔৰ মুছলিম কা কিতনা আদমী হ্যায়?'

উপায়ুক্ত ৰৌলাৎ চাহাবে কিছুপৰ সেমেনা-সেমেনি কৰি হৰকান্ত বৰুৱাৰ দ্বাৰা কোনোমতে হিচাপটো দিয়ালে।

মিলছ চাহাবে হৰকান্তৰ কামত সন্তোষ লাভ কৰি উপায়ুক্তক প্ৰশ্ন কৰিলে—'হৰকান্ত বৰুৱা, গৰ্গৰাম বৰুৱা আনন্দৰাম ঢেকিয়াল ফুকন আৰু দীননাথ বেজবৰুৱা আদিৰ দৰে দক্ষতা, প্ৰত্যুৎপন্নমতি, সৎসাহসী দেশী বিষয়া থাকোতে পৰদেশীসকলক ইয়াত মকৰল কৰিছা কিয় ?'

উপায়ুক্ত ৰৌলাৎ চাহাব মৌন হৈ ৰ'ল।

মিলছ চাহাব কাছাৰীৰ পৰা উভতি যোৱাৰ পাছত হৰকান্তই উপায়ুক্তক সুধিলে—'হুজুৰ, ঢেকিয়াল ফুকন ছোট চাহাবে জ'জ চাহাবক আমাৰ এখন আবেদন-পত্ৰ দিছিলহিনে ?'

'কিহৰ আবেদননো ?'

'নাই মানে, অসমত অসমীয়া ভাষাৰ প্ৰচলন আৰু স্থানীয় যুৱকক চাকৰিত মকৰল কৰিবলৈ কৰা আবেদন।'

ক্ষীণ হাঁহি এটি মাৰি উপায়ুক্ত ৰৌলাৎ চাহাবে ক'লে—'বুজিছে বৰুৱা, মোৰ মতে এতিয়া আৰু একো আৱেদনৰ প্ৰয়োজন নাই। চাহাবক আপুনি যেনেধৰণে প্ৰভাৱিত কৰি পেলালে, অদূৰ ভৱিষ্যতে ইয়াত দেশীয় ভাষাই চলিব। দফ্‌তৰত দেশী মানুহ সৰহ হ'লে, দেশী ভাষা চলাবই লাগিব।'

সন্তোষেৰে হৰকান্ত বৰুৱাই কাছাৰীৰ চৌহদৰ পৰা প্ৰস্থান কৰিলে।

খগেন্দ্ৰ মাষ্টৰে হাঁহি এটা মাৰি ক'লে, 'আচলতে ষাঠিৰ দশকৰ মাজৰ পৰাই অসমত এটা নতুন যুগৰ সূচনা হ'ল। অৱশেষত ওঠৰশ তেসত্তৰ খ্ৰীষ্টাব্দৰ পাঁচিশ জুলাই তাৰিখত অসমৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষা প্ৰচলন কৰিবলৈ বংগৰ দুৱলীয়া লাট চাৰ জৰ্জ কেম্বল চাহাবে অনুমতি দিয়ে।'

ইমানপৰে খগেন্দ্ৰ মাষ্টৰৰ কথা শুনি নামঘৰৰ মজিয়াখন যেন কাঁহ পৰি জীণ যোৱা যেন হৈ পৰিছিল। কথাখিনি শেষ হোৱাত ৰাইজৰ মাজৰ কেইজনমানে হুমুনিয়াহ কাঢ়ি ভগৱন্তৰ নাম উচ্চাৰণ কৰিলে। খেনোৱে ক'লে, 'সত্যৰ সদায় জয়'। খেনোৱে ক'লে, 'যেতিয়াৰ দিন তেতিয়াই গ'ল, সান্দহ খোৱা বালি তল গ'ল!'

# তৃতীয় অধ্যায়

সাউতকৰে নামঘৰৰ মজিয়াৰ পৰা খগেন্দ্ৰ মাষ্টৰ উঠি আহি পিৰালিত তামোলৰ পিক্‌খিনি পেলাই ল'লে। তাৰ পাছত ৰান্ধনি-ঘৰৰ দুৱাৰমুখৰ পৰা ৰান্ধনিজনলৈ লক্ষ্য কৰি মাত দিলে, 'বাপু, পেটে কলমলাব লাগিছে। ভাত হ'বলৈ আৰু বা কিমানপৰ? সিফালে বেলি উঠি মূৰৰ তালু পাৰ হ'বৰে হ'ল।'

'ৰ'ব, ৰাইজে বুঢ়া ৰৌৰ সৈতে ঔটেঙাৰ জোল খাবলৈ বিচাৰিছে। দণ্ডীৰামে পকা ঔ বিচাৰিবলৈ গৈ এই মাত্ৰ আহি পাইছেহে। ভুকুতেতো আৰু কল নপকে, নহ'লে আৰু কেইদণ্ডমান হৰি কথাকে আলোচনা কৰক।' ৰান্ধনিয়ে উত্তৰ দিলে।

খগেন্দ্ৰ মাষ্টৰে হাঁহি এটি মাৰি ক'লে, 'পিছে এটা কথা নহয় বাপু—

*আটাইতকৈ ডাঙৰ হৰি-কথা,*
*তাতোকৈ ডাঙৰ চাউল-কথা।'*

ৰান্ধনিয়ে একো উত্তৰ দিবলৈ নাপাওঁতে খগেন্দ্ৰ মাষ্টৰ ফিৰি আহি নামঘৰৰ মজিয়াত বহিল।

খন্তেক পাছতে শ্ৰীকৃষ্ণৰ ভাও লোৱা লক্ষেশ্বৰে মাত দিলে, 'ডাক পুৰুষে কৈ গৈছে, 'অজানাক জান, তেহে বাঢ়িব জ্ঞান।' পিছে খগেন্দ্ৰ ককাইটি, দীননাথ বেজবৰুৱাৰ বৰ নাওখন বৰপেটাৰ চাউলখোৱা নৈৰ ঘাট চপাৰ পাছৰছোৱাৰ পৰা আৰম্ভ কৰা।'

'শুনা, চাউলখোৱা নৈখনক শংকৰী যুগত বুঢ়ী-লুইত বা বুঢ়ীলোহিত্য বুলিছিল। ওঠৰশ একচল্লিশ খ্ৰীষ্টাব্দত চৰকাৰে জ'ন বাটলাৰক প্ৰশাসনীয় বিষয়া হিচাপে নতুনকৈ গঠন কৰা বৰপেটা মহকুমালৈ পঠিয়াইছিল। বাৱন্ন খ্ৰীষ্টাব্দৰ ন অক্টোবৰত আনন্দৰাম ঢেকিয়াল ফুকনক বৰপেটাত ছাব-এছিষ্টেণ্ট্ মেজিষ্ট্ৰেট হিচাপে নিযুক্তি দিছিল। তাৰপাছতহে অৰ্থাৎ ওঠৰশ চৌষষ্ঠি খ্ৰীষ্টাব্দত দীননাথ বেজবৰুৱাক নগাঁৱৰ পৰা বৰপেটালৈ বদলি কৰে। সেয়েহে বেজবৰুৱাই সপৰিয়ালে বৰনাৱেৰে যাত্ৰা কৰিছিল। অৱশ্যে, সুগম স্থলপথ নথকা বাবে বৰপেটা চহৰলৈ গয়াজান, মুকালছায়াৰ জান, কোটো জান, ৰঙিয়া জান, খোৰা নৈ, চাউলখোৱা নৈ আৰু লুইতেৰে অহা-যোৱা কৰিব লাগিছিল। বাৰিষা বছৰি নৈৰ পানীৰ ধলে চহৰখন তল নিয়ায়। চহৰখনৰ চাৰিওফালে থকা হোলাবোৰ পানীত উপচি পৰে। এখন হাটীৰ পৰা আনখন হাটীলৈ যাবলৈ নাৱেই একমাত্ৰ মাধ্যম।'

এনেতে ভদ্ৰেশ্বৰ বেজে মাত দিলে, 'হয়, হয় কেইবছৰমানৰ আগতে ভাদ মাহত আমি বৰপেটাৰ কীৰ্তনঘৰলৈ যাওঁতে তেনে এখন ছবিয়েই দেখা পাইছিলো। তদুপৰি, কীৰ্তনঘৰৰ বৰখুঁটা আৰু বৰকাছাত জ্বলি থকা অখণ্ড বন্তিৰ পোহৰত আমাৰ ভকতসকলৰ চকুবোৰ দীপ্তিমান হৈ পৰিছিল। কাষিত বহি থকা আই-মাতৃসকলে নাম গাইছিল—

*'অ' হৰি এ হে, বেহাৰে মধুপুৰ।*
*কামৰূপে বৰপেটা, উজানে কমলাবাৰী।'*

ঘোষাৰ পাছত দৈতাৰি ঠাকুৰৰ গুৰু-চৰিতৰ পৰা আইসকলে পদ গাইছিল—

*'আত অনন্তৰে সাধুজন শুনা কথা।*
*গৈলন্ত মথুৰাদাস মাধৱৰ তথা।।*
*পুছিলা মাধৱদেৱে মথুৰাদা স্থত।*
*ভালে আছে কামৰূপে সমস্ত ভকত।।'*

বেজৰ কথা শুনি খগেন্দ্ৰ মাষ্টৰে পুনৰ মাত দিলে, 'বৰপেটাত থকা কালছোৱাত দীননাথ বেজবৰুৱাদেৱে প্ৰায়ে সপৰিয়ালে পাটবাউসী, সুন্দৰীদিয়া আদি সত্ৰলৈ যাওঁতে হাবিৰ পৰা ওলাই আহি বৰ-পানীত ওপঙি থকা বনৰীয়া ম'হ আৰু পহুৰ শিংবোৰ দেখা পায়। সেইবোৰ দেখি নুমলীয়া লক্ষ্মীনাথ বঙত বলিয়া হৈ পৰিছিল।'

ডাঙৰীয়া সপৰিয়ালে প্ৰায়ে কীৰ্তনঘৰলৈ গৈছিল। কাষিত বহি লক্ষ্মীনাথৰ মাক, বৰমাকে নাম গায়—

*'অ' হৰি এ হে তিনি ৰাজ্যৰ বন্দনী থান বৰপেটা।*
*এনে থানৰ অধিকাৰ ভৈলা বুঢ়াআতা।।'*

ঘোষাৰ পাছত গুৰুচৰিতৰ পদ গায়—

*'আছন্ত মথুৰাদাস বেহাৰ থানত।'*
*মাধৱদেৱৰ সংগে হৰিষে মনত।।*
*পুনৰপি বৰপেটা যাইবেক ইচ্ছায়।*
*দিনেক মথুৰাদাসে কৰিলা বিদায়।।'*

'সেৱা-সতকাৰ কৰাৰ পাছত ডাঙৰীয়াক সপৰিয়ালে বুঢ়া আতৈয়ে আদৰ-সাদৰ কৰি বৰ-বহাৰ ভিতৰলৈ নি হাতীখুজীয়া বাটিত থকা ম'হৰ দৈ-গাখীৰ আৰু মিঠৈৰে সৈতে সুন্দৰকৈ কোমল চাউলৰ জলপানেৰে সোধে।'

'বৰপেটা, মধুপুৰ কিম্বা কমলাবাৰী সত্ৰৰ আতৈসকল ডাঙৰীয়াৰ বঙলালৈ আহিলে ল'ৰাইঁতক গুৰুকেইজনাৰ চৰিত-কথাৰ বিৱৰণ দাঙি ধৰে আৰু ডাঙৰীয়াই তেওঁলোকৰ সত্ৰৰ খা-খবৰ লৈ দান-দক্ষিণা দি স-সন্মানেৰে বিদায় দিয়ে।'

'বৰপেটাত তিনিবছৰ সুখ্যাতিৰে চাকৰিকাল অতিবাহিত কৰাৰ পাছত ডাঙৰীয়া দীননাথ বেজবৰুৱা তেজপুৰলৈ বদলি হ'ল। বৰ লুইতেৰে তেজপুৰলৈ আহি থাকোতে ডাঙৰীয়াই পুতেকহঁতক দূৰলৈ আঙুলিয়াই দেখুৱালে—'সৌৱা চোৱা, হাতীমুৰা পৰ্বত।'

'নাওখন উজাই আহি থাকোঁতে হঠাতে দেখা গ'ল—নৈৰ পাৰৰ যুঁৰলিত পহু এটা পৰি আছে! নাওখন ওচৰ চাপিলত নাৱৰীয়াইঁতে একেজাঁপে পহুটো টানি আনি নাৱৰ আগ-চৰঠত তুলিলে। পহুটোলৈ লক্ষ্য কৰি ডাঙৰীয়াই ক'লে, 'বাঘে কিছুবেলি

আগতেহে পহুজনী মাৰিছে, কাৰণ বাঘৰ কামোৰত তাইৰ গাত ন সাঁচ স্পষ্ট হৈ আছে। এতিয়াও টোপা-টোপে তেজ বৈয়ে আছে। বোধকৰো পৰ্বতৰ গাত বাঘে পহুজনী ধৰাত দুয়ো দবৰা-দ্ববৰিকৈ বাগৰি আহি পানীৰ যুঁৱলিত পৰিছিল ; এনেতে নাওখন অহা দেখি বাঘে পহু পেলাই লৰ দিলে।'

ইফালে পহুৰ মঙহৰ লোভত নাৱৰীয়া আৰু লগুৱা-লিকচৌহঁতৰ মহা আনন্দ, কাৰণ গোটা পহু পাইছে! ডাঙৰীয়াৰ জী-পোহঁতৰো তেনে ভাব হৈছিল যদিও নিজে আৰু জী-পোহঁতকো মাইকী পহুৰ মঙহ ভক্ষণ কৰাৰ পৰা বঞ্চিত কৰিলে।'

'তেজপুৰ চহৰ সোমাই সেই ঠাইৰ সেউজী পাহাৰৰ মনপৰশা ওখ-চাপৰ টিলাবোৰ আৰু শুৱনি বাট-পথবোৰ চকুত পৰাত সকলোৰে মনত নথৈ ৰং লাগিল। তেওঁলোক থাকিবলৈ লোৱা ঘৰটোৰ সন্মুখৰ ফুলনিখনত সুগন্ধি পুষ্পেৰে সুশোভিত ঢেপাইতিতাৰ সৰু সৰু গছেৰে ভৰপূৰ হৈ আছিল। ওচৰৰে কুমাৰ গাঁৱৰ দুই-চাৰিজন লোকে ডাঙৰীয়াক দেখা কৰিবলৈ আহোতে প্ৰায়ে কণ কণ ল'ৰা-ছোৱালীকেইটিৰ বাবে মাটিৰে তৈয়াৰী জুনুকা আৰু ভুৰুকা আনি উমলিবলৈ দিছিল। খেলনা সামগ্ৰীসমূহ পালে লক্ষ্মীনাথৰ ৰং দুগুণে চৰুৰ।'

'তেজপুৰতে লক্ষ্মীনাথৰ ভায়েক লক্ষ্মণ ওপজে। দিনচেৰেক পাছতে ডাঙৰীয়াৰ ঘৰত কাম কৰা বান্দী আহিনীৰো ল'ৰা এটি ওপজে। এবছৰ পাছত ডাঙৰীয়াৰ নুমলীয়া পুতেক লক্ষ্মণক বিলাতী 'পিৰেম্বলেটৰ' গাড়ীত তুলি ফুৰাবলৈ নিয়া দেখি আহিনীৰ পুতেক টৌৰামে সেই গাড়ীত উঠিবলৈ বৰকৈ কন্দাত ডাঙৰীয়াই বাঢ়ৈ এজনৰ হতুৱাই কাঠৰ ঘিলা দিয়াই কাঠৰ ঘাড়ী এখন সজাই টৌৰামকো উঠি ফুৰিবলৈ দিহা কৰাই দিছিল। পিছে, গাড়ীত উঠা টৌৰামৰ আনন্দ দেখি মহাআনন্দ লভিছিল ডাঙৰীয়াইহে!'

ৰাইজৰ মাজৰ কোনো এজনে মাত দিলে, 'চোৱাহঁক, ডাঙৰীয়াগৰাকী কেনে মৰমিয়াল, দয়াশীল, মহান ব্যক্তি!'

'ঘৰৰ সন্তানকেইটিক সততে তত্ত্বাৱধান ল'বলৈ ডাঙৰীয়াই দূৰ-সম্পৰ্কীয় যোৰহাটৰ পকামূৰা মৌজাৰ লোক এজনক আনি ঘৰতে ৰাখিছিল। তেওঁৰ নাম অথনি কোৱা ৰবিনাথ মাজুদ'লৰ বৰুৱা। তেওঁ সম্বন্ধত ল'ৰা-ছোৱালীবোৰৰ ককাক যদিও বয়সত ডাঙৰীয়াতকৈ বহু সৰু। তেৰেঁই প্ৰকৃততে লক্ষ্মীনাথহঁতৰ ধেমালিৰ লগৰীয়া, কাৰ্যৰ অভিভাৱক, সাধুকথাৰ কুকি, মহাভাৰত, ৰামায়ণ, পুৰাণৰ গল্পৰ টোপোলা। কণ কণ ল'ৰা-ছোৱালীৰ মাজত বহি মাজুদ'ল বৰুৱাই গধূলি পুৰাণ, মহাভাৰত, ৰামায়ণ আদিৰ পৰা বসলগা উপাখ্যানবোৰ সাধুকথাৰ গঢ়েৰে মনোমোহাকৈ বৰ্ণনা কৰে। তাৰ উপৰি তেওঁ বিভিন্ন ৰজা, প্ৰজা, ভূত-প্ৰেত আদিৰ সাধু কৈয়ো তেওঁলোকক আমোদ আৰু ভয় প্ৰদান কৰে। কেতিয়াবা ল'ৰা-ছোৱালীহঁতে কান্দিলে, তেওঁ বৰবুঢ়া, মাজুবুঢ়া আৰু সৰুবুঢ়াৰ সাধুবোৰ বহুৎ সানি এনে ভয়ংকৰকৈ বৰ্ণনা কৰে, যে সাধু শুনি তেওঁলোকে কন্দা এৰি ভয়তে টেপা খাই পৰে। এদিন আজিবাটেদি যোৱা এটা অদ্ভুত কাপোৰ পিন্ধা

দঢ়ীয়া বুঢ়া মানুহ দেখি তেওঁ মাত দিলে—'ল'ৰাহঁত, চোৱাহি, চোৱাহি, সৌটি মাজু বুঢ়া যাব লাগিছে!' ল'ৰাহঁতে লৰি গৈ মাজুবুঢ়াক সোঁশৰীৰে যোৱা দেখা পাই ইমানকৈ ভয় খালে যে—সিহঁতে প্ৰায় মাহচেৰেক কন্দা-কটা, ডেও পৰা আৰু দুষ্টালিৰে সৈতে এমাহমানলৈকে মাজুদ'লৰ বৰুৱাৰ লগত সম্পৰ্ক পৰিত্যাগ কৰিলে। ল'ৰাহঁতক ধৰি নিবলৈ 'মাজু-বুঢ়া'ক যেন নপঠিয়ায়, তাৰ নিমিত্তে ভৱিষ্যতে আৰু দুষ্টালি নকৰো বুলি দঢ়াই, দঢ়াই ককাকক কাবৌ কৰিবলৈ ধৰিলে। অৱশ্যে অচিৰতে ল'ৰাহঁতৰ বাঢ়োতা কুমলীয়া মনৰ পছোৱাত মাজু-বুঢ়া-ব্যাপাৰৰ বিভীষিকা ক'ৰবালৈ উৰি গ'ল। ককাকে মাজু-বুঢ়া আহিছে বুলিলে ল'ৰাহঁতে মাজু-বুঢ়াক সাং কৰিবলৈ লাখুটি জোকৰা হৈ উঠিব পৰা হ'ল।'

'যিকোনো সুবিধা পালেই বালকবৃন্দই ককাকক জোকাবলৈ নেৰিছিল। এদিন তেওঁৰ মূৰত দুডাল কি এডাল পকা চুলি বিচাৰি পোৱাত আটাইকেইটাই দ'ল বান্ধি হাতচাপৰি বাই নাচি-বাগি গাবলৈ ধৰিলে—'ককা বুঢ়া হ'ল'। কোনোবাই দুষ্টালি কৰাত ককাকে চোঁচা লোৱা দেখি সিহঁতে গিৰ্জনি মাৰি হাঁহি ফিৰিঙতি ভগা দি ভাগি পলাই পত্ৰং দিবলৈ ধৰিলে।'

'বালকহঁতৰ ককাকক ডাঙৰীয়াই নাম কাঢ়ি নামাতি মাজুদ'লৰ বৰুৱা বুলি মাতিছিল। তেওঁলোকৰ পৰিয়ালে ৰজাঘৰৰ পৰা সেই বিষয় পাইছিল। ডাঙৰীয়াৰ গৃহৰ গোসাঁই ঘৰৰ মূৰ্তি আৰু শালগ্ৰাম পূজাৰ দায়িত্বত আছিল মাজুদ'লৰ বৰুৱা। দৈনিক নাম-প্ৰসংগৰ অন্তত ঘৰৰ সকলোকে দীঘলীয়াকৈ আশীৰ্বাদ মতাৰ বাবটোও মাজুদ'লৰ বৰুৱাৰ হাতত। তেওঁৰ আকৌ ৰাতিপুৱা সোনকালে শোৱাপাটি এৰাত বৰ এলাহ। ইপিনে ডাঙৰীয়াই ব্ৰহ্মপুৱাতে সাৰ পাই শয্যা ত্যাগ কৰে আৰু ঘৰৰ আনেও বেলিকৈ শুই থকা দেখিলে অসন্তুষ্ট হৈ পৰে। বেলিকৈ শুই থকা মাজুদ'লৰ বৰুৱাক সেই দেখি ডাঙৰীয়াই 'টোপনি-গধুৰ', 'গা-গধুৰ' আদি শব্দৰে দাবি-হকি দি শোৱাপাটীৰ পৰা তোলে।'

'পৰিয়ালৰ সকলোটিৰে সৈতে ডাঙৰীয়াই একেখন মজিয়াতে বহি ভাত খোৱাটো এক পৰম্পৰাৰ দৰে হৈ পৰিছিল। ভাত খোৱা মজিয়াখনো যথেষ্ট আহল-বহল। তাতে অন্ততঃ কুৰি-পঁচিশজনে শাৰী পাতি বহি ভাত খাব পাৰে আৰু সেইদৰে নিতৌ খোৱাও হৈছিল। ডাঙৰীয়া সদায় পূবফালে পশ্চিমমুৱা হৈ বহে। আনসকল উত্তৰে-দক্ষিণে-পশ্চিমে পৰস্পৰ মুখামুখি কৰি বহে। ডাঙৰ কাঁহৰ কাঁহীত ডাঙৰীয়াৰ ভাত সাজে। ডাঙৰ বানবাটিত ভাতখিনি টেপা মাৰি সুন্দৰকৈ কাঁহীত সজায়। আৰু কাঁহীতে সনা-পোটোকা দি কাঁহীৰ চাৰিওফালে তিনি-চাৰিখন আঞ্জাৰ বাটি আৰু কাষতে দৈ বা এঁৰা গাখীৰৰ বাটি সজাই দিয়া হয়। বেঢ়া-কাঁহীত ভাত খাবলৈ, বহিবলৈ খুৱা দিয়া বৰপীৰা, ওচৰত মুখ ধুবলৈ বৰ-চৰিয়া আৰু খৰিকা ল'বলৈ খৰিকাদানিত একোছা ভালকৈ কটা খৰিকা থোৱা হয়। সভাত সভাপতিৰ যি কাম, মজিয়াৰ সভাত ডাঙৰীয়াৰো প্ৰায়

তেনেকুৱাই কাম। মজিয়াত হোৱা গম্ভীৰ গঢ়ৰ কথা-বতৰাত ডাঙৰীয়াৰ সমালোচনা আৰু শেষ সিদ্ধান্ত এদনীয়া। সেই মজিয়াৰ সভাত ৰবিনাথ বৰুৱা এজন সৰ্ববাদীসন্মত সংবাদদাতা আৰু সুযোগ্য বক্তা। ডাঙৰীয়াৰ অনুপস্থিতিত ওৰেদিনটো ঘৰে-বাহিৰে সংঘটিত কাৰ্য-কলাপবোৰ সংক্ষিপ্ত বা বাহুল্য বিৱৰণ বৰুৱাই নিজৰ অভিৰুচিমতে সেই সভাতে ডাঙৰীয়াৰ আগত পেচ কৰে। ল'ৰাহঁতে ওৰে দিনটো চট্‌ফটাই লৰি-ঢাপৰি হাঁহি-খিকিন্দালি মাৰি ফুৰোতেই যায়। ডাঙৰীয়া কাছাৰীলৈ যোৱা ডোখৰ কালতো তেওঁলোকৰ ৰাম-ৰাজ্যই, তেতিয়া তাৰ মাত্ৰা আৰু চৰে। ডেকাদ'লৰ বৰুৱাই বালকবৃন্দৰ বাল্য-ক্ৰিয়াৰ ৰসভংগ কৰি হুমুকিয়ায়, 'ৰহ, আজি ডাঙৰীয়া আহিলে কৈ দিম।' ভয়তে খাই বৈ দুপৰীয়া ককাক শোওঁতে বালকবৃন্দই গা পিটিকি দি নাইবা পিঠিৰ ঘামচি মাৰি দি, সেই সেৱা-শুশ্ৰূষাৰ ভেটীৰে তেওঁক শান্ত কৰি আগন্তুক বিপদৰ হাত সাৰে। অৱশ্যে দোষৰ গুৰুত্ব-লঘুত্ব অনুসৰি ডাঙৰীয়াৰ পৰা পুত্ৰসবৰ দণ্ড লাভ হয়।'

এনেতে ৰত্নেশ্বৰে তামোল এখন মুখত ভৰাই মাত দিলে, 'তাৰ মানে, ককাক বালকবৃন্দৰ ঘোৰ শত্ৰুত পৰিণত হৈ পৰিছিল?'

'নাই, নাই তথাপিও ল'ৰাহঁতে ককাকক প্ৰাণভৰি ভাল পাইছিল, কাৰণ, ককাকেই তেওঁলোকৰ ধেমালিৰ লগৰীয়া, সাধুকথাৰ কুকি। সেই সময়ত ৰবিনাথ পঁয়ত্ৰিশ-চল্লিশ বছৰীয়া ভৰবয়সীয়া যদিও অবিবাহিত। অৱশ্যে, তেতিয়া অসমীয়া ডেকাসকলে উপাৰ্জনক্ষম হ'লেহে বিয়াৰ কথা চিন্তা কৰে। কিছুদিনৰ পাছতে তেজপুৰৰে এঘৰ দুখীয়া ব্ৰাহ্মণৰ কন্যাৰে সৈতে ডাঙৰীয়াই ৰবিনাথৰ বিবাহসম্পন্ন কৰিলে। কেইসপ্তাহমানৰ পাছৰে পৰা বুঢ়ী আয়ো ল'ৰা-ছোৱালীহঁতৰ ধেমালিৰ লগৰীয়া হৈ পৰিল!'

তেজপুৰত থকা কালছোৱাত ডাঙৰীয়াই পৰিয়ালৰ সকলোটিকে লৈ মাহেকে-পষেকে নিকামূল সত্ৰ, দ-পৰ্বতীয়া কিম্বা উষা পাহাৰৰ শিলালিপিসহ আন আন ৰজাদিনীয়া ধ্বংসস্তূপবোৰ চাইছিল। মাজে-সময়ে লুইতৰ বালিত পৰিয়ালবৰ্গৰে সৈতে বালিভোজ খোৱাৰ দিহাও কৰা হৈছিল।'

# চতুৰ্থ অধ্যায়

'পিছে মাষ্টৰ, ডাঙৰীয়া সপৰিয়ালে তেজপুৰতে থাকিল নে?' —থানেশ্বৰে সুধিলে।

খগেন্দ্ৰ মাষ্টৰে উত্তৰ দিলে, 'নাই থকা, অ' ... তোমাৰ, ওঠৰশ উনসত্তৰ খ্ৰীষ্টাব্দত ডাঙৰীয়া তেজপুৰ চহৰৰ পৰা উত্তৰ লখিমপুৰলৈ বদলি হ'ল। বৰনৈৰে উজাই আহি লখিমপুৰ পাই দহ-বাৰ দিনমানৰ ভিতৰতে টোল, ঢাপ, টাটী, চকোৱাৰে সজাই নতুন ঘৰ এটাত সোমোৱাৰ আগতে নাম-প্ৰসংগ, পূজা-সেৱা কৰি গৃহ প্ৰৱেশ কৰিলে।'

'তেৰাসকলৰ প্ৰতিবেশী আছিল সিদ্ধেশ্বৰ নামৰ এগৰাকী স্বৰ্ণকাৰ। লক্ষ্মীনাথ, শ্ৰীনাথহঁতে প্ৰায়ে সোণাৰিশাললৈ গৈ কেনেকৈনো সোণ-ৰূপসহিত দি ছাগলী ছালৰ ভাতীৰে ফোঁচ্-ফোঁচকৈ বতাহ দি সোণ গলাই লৈ নমাই চেঁচা পানীৰ চৰুত জুবুৰিয়াই অলপ টান কৰি নিয়াৰিৰ ওপৰত থৈ হাতুৰিৰে কোবাই, কোনো এবিধ অলংকাৰ বা আন বস্তু গঢ়ে, সেইবোৰ নিৰীক্ষণ কৰি কৌতূহল চৰিতাৰ্থ কৰে। সোণাৰিয়ে কেৰুমণি, ডুগডুগি কিম্বা খাৰুত কেনেকৈনো বাখৰ পতাই বা মিনা কৰে, ৰঙা-নীলা আৰু কলপতীয়া কাচৰ মণি ভাঙি তাৰ একোটুকুৰা সঁচা বাখৰৰ শাৰীত ধৰিব নোৱৰাকৈ কেনেদৰে বহুৱাই দিয়ে, তাকে লক্ষ্মীনাথে লক্ষ্য কৰি মাজে-সময়ে ভাতীত হাত লগাই মহা আনন্দ লভে। এদিন লক্ষ্মীনাথে মাকক কুতুৰি কুতুৰি ডবল পইচা এটা লৈ গৈ তাৰে সোণাৰিৰ হতুৱাই এটি সৰু খুৰি-বাটি সজাই আপুৰুগীয়াকৈ ঘৰত সজাই থ'লে।'

'সিদ্ধেশ্বৰ সোণাৰিৰ আকৌ 'জয়া' নামৰ সোণাৰি গঢ়ী দীপ্‌লিপ্ জীয়াৰী এগৰাকী আছিল। জয়া লক্ষ্মীনাথৰ ওমলা লগৰী। এবাৰ ডাঙৰীয়াই পৰিবাৰলৈ বাৰশ টকাৰ এযোৰ বাখৰ পতোৱা খাৰু গঢ়োৱাবলৈ দিয়াত লক্ষ্মীনাথে সোণাৰিশালত জয়াৰ লগত উমলি থাকোতে বাখৰ পতোৱা খাৰুযোৰ জয়াৰ হাতত পিন্ধাই দি কইনা কইনা বুলি জোকাবলৈ ধৰিলে!'

'আও, লক্ষ্মীনাথো কম তীখৰ নহয় দেই!' —সক্ষেশ্বৰ বৰদলৈয়ে মাত দিলে।

খগেন্দ্ৰ মাষ্টৰে পুনৰ কৈ গ'ল, 'দুৰ্গেশ্বৰ শৰ্মা নামৰ আমোলা এগৰাকীও ডাঙৰীয়াৰ ঘৰৰ ওচৰতে বাস কৰে। তেওঁৰ গৃহতো বালকবৃন্দৰ সমাগম ঘটে, ঘাইকৈ দুৰ্গোৎসৱৰ এমাহমানৰ আগৰে পৰা। দুৰ্গেশ্বৰে খনিকৰ বিদ্যাও জানে বাবে নিজৰ ঘৰৰ পূজাৰ নিমিত্তে নিজহাতে প্ৰতিমা সাজে। লক্ষ্মীনাথে প্ৰতিমা সজাৰ নিমিত্তে ব্যৱহৃত বোকা খচা, জুমুঠি বন্ধা আদি কাৰ্যত খনিকৰৰ সহায়ক হৈ নিজৰ কল্পনাৰেও ইটো-সিটোত প্ৰতিমা সজা দিনৰে পৰা লাগি-ভাগি দি অপৰূপ মায়াপুৰীত বিচৰণ কৰি ফুৰে! লক্ষ্মীনাথৰ কুমলীয়া মনটোত ভাবৰ সঞ্চাৰ হ'ল—খনিকৰে যেনেদৰে প্ৰতিমা

এখনিৰ প্ৰতিটো অংশ সুনিপুণ আঙুলিৰ পৰশত গঢ় দি একপ্ৰকাৰ জীৱন্তৰ দৰে কৰি তোলে, তেনেদৰে আমাকো বৰখনিকৰ সেই নেদেখাজনে সেইদৰে পৰিশ্ৰম কৰি এই ধৰাত উমলিবলৈ পঠিয়াইছে। ধল, হেঙুল, হাইতালৰ বৰণ পিহা-সনা কাৰ্যই প্ৰতিমাৰ গা, হাত, ভৰি মুখমণ্ডল উজ্জ্বল কৰি তোলা দেখি লক্ষ্মীনাথে খনিকৰজনক সুধিলে—দুৰ্গেশ্বৰ ককাইদেউ, এই হেঙুল হাইতালবোৰনো ক'ত পোৱা যায়?'

সেই সময়ত বেলি পৰি আহিছিল, পশ্চিম আকাশখন বিচিত্ৰ বৰণেৰে চিত্ৰিত হৈ উঠা দেখি সেই দিশলৈ আঙুলিয়াই শৰ্মাই ক'লে—'এইবোৰ মই তাৰপৰা আনিছো।' লক্ষ্মীনাথে ব্যাকুল হৈ সুধিলে, আমিও আনিব নোৱাৰোনে?'

তেখেতে হাঁহি মাৰি উত্তৰ দিলে, 'তহঁতে নোৱাৰ, গোসাঁনী পূজাৰ সময়ত মই আকাশী দেৱতাক খুজি আনো, মোকহে দিয়ে।'

লক্ষ্মীনাথে তেওঁক কাবৌ কৰি ক'লে, 'ককাইদেউ, মোকো চপৰাচেৰেক আনি দিয়ক না।'

তেওঁ ক'লে, 'দিম বাৰু!'

'তাৰপাচত কি হ'ল?' —ভদ্ৰেশ্বৰ বেজে সুধিলে।

'বহুদিনলৈকে লক্ষ্মীনাথে দুৰ্গেশ্বৰ শৰ্মাক সূৰুযৰ ৰং আনি দিবলৈ আমনি কৰাত তেখেতে কেৱল দিম, দিম বুলি আশা দি থয়। প্ৰতিমা সজাত লাচনী-পাচনী কাৰ্যৰে সহায় কৰাৰ নিমিত্তে শৰ্মাই এদিন খচা কুমাৰ মাটিৰে এটা সুতুলি সাজি লক্ষ্মীনাথক কেনেকৈনো ফুৰাব লাগে তাৰো কৌশলটো শিকাই দিলে। লক্ষ্মীনাথে সুতুলিটো হাতত লৈ দুই-চাৰিবাৰমান ব্যৰ্থ চেষ্টা কৰাৰ অন্তত, মুখৰ নিশাহ আৰু আঙুলি বুলনিৰে যেতিয়া সুতুলিৰ সুৰ তুলিলে খন্তেকতে তাৰ মিহি কম্পন ধ্বনিৰে দশোদিশ কঁপাবলৈ ধৰিলে। ক'ৰবাত এডোখৰ আহাৰৰ সম্ভেদ পাই ব্যস্ত-সমস্তভাৱে এটাৰ পাছত এটা, তাৰ পাছত এটা, তাৰপাছত আকৌ এটাকৈ, লানি নিছিগাকৈ ঘূৰি ফুৰা গুড়ি-পৰুৱাৰ দৰে লক্ষ্মীনাথৰ সুতুলিৰ সুৰবোৰো লৰিবলৈ ধৰিলে। কেঁচা কুমাৰ-মাটিৰ দাগ লাগি লক্ষ্মীনাথৰ ওঁঠ বগা হৈ পৰিল, ফুৰাই ফুৰাই মুখত বিষে ধৰিলে যদিও সেই উপসৰ্গবোৰলৈ তেওঁৰ ভ্ৰূক্ষেপ নাই, সুতুলিৰ সুৰ অবিৰামভাৱেই চলিল।'

'পিছদিনা লক্ষ্মীনাথে হাতত সুতুলিটো লৈ যাওঁ-নাযাওঁ ভাবেৰে গৈ সোণাৰিশালৰ চোতাল গৰকিলে। চোতালৰ একোণে থকা ধানখেৰৰ পুঁজিৰ ওচৰলৈ গৈ সুতুলিটো ওঁঠত লৈ সুৰ তুলিবলৈ ধৰিলে। সুতুলিৰ সুৰ শুনি জয়াই চুচুক-চামাককৈ ভিতৰৰ পৰা ওলাই আহি সুতুলিবাদকৰ কাষ চাপিলহি। ইফালে পিছচোতালত সুতুলিৰ সুৰ শুনি সিদ্ধেশ্বৰ সোণাৰিয়ে মাত দিলেহি—ভৰ দুপৰীয়াখন খেৰৰ পুঁজিৰ কাষত কিয় সুতুলিত সুৰ তুলিছ, নাগ-নাগিনী ওলাই আহিব ৰ'হ!'

'কথাষাৰ শুনি লক্ষ্মীনাথ আৰু জয়াই লৰ মাৰি মুকলি ধাননি পথাৰ পালেগৈ।

পথাৰখনত হালধীয়া বৰণৰ নৰাবোৰ আছে যদিও চৌপাশে সেউজীয়া ৰঙে বিৰাজ কৰিছে। পথাৰৰ মাজৰ আলিত বহি লক্ষ্মীনাথে সুতুলিত কোমল সুৰ যুৰিলে, কাষতে অবাক হৈ লক্ষ্মীনাথৰ মুখলৈ ভেবা লাগি চাই থাকিল জয়াই!'

'কিন্তু, দিনকদিনে সুতুলিৰ দৌৰাত্ম্য বাঢ়ি অহাত ল'ৰাহঁতৰ গতিবিধিৰ পৰিদৰ্শক ৰবিনাথ বৰুৱাই লক্ষ্মীনাথৰ সকলো কাকুতি-মিনতিলৈ আওকাণ কৰি সুতুলিটো তেওঁৰ হাতৰ পৰা কাঢ়ি নি নিষ্ঠুৰভাৱে শিল এছটাত এছাৰ মাৰি ভাঙি পেলালে! ককাকৰ এনে নিদাৰুণ আচৰণত লক্ষ্মীনাথৰ দুয়ো চকুৰ পৰা দুধাৰি লো বৈ গ'ল। ল'ৰাটি দুখ-শোকত ম্ৰিয়মাণ হৈ পৰিল। আমন-জিমনকৈ তেওঁ দুৰ্গেশ্বৰ শৰ্মাৰ ওচৰ পালেগৈ। লক্ষ্মীনাথৰ মুখৰ বৰণ দেখি কি হৈছে জানি লৈ, মৰম পতিয়াই তেওঁ সুতুলি এটা সাজি ৰ'দত শুকাবলৈ দিলে। অনতি বিলম্বতে সুতুলিৰ ভিতৰেদি নিৰ্গত আনন্দৰ কৰুণ সুৰে চৌদিশ মুখৰিত কৰিবলৈ ধৰিলে। পিছে, কংসাৱতাৰ ককাকে সংবাদ পাই পুনৰ্জন্ম লাভ কৰা সুতুলিটোক পূৰ্বাৰতে শিলত আফালি বধ কৰিলে আৰু পোনে পোনে দুৰ্গেশ্বৰ শৰ্মাৰ ওচৰলৈ গৈ লক্ষ্মীনাথক আৰু ন-কৈ সুতুলি সাজি নিদিবলৈ অনুৰোধ কৰি আহিল। ফলস্বৰূপে সুতুলি সৃষ্টিৰ আদ্যাশক্তি নিষ্ক্ৰিয় হৈ পৰিল। উপায়বিহীন হৈ লক্ষ্মীনাথে ঘৰৰে লগুৱা এজনক কুতুৰি কুতুৰি দ্বিতীয় শ্ৰেণীৰ সুতুলি এটা সাজি লোৱালে। তাকে মাজে-সময়ে পথাৰলৈ গৈ মুক্ত বতাহত হেঁপাহ পলুৱাই বজাই মনৰ অদম্য ইচ্ছা প্ৰশমিত কৰে। ঘূৰি আহি সুতুলিটো সংগোপনে লুকুৱাই থয়। কিন্তু, কংসৰ চোৰাংচোৱাৰ তীক্ষ্ণ দৃষ্টি কেনেকৈ অতিক্ৰম কৰিব? কোনো চৰিয়াই ককাকক সেই গুপ্ত-নিধি আৱিষ্কাৰ কৰি লুপ্ত কৰি দিলে! অনুসন্ধানৰ ফলত ককাকৰ জ্ঞানোদয় হ'ল—এইবাৰৰ সুতুলিৰ জন্মদাতা দুৰ্গেশ্বৰ শৰ্মা নহয়, ঘৰৰে লগুৱাজনহে! লগুৱাজনক মাতি আনি ককাকে ধমকি দিলে। কিছু নিৰুৎসাহ হৈ পৰিল যদিও লক্ষ্মীনাথৰ মনত এটা বুদ্ধি খেলিলে ঃ মইনো নিজহাতে এটা সুতুলি সাজি নলওঁ কিয়? লক্ষ্মীনাথ লৰি গৈ শৰ্মাৰ চোতালৰ পৰা কুমাৰ-মাটি এসোপা সংগ্ৰহ কৰি আনি সুতুলি সাজিবলৈ লাগি গ'ল। প্ৰথম প্ৰচেষ্টা বিফল হ'ল! দ্বিতীয়টো চেষ্টা সফল-বিফলৰ মাজতে ৰ'ল! তৃতীয়বাৰৰ চেষ্টাত কৃতকাৰ্য লভিলে। স্বহস্তে নিৰ্মাণ কৰা সুতুলিটো ফুৱাই মাত উলিয়ালে। যিয়েই নহওক 'আপোন হাত, জগনাথ!' কৃতকাৰ্যতাত লক্ষ্মীনাথৰ মন কঁহুৱা তুলা উৰাদি উৰিব ধৰোতে দুপৰীয়া ককাকে শেতেলিত পৰি নিদ্ৰা দেৱীক আহ্বান কৰি থাকোতে হঠাৎ সুতুলিৰ সুৰৰ ৰাম-নাম তেওঁৰ কাণত পৰাত একেজাঁপে উঠি আহি লক্ষ্মীনাথৰ কাষ পালেহি ; লক্ষ্মীনাথে ককাকক দেখিয়েই ভিৰাই লৰ দিলে। সেই ঠাইৰ পৰাই তেওঁ ৰিঙিয়াই মাত দিলে—'বাৰু, আজি ডাঙৰীয়া কাছাৰীৰ পৰা আহক, কোবত তোৰ পিঠিৰ ছাল তোলাম।'

শাসন বাক্যষাৰি শুনি লক্ষ্মীনাথৰ মন দমি গ'ল আৰু তেওঁৰ বুকুৰ বান্ধ হৈ পৰা

সুতুলিটো ককাকক সমৰ্পণ কৰি কাবৌ কৰি ক'লে, 'ককা, তুমি প্ৰসন্ন হোৱা। এইটো সুতুলি, তুমি তাক শিলত আফালি চুচুৰ্মৈ কৰা নাইবা তোমাৰ যি মন যায় তাকে কৰা, মই আৰু সুতুলি নবজাওঁ।'

কথাখিনি শুনি ৰাইজৰ মাজৰে খেনোৱে বিনালে, 'আঐ দেহি, পোনাকণটিৰ মনৰ আশা তেনেই মৰহি গ'ল!'

তামোল-পাণ এখন মুখত ভৰাই লৈ খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ৰাইজ, আমাৰ এইখন ঠাইতে জনম লভা লক্ষ্মীনাথৰ বিদ্যাৰম্ভৰ বৃতান্ত শুনক ঃ পঞ্জিকাত ভাল দিন-বাৰ চোৱাই সেই কাৰ্যফেৰা সুসম্পন্ন কৰা হ'ল। গুৰু-ঘৰ কমলাবাৰী থানলৈ সোণৰ ফুল এপাহ আগবঢ়াই ঘৰত বামুণৰ হতুৱাই পূজাভাগ কৰোৱাই নিজৰ নামঘৰত শৰাই এখন দি সকলোৱে মিলিজুলি নাম গালে আৰু নামৰ অন্তত ৰবিনাথে বালক লক্ষ্মীনাথক দীৰ্ঘায়ু আৰু সৰ্ব-বিদ্যাবিশাৰদ হৈ পিতৃকুল, মাতৃকুল উন্নতিকল্পে বিশেষৰূপে উচ্চাৰণ কৰি আশীৰ্বাদ কৰিলে! তাৰপাছত ককাকে লক্ষ্মীনাথক ক, খ লিখাৰ কৌশল শিকায় আৰু দিনৌ কলাপাত কাটি আনি কেনেকৈনো সেইখনৰ ধূলি-মাকতিবোৰ মোহাৰি চাফ-চিকুণ কৰি লৈ তাত বৰ্ণবোৰ লিখিব লাগে তাৰ দিহা কৰি দিয়ে। খাগৰিৰ কাপ কাটি ল'বলৈ, কেৰাহীৰ বা মাটিৰ চৰুৰ গাত লাগি থকা ছাইত চলু চলুকৈ গৰুমূত সানি মহী কৰিবলৈ আৰু মহী থ'বলৈ মাটিৰ কিম্বা বাঁহৰ চুঙাৰ মৈলাম আৰু সেই মৈলামবোৰ কামিং আৰি থ'বলৈ মৈলামৰ কাণত জৰী লগোৱা আদি বিদ্যাও ৰবিনাথে নাতিয়েকক দান কৰে। বিদ্যাৰম্ভ কৰি ক-ফলা পঢ়িব-লিখিবলৈ শিকাৰ পাছত, মদনমোহন তৰ্কালংকাৰৰ বঙলা শিশু-শিক্ষাৰ প্ৰথম ভাগ পুথিখন আনি দিলে, কাৰণ সেই কালত দেশাধিকাৰসকলৰ বিপৰীত বুদ্ধিৰ বলত বঙলা ভাষাহে অসম ৰাজ্যৰ বিদ্যালয়বোৰত শিকোৱা হৈছিল ; অসমীয়াৰ আপোন মাতৃ অসমীয়া ভাষাই বাকৰণিতহে ঠাই পাইছিলগৈ। ইফালে বিদেশিনী বঙলা ভাষাই আইৰ ঠাই অধিকাৰ কৰি অসমীয়া শিশুবোৰৰ মুখত মাতৃস্তনৰ সলনি 'ফিডিং বটল' দি সিহঁতক 'কাল কাক, ভাল নাক' শিকাই তাৰ সৈতে 'খিলি খাই মিলি' যাবলৈ পথ দেখুৱাই দিছিল।'

'ডাঙৰীয়া দীননাথ বেজবৰুৱা অতি নিষ্ঠাৱান পুৰণি ধৰণৰ ব্যক্তি হ'লেও তেওঁৰ মন সদায়ে প্ৰগতিবাদী। সময়ৰ বিৰুদ্ধে অনিয়মিতভাৱে থিয় হোৱাটো ডাঙৰীয়াই অনুচিত বুলি বিবেচনা কৰে, বৰং দেশ-কাল-পাত্ৰ বুজি তেওঁ অনেক কথাত সময়ৰ সোঁতৰ গতিত বাধা দিবলৈ চেষ্টা নকৰি সহায়তাহে কৰে। তেওঁৰ অভিমত, ইংৰাজ ৰাজ্যত থাকি ইংৰাজী ভাষা, ইংৰাজী বিদ্যা নিশিকিলে মানুহৰ অৱস্থা পানীৰ পৰা বামলৈ তোলা মাছৰ দৰে হয়। আনকি তেওঁ নিজেও অলপ-অচৰপ ইংৰাজী ভাষা শিকিবলৈ প্ৰয়াস কৰিলে আৰু নিজৰ ল'ৰাহঁতকো ইংৰাজী বিদ্যালয়ত নাম লগোৱাই দি ইংৰাজী ভাষা জ্ঞান লাভ কৰিবলৈ উৎসাহিত কৰিলে। সেই সময়ত লখিমপুৰত ইংৰাজী কিম্বা বঙলা কোনো বিধৰ বিদ্যালয় নাছিল। ডাঙৰীয়াই পুত্ৰসকলক, নাতিয়েক

আনকি স্থানীয় মানুহৰ ল'ৰাকো ইংৰাজী শিক্ষা গ্ৰহণৰ সুযোগ দিয়াৰ নিমিত্তে, ঘৰ এটা সজাই বিদ্যালয় এখন স্থাপন কৰি দিলে। সেই বিদ্যালয়ত মাষ্টৰি কৰাৰ নিমিত্তে শিৱসাগৰৰ পৰা তীৰ্থনাথ শৰ্মা উকীলৰ পুত্ৰ পদ্মনাথক লখিমপুৰলৈ আনি নিজ গৃহতে আশ্ৰয় দি ৰাখিলে আৰু দুই-তিনিজন ইংৰাজী জনা ব্যক্তি গোটাই মাষ্টৰ নিযুক্ত কৰিলে।'

'লখিমপুৰ চহৰৰ ওচৰৰে নকাৰী মৌজাৰ মৌজাদাৰ ঘিণাৰাম গোহাঞিবৰুৱা পুৱা-গধূলি ডাঙৰীয়াৰ ঘৰলৈ আহে আৰু তেখেত ডাঙৰীয়াৰ বৰ প্ৰিয়পাত্ৰ। তেওঁ বৰ নিৰ্জু প্ৰকৃতিৰ আৰু ডাঙৰীয়াৰ কাষতে বহি ডাঙৰ ঘূৰণীয়া ৰঙা-নীলা ছাবৰ ষ্টাম্প-কাকতত খৎ-দলিল আদি লিখি থাকে।'

'বাৰু মাষ্টৰ, গোহাঞিবৰুৱানো মূল মানুহ ক'ৰ?'

'তেওঁলোক পুৰণি ৰংপুৰ চহৰৰ জাঁজী অঞ্চলৰ জকাইচুক মৌজাৰ শিমলুগুৰি গাঁৱৰ লোক। ঘিণাৰাম হ'ল থাওৰুক বুঢ়াগোহাঞি ডাঙৰীয়াৰ দ্বিতীয় পুত্ৰ মৰাণ ডেকাবৰুৱা ফৈদৰ মূল মানুহ। তেখেত কুনকাই গোহাঞিবৰুৱাৰ শেহতীয়া বংশধৰ। ঘিণাৰাম চেমনীয়া কালতে ঘটনাচক্ৰত লখিমপুৰলৈ আহি থিতাপি লৈ সুখ্যাতিৰ গুণত মৌজাদাৰ হ'ল। তেখেতৰ পুত্ৰসকলৰ নাম—মোহনচন্দ্ৰ, সৰুনাথ, কণনাথ, ভদ্ৰসেন, নীলকণ্ঠ, পদ্মনাথ। তেওঁলোক ডাঙৰীয়াৰ পুত্ৰসবৰ খেলৰ লগৰীয়া। পদ্মনাথ আকৌ লক্ষ্মীনাথতকৈও কিছু সৰু। মৌজাদাৰৰ এটা হাতীৰ মহলো আছিল। লক্ষ্মীনাথ-পদ্মনাথহঁতে কেতিয়াবা হাতীত উঠি ফুৰিলে জয়াইতে অবাক্ হৈ চায়।'

তেনেতে ভদ্ৰেশ্বৰ বেজে হাঁহি হাঁহি ৰগৰ কৰিলে—

*'হাতীত উঠি লক্ষ্মীনাথ ঘৰলৈ যায়*
*আলিবাটৰ মানুহে ঘূৰি ঘূৰি চায়।'*

খগেন্দ্ৰ মাষ্টৰে ক'লে, 'পানীৰামক ভাল লক্ষ্মীনাথ সাজিলে দেও!'

মজিয়াত হাঁহিৰ খলকনি উঠিল!

খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ইমান দূৰলৈ বকলা মেলিলো যেতিয়া আৰু এটা বৃত্তান্ত শুনা; হলিৰাম বৰুৱা বৰ-কেৰাণী পদত লখিমপুৰলৈ বদলি হৈ আহি ডাঙৰীয়াই সজাই দিয়া টোলত আছিল। তেওঁ হিন্দুৰ অখাদ্য কুকুৰাৰ মঙহ খোৱা বুলি এটা জনৰৱ ওলাইছিল। ভয়তে লক্ষ্মীনাথে তেওঁৰ ঘৰৰ ফালেই নগৈছিল। এদিন বৰুৱাই ভাত খাই থকা পৰত লক্ষ্মীনাথক মাতি নি তেওঁৰ বান-বাটিত থকা পাৰ চৰাইৰ আঞ্জা দেখুৱাই কুকুৰাৰ আঞ্জা বুলি কৈ তাৰে হাড় এডোখৰ লক্ষ্মীনাথৰ গাৰ ফালে দলি মাৰি দিয়াত চুৱা হয় বুলি একেলৰে ঘৰ পালেগৈ। বৰুৱাৰ ওপৰত লক্ষ্মীনাথৰ বিতৃষ্ণা জন্মাৰ আনটো কাৰণ হ'ল—তেওঁৰ ঘৰৰ চালত এটা হুদু পৰিছিল; আৰু সেইটো অমংগলৰ কথা দেখি বৰুৱাই পূজা-কৰম আদি কাৰ্য কৰাই, সেই অমংগলৰ প্ৰতিবিধান কৰিলে। এদিন লক্ষ্মীনাথে সন্ধিয়াপৰত পাঠ্যপুথি এখন পঢ়ি থাকোতে তেওঁ আহি লক্ষ্মীনাথৰ

ওচৰতে বহিল। হঠাতে পুথিখনত ফেঁচাৰ ছবি এখন দেখিয়েই তেওঁ ফেঁচাটোৰ মুখাগ্নি কৰি পেলালে। পঢ়ি থকা কিতাপখন ফুটা হোৱাত লক্ষ্মীনাথে কান্দিবলৈ ধৰিলে আৰু বৰুবাৰ প্ৰতি বিতৃষ্ণা বেছিকৈ বদ্ধমূল হ'ল। পাছত ধনী নামৰ লগুৱাজনেহে ফুচলাই লক্ষ্মীনাথক ক্ষান্ত কৰিলে। ধনীনাথৰ ঘৰ যোৰহাটৰ ওচৰৰ চাওখাট মৌজাত। দৰাচলতে ধনীৰে সৈতে ককায়েক গোজৰ আৰু সিদ্ধিৰাম তিনিও পাল পাতি এবছৰ-দুবছৰকৈ ডাঙৰীয়াৰ লগত নগাঁও, বৰপেটা, তেজপুৰ আৰু লখিমপুৰত লগুৱা কামত নিযুক্ত আছিল। ডাঙৰীয়াৰ ঘৰৰ লগুৱা আৰু গৃহস্থৰ মাজত ধনৰ সম্বন্ধতকৈ মনৰ সম্বন্ধ প্ৰবল। সংস্কৃত শাস্ত্ৰৰ অনুশাসনমতে ঃ ছায়া স্বদাসবৰ্গশ্চ অৰ্থাৎ দাস-দাসীবোৰ গৃহস্থৰ গাৰ ছাঁৰ নিচিনা, এইটো বৰ্ণে বৰ্ণে প্ৰতিপালিত হৈছিল। আনকি অসমীয়া লগুৱা শব্দটোৱেই এই কথাৰ সাক্ষী ফট্‌ফটীয়াকৈ দিয়ে। তোলন লগুৱা ঘিণলাগী লিগিৰীৰ গিৰিয়েক। ডাঙৰীয়াৰ ঘৰৰ ল'ৰা-ছোৱালীবোৰে তোলনক 'বৰগিৰী' আৰু 'ককাই' আৰু ঘৈণীয়েকক 'ঘিণলাগী বাই' বুলি মাতিছিল। মাছমৰা, হাঁহকণী যুঁজোৱা আদি খেলত ধনীৰ ৰাপ যদিও, মিছা কথা কৈ বুকু ফিন্দোৱা তেওঁৰ স্বভাৱ! মুন্সেফ্ হাকিমৰ বৰ লগুৱা বুলি ধনীক হাটৰুৱা, বাটৰুৱা, দোকানী, পোহাৰী আদিয়ে ভয় আৰু খাটিৰ কৰে। ধনীৰ দুষ্টালিৰ মাত্ৰা ইমান বাঢ়ি গ'ল যে সি মাছ কিনিবলৈ পইচা লৈ সেই পইচা পোহাৰীক নিদি বলেৰে মাছ আনিবলৈ ধৰিলে। প্ৰথমে দিনচেৰেক এনেদৰে চলিল যদিও এদিন পোহাৰীসকলে মৰো-জীওকৈ আহি ডাঙৰীয়াক কথাটো লগালেহি। ডাঙৰীয়াই পোহাৰীসকলক আগৰ মাছৰ দাম সুধি-পুছি বিদায় দিলে আৰু ধনীকো এজাউৰি কিল-কীৰ্তন দিলে। তথাপিও তাৰ অভ্যাসৰ পৰিবৰ্তন নোহোৱাত ঘৰলৈ পঠিয়াই ককায়েক গোজৰক আনিলে।'

কথাষাৰ শুনি লক্ষেশ্বৰ বৰদলৈয়ে ক'লে, 'আও, ইমান সাহসনে, স্বয়ং ডাঙৰীয়াৰ নামত।'

'ৰ'বা পিছে, ইমানতে তোমাৰ আখ্যানৰ ইতি নামাৰিবা, পকা ঔটেঙাৰ জোলে ভত্-ভতাইছেহে আৰু কিছু সময় লাগিব, শুনি বৰ ভাল লাগিছেহে, একেবাৰে সাধুকথাৰ কুকি! আৰু অকণ বকলা মেলা।'

সভাসদেও হয়ভৰ দিলে।

গল খেকাৰি এটা মাৰি মাষ্টৰে কৈ গ'ল ঃ 'মহাপুৰুষ মাধৱদেৱৰ প্ৰিয়তম শিষ্য পদ্মআতা বা বদুলা আতাৰ কমলাবাৰী থানখন ডাঙৰীয়াৰ প্ৰাণ আৰু তাৰ গোসাঁই, ভকতসকল তেওঁৰ বুকুৰ সম্বল। এই সত্ৰ আৰু ভকতৰ বাবে তেওঁ যথাসৰ্বস্ব দিবলৈ সদায় আগ্ৰহী। ডাঙৰীয়াই সদায় ব্যক্ত কৰিছিল—'মহাপুৰুষ গুৰুজনে নিজৰ নাৱৰ পৰা সৰ্বহ পানীত দলিয়াই পেলাই দি ভক্ত-বস্তুক তুলি লৈছিল, এতেকে ভক্ত-বস্তুতকৈ শ্ৰেষ্ঠ বস্তু নাই!' দলে দলে কমলাবাৰী সত্ৰৰ ভকতসকলে প্ৰায়ে ডাঙৰীয়াৰ ওচৰলৈ

অহা-যোৱা কৰিছিল আৰু সিধা আদি খাদ্য-দ্ৰব্য সম্ভাৰৰ উপৰি কীৰ্তনঘৰত তেৰাসকলে জাৰকালি গাত লৈ বহি নাম গাবলৈ ৰঙা বানত একোখনকৈ লাভ কৰিছিল। কমলাবাৰী, বৰপেটা, মধুপুৰ সত্ৰৰ গোসাঁই ভকতসকলক দান কাৰ্যত ডাঙৰীয়াৰ মাহটোৰ দৰমহাৰ প্ৰায় আধাখিনি ভগন হৈছিল। সেই সময়তে কমলাবাৰী সত্ৰত কন্দল লাগি সত্ৰখন দুভাগ হৈ ফাটি, এভাগ আঁতৰি খাৰিজা বা ন-কমলাবাৰী সত্ৰ হয় আৰু সত্ৰৰ ধৰণীস্বৰূপ হৈ পৰে ডাঙৰীয়া দীননাথ বেজবৰুৱা।'

'কমলাবাৰী সত্ৰৰ ভক্তবৃন্দই এবাৰ ডাঙৰীয়াৰ আহ্বানত লখিমপুৰলৈ আহি 'জৰাসন্ধ বধ' নামৰ ভাওনা কৰাৰ এবছৰমানলৈ মাজে মাজে লক্ষ্মীনাথ আৰু শ্ৰীনাথে ভীম-জৰাসন্ধৰ বচন মাতি দুয়ো কল ঠৰুৱাৰ গদাৰে ধুপ্ ধুপ্‌কৈ কোবাই গদা দুডাল ঘুগুলা-পচলা কৰিলে! পিচৰ বছৰত 'নৃসিংহযাত্ৰা' ভাওনা দেখি পুনৰ ভাতৃদ্বয়ে যুদ্ধক্ষেত্ৰত প্ৰৱেশ কৰিলে। লক্ষ্মীনাথে হিৰণ্যকশিপু হৈ বচন আওৱালে—

*ৰহ হে ৰহ ৰহ*
*ভ্ৰাতৃবৈৰী হৰি।*
*হাতে শূল ধৰি*
*পঠাইবো যম নগৰী।'*

'এই বচন মাতি হাতত লাখুটি এডাল লৈ নৰসিংহ হোৱা শ্ৰীনাথৰ ফালে চোঁচা লওঁতেই কলিৰ হিৰণ্যকশিপুতকৈও ডাঙৰ ৰবিনাথ মাজু দ'লৰ বৰুৱা ক'ৰবাৰ পৰা আহি হিৰণ্যকশিপুৰ ওপৰত জপংকৈ পৰিল! নিমিষতে নৰসিংহ ফিৰিঙতি ভগাদি ভাগি অদৃশ্য হৈ সাৰিল, কিন্তু হিৰণ্যকশিপুৰে কাণমলা খালে!'

'এখন ভাওনাত এটা ভাও আছিল, নাম-মংগলা খৰিকটীয়াৰ ভাও। মংগলাই খৰি কাটিবলৈ হাবিলৈ যাবলৈ ওলাইছে, কিন্তু সেইদিনা আছিল মঙ্গলবাৰ। ওচৰ-চুবুৰীয়াই বাৰটো বেয়া দেখি মংগলাক খৰি কাটিবলৈ হাবিলৈ যাবলৈ হাক দিলে, কিন্তু মংগলাই কাৰো বাধা নুশুনাৰ ফলত মংগলাক বাঘে খালে। ভাওনাৰ সভাঘৰত ডাঙৰীয়া, ৰবিনাথ মাজু দলৰ বৰুৱা আদিয়ে ৰং মনেৰে ভাওনা চাই আছিল। এনেতে মংগলাই খৰি লুৰি থাকোতে যেই তাক খাবলৈ পিচফালৰ পৰা হাওঁ-হাওঁকৈ মুখাপিন্ধা বাঘ এটা ওলাল, সিফালে ভীম-জৰাসন্ধৰ যুঁজৰ প্ৰধান নায়ক, বীৰসাত্মক বাক্যবচনত লব্ধপ্ৰতিষ্ঠ শ্ৰীনাথে ভয়ত চিঞৰ মাৰি উঠি মাৰিলে ভিৰাই লৰ! ভাওনাগৃহত হাঁহিৰ ৰোল উঠিল। গতি বিষম দেখি ককাকে একে চাবেই উঠি গৈ ব্যাঘ্ৰ-ভীতিবিহ্বল শ্ৰীনাথক নিৰ্ভয় প্ৰদান কৰি কোঁচত বহুৱাই ল'লে। ইফালে লোকৰ হাক-বচন নুশুনা বপুৰা মংগলাক মুখাপিন্ধা ঢেঁকীয়াপতীয়া বৰ-বাঘে নিৰ্বিবাদে খাই থ'লে!

'ডাঙৰীয়া লখিমপুৰত থকা কালছোৱাতে বৰপুত্ৰ গোবিন্দ আৰু গোলাপ চন্দ্ৰ কলিকতালৈ পঢ়িবলৈ গ'ল। অসমত তেতিয়াও ডাক-জাহাজ বা ৰে'লৰ আবিৰ্ভাৱ

হোৱা নাই। সদাগৰী জাহাজৰ চলাচল হৈছেহে মাথোন। সদাগৰী জাহাজত উঠি পোন্ধৰ-বিশদিনমানৰ পাছত কলিকতা ওলাবগৈ পাৰি।'

'ইফালে কলিকতাত পঢ়িবলৈ গৈ বঙালীৰ হাতে ভাত খালে জাত যাব বুলি শশধৰ নামৰ অসমীয়া বামুণ এজনক ভাত ৰান্ধনি কৰি ডাঙৰীয়াৰ পুত্ৰদ্বয়ৰ সৈতে পঠিয়াই দিয়া হৈছিল। পিছে এবছৰৰ পাছত শশধৰক অনাৱশ্যক বুলি বিবেচনা কৰি ল'ৰাহঁতে কলিকতাৰ পৰা ওভোতাই পঠিয়ালে। কলিকতাত দুয়োৰো জিভাত বিদেশী ৰান্ধনিৰ ব্যঞ্জনৰহে সোৱাদ লাগি ধৰিলে!'

'ইফালে ডাঙৰীয়া লখিমপুৰত মুঞ্চিফ্ হৈ থাকোতে দুষ্টচক্ৰ এটাই ষড়যন্ত্ৰ কৰি তেওঁৰ ওপৰত এটা মিছা অভিযোগ আনিলে। অভিযোগৰ বিচাৰৰ নিমিত্তে তেওঁ নাৱেৰে জিলাৰ সদৰ ঠাই ডিব্ৰুগড়লৈ গ'ল। ভূতৰ ওপৰত দানহৰ দৰে ডাঙৰীয়াৰ যাত্ৰাকালতে ডিব্ৰুগড়ৰ কাছাৰী ঘৰটো পুৰিলে, এই কামফেৰাতো ডাঙৰীয়াৰ হাত থকা বুলি দুষ্টচক্ৰটোৱে জিলাৰ উপায়ুক্ত কৰ্ণেল ক্লাৰ্কক লগালে। তেওঁ একো অনুসন্ধান নকৰি দণ্ডবিধি আইনৰ 'ঘৰ জালানি' ধাৰাত সাঙুৰি ডাঙৰীয়াক হাজোতত ভৰালে। ডাঙৰীয়াৰ নিচিনা এগৰাকী ধৰ্মপ্ৰাণ ব্যক্তিৰ দ্বাৰা তেনে ঘৃণনীয় কাৰ্য ঘটিবই নোৱাৰে বুলি সমগ্ৰ অসমৰ মানুহৰ মাজত মৃদু প্ৰতিবাদৰ ধ্বনি উঠিল। এই বিপদক্ষণত ডাঙৰীয়া ধীৰ, স্থিৰ, অটল হৈ আছিল। বিচাৰৰ শেহত তেওঁ মেঘমুক্ত শশধৰৰ দৰে নিজৰ পূৰ্ণ যশস্যা আৰু জেউতিৰে উজ্জ্বল হৈ পৰিল। অৱশ্যে মোকৰ্দমাটোত ডাঙৰীয়াৰ প্ৰচুৰ ধন-ক্ষতি-ভগন হ'ল। বেন্সন্ নামৰ এগৰাকী প্ৰখ্যাত বেৰিষ্টাৰ আৰু শৰৎচন্দ্ৰ বানুৰ্জী নামৰ এজন উকীল ডাঙৰীয়াৰ পক্ষ সমৰ্থন কৰিবৰ নিমিত্তে কলকাতাৰ পৰা অনোৱা হ'ল। পিছে বেৰিষ্টাৰ বেন্সন্ আহি পোৱাৰ আগেয়ে উকীল বানুৰ্জীয়ে ডিব্ৰুগড় পাই সেই মিছা মোকৰ্দমাৰ জাল খণ্ড-বিখণ্ড কৰি উৰাই দিলে। বেৰিষ্টাৰ বেন্সন্ আহি গোৱালপাৰা পাইছিলহে পিছে ডাঙৰীয়াৰ নাতিয়েক হাকিম পূৰ্ণানন্দই আগতীয়াকৈ খবৰ পাই তেওঁক তাৰ পৰাই ওভোতাই পঠিয়ালে। অৱশ্যে, কিছুবছৰৰ পাছত সদাগৰ ভোলানাথ বৰুৱাৰ কাণত পৰিল যে, 'ঢাকাৰ এজন মুছলমান বেপাৰীৰ মোকৰ্দমাৰ নথি এটা পুৰি নষ্ট কৰিবৰ নিমিত্তেহে সেই কাৰ্য বেপাৰীৰ দ্বাৰা সংঘটিত হৈছিল।'

'তাৰ দিনচেৰেক পাছতে বেজবৰুৱা ডাঙৰীয়া গুৱাহাটীলৈ বদলি হোৱাত ক'লা জহা ধানৰ চাউল, পাভ, এলেং আৰু চেনি মাছৰ সোৱাদৰ স্মৃতি লৈ তেওঁলোকে লখিমপুৰ এৰিলে।'

# পঞ্চম অধ্যায়

ইফালে ভাত বঢ়াৰ যো-জা আৰম্ভ হ'ল যদিও খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ডাঙৰীয়াই পৰিয়ালসহ গুৱাহাটী পালেহি ওঠৰশ এসত্তৰ খ্ৰীষ্টাব্দৰ ব'হাগ মাহত। গুৱাহাটী পাই খাজাঞ্চী কমলানাথ ফুকনৰ গৃহত সপৰিয়ালে উঠিলহি। ফুকনৰ ভাতৃ শিৱসাগৰৰ মুক্তানাথ ফুকন আকৌ ডাঙৰীয়াৰ জোঁৱায়েক। অৱশ্যে, দিনচেৰেক পাছত বেজবৰুৱা বংশৰে লক্ষ্মীনাথ গজপুৰীয়া বৰুৱাৰ খালী হৈ থকা ঘৰলৈ ডাঙৰীয়াৰ পৰিয়াল আহি সোমাল।'

'পৰিয়ালৰ লোকৰ সৈতে সময়ে সময়ে লক্ষ্মীনাথ উমানন্দ, উৰ্বশী, নৱগ্ৰহ, শুক্ৰেশ্বৰ, বশিষ্ঠাশ্ৰম আদিলৈ যায়। কামাখ্যা আৰু হাজোলৈ যাওঁতে ওখ পাহাৰ বগাবলগীয়া হোৱা নিমিত্তে লক্ষ্মীনাথ আৰু লক্ষ্মণক ডাঙৰীয়াই লগত নিনিয়ে। মাজে-সময়ে উত্তৰ-গুৱাহাটীৰ অশ্বক্লান্ত দেৱালয়, ৰুদ্ৰেশ্বৰত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ কৃতী শিলৰ সাঁকোখন চাই ৰজাদুৱাৰৰ অৱসৰ-প্ৰাপ্ত সদৰামিন গৰ্গৰাম বৰুৱাৰ ঘৰত মাতষাৰ লগাই নাৱেৰে ইপাৰ পায়হি। কোনোবা দিনা লতাশিলৰ পৰা দীঘলী পুখুৰীৰ উত্তৰ পাৰেদি পাণবজাৰৰ ঢাকা-পট্টি হৈ ফৌজদাৰ গাঁও, মাছখোৱাইদি ভৰলুমুখ পৰ্যন্ত ৰাস্তাটোত পৰা ইটাৰ গুৰিৰ ওপৰেদি লক্ষ্মীনাথে পিতৃদেৱৰ সৈতে ঘোঁৰাগাড়ীত উঠি ফুৰে।'

এদিন লক্ষ্মীনাথে তেওঁৰ প্ৰথম বিদ্যালয়ত প্ৰৱেশ ঘটা কাহিনীৰ বিষয়ে আমাৰ আগত কৈছিল, 'গুৱাহাটীতে প্ৰথমতে মোৰ স্কুলত প্ৰৱেশ ঘটে। সঁচাকৈ ক'বলৈ গ'লে, স্কুললৈ যোৱাটো মোৰ মনত বৰফাটেকলৈ যোৱা যেন লাগিছিল। মোৰ পক্ষে স্কুলত প্ৰৱেশ মানে বন-বিহংগৰ সজাৰ প্ৰৱেশ ; যদিও তাত অৱস্থিতি চাৰি-পাঁচ ঘণ্টাৰ নিমিত্তেহে। কিন্তু হ'লে কি হ'ব, সেই চাৰি-পাঁচ ঘণ্টাৰ পাছত মুকলি হৈ গৈ আকৌ যে কালিলৈ তেনেকৈ তাত পুনৰাবদ্ধ হোৱা অনিবাৰ্য, সেই চিন্তাৰ ভয়ে মোক খুলি খুলি খাইছিল। পিতৃদেৱতাৰ হুকুম, মই স্কুললৈ যাবই লাগিব ; এতেকে যাবই লাগিব, তেহেলৈ মোৰ মনোৰাজ্যত 'বামুণেই মৰক বা লগুণেই ছিগক'!'

'স্কুলত সোমায়েই মই দেখো, কৰধৃত-ঘূণিত-শোভিত-বেত্ৰং মাষ্টৰ মহাপ্ৰভুসকলৰ বজ্ৰ-গম্ভীৰ নিনাদ ছাত্ৰসকলৰ সম্মিলিত সংযত কণ্ঠ নিসৃত মৃদু-মন্দ গুৰু-মন্দ গুৰু গুৰু ধ্বনিৰ কটাহ ভেদ কৰি স্কুল-ঘৰৰ মূধচ পাইছেগৈ, মোৰ ধাতুটিও মূৰৰ মূধচত উঠিবলৈ লৰ ধৰে। মোৰ মূৰৰ ব্ৰহ্মা-ৰন্ধ্ৰৰ কাষতে ধাতুটিক এৰি থৈ মই বহি স্কুলত কিবা শিকা-বুজাৰতো কথাই নাই, ঘৰত অলপ-অচৰপ যি পঢ়ি-শুনি শিকি-বুজি আহো, সিও পাহৰণিৰ পঞ্চৱটীত সোমাই মায়া-মৃগ হৈ ক'ৰবালৈ লৰি পলাই গুচি যায়। স্কুল, মোৰ মনত ভয়ৰ ভৱন নহৈ যদি আনন্দভৱন হ'লহেঁতেন আৰু মোৰ নিচিনা দুৰ্ভগীয়া 'স্কুলাতংকৰোগ-গ্ৰস্ত' এশ এটা ল'ৰাৰ পক্ষেও যদি তেনেকুৱাই হ'লহেঁতেন, তেন্তে দেশত কি সুস্থ-সবল দেহৰ আৰু মনৰ এচাম প্ৰজাৰ সৃষ্টি হ'লহেঁতেন! স্কুলত শিক্ষা

দিবৰ কঠোৰ নিৰ্মম নীৰস এটা মাথোন ব্যৱস্থাৰ সলনি যদি তাৰ ওলোটা অৱস্থাৰ প্ৰচলিত হ'লহেঁতেন, তেন্তে কেনে হাঁহি-মুখীয়া কাৰ্যক্ষম আৰু নিজৰ সাধ্যৰ সীমাত প্ৰফুল্লিত প্ৰজা চামে চামে বাঢ়ি আমাৰ জন্মভূমিক উজ্জ্বল আৰু মহিমান্বিত কৰিলেহেঁতেন! দেৱী সৰস্বতীৰ বছৰেকীয়া পূজাৰ উৎসৱ ছাত্ৰসকলৰ পক্ষে কেনে আনন্দময় হয় ; তেওঁৰ দৈনিক পূজা যদিও ছাত্ৰসকলৰ পক্ষে তেনে আনন্দময় হ'লহেঁতেন, তেন্তে তেওঁৰ জ্ঞান ভাণ্ডাৰৰ পৰা জ্ঞান-ৰত্নৰ সম্ভাৰ হৰিষ মনেৰে সংগ্ৰহ কৰি কত লোক ধনী আৰু সুখী হ'ব পাৰিলেহেঁতেন। সেই স্কুলত আমাক অংক শিকোৱা এজন মাষ্টৰ আছিল ; তেওঁৰ নাম—চাখোৱাত আলী।'

'গুৱাহাটীৰ ভদ্ৰলোকসকলৰ ভিতৰত উকীল শ্ৰীমন্ত সেন, যশোৱন্ত সেন আৰু গোবিন্দৰাম চৌধুৰী বেজবৰুৱাৰ আদৰৰ পাত্ৰ আৰু তেখেতসকল প্ৰায়ে ডাঙৰীয়াৰ বাসভৱনলৈ আহিছিল।'

'ডাঙৰীয়া গুৱাহাটীলৈ অহা বছৰচেৰেক পাছতে লক্ষ্মীনাথৰ দুয়োজন ককায়েক কলিকতাৰ পৰা কলেজৰ বন্ধত গুৱাহাটীলৈ আহিছিল। ঘৰ পোৱাৰ দিনাই গোবিন্দই লক্ষ্মীনাথৰ কিতাপবোৰ আনি প্ৰশ্ন সোধাত লাগি গ'ল। ককায়েকে দেখিলে—ভায়েকে একোকে নোৱাৰে! খণ্ডতে গোবিন্দই ভায়েকক এসেকা দিবলৈ চোঁচা ল'লে। লক্ষ্মীনাথে লৰ দিলে। অন্তত খেদা আৰু লৰাৰ ধুম যেতিয়া তমোময় হৈ উঠিলগৈ, মাতৃদেৱীয়ে বৰ-পুতেকক পলৰীয়া ৰাজহাঁহ ধৰিবলৈ খেদি ফুৰি হায়ৰাণ হোৱাৰ পৰা নিবৃত্ত হ'বলৈ বৰকৈ কৈ, তেওঁক ভৰ্ৎসনা কৰি ক'লে—'তোৰ ভায়েৰে তোক চাবলৈ আহিল, তই তাক ক'ত দুই-চাৰিটা কথা কৈ পোনতে মৰম পতিয়াবি, নাই তাক আকৌ মাৰিবলৈ চোৰ খেদাদি খেদি লৈ ফুৰাইছ! লাহে-ধীৰেও দেখোন তই তাৰ পঢ়া-শুনাৰ মহলা ল'ব পাৰ।' আয়েকৰ কথাত গোবিন্দ শান্ত হ'ল যদিও মৃদু-মন্দ প্ৰতি ভৰ্ৎসনা কৰিবলৈ নাপাহৰিলে, 'তোমালোকে তাক মৰম কৰি কৰি তাৰ মূৰ খালাইঁক। ইমানটো ঢোদোংগা ল'ৰাই একো পঢ়া-শুনা নকৰে—এটা বিগ দুনচ্ হ'ল!'

'তাৰ দিনচেৰেক পাছতে ডাঙৰীয়া দীননাথ বেজবৰুৱাই গুৱাহাটীতে একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ হৈ ৰাজকৰ্মৰ পৰা অৱসৰ গ্ৰহণ কৰিলে। গুৱাহাটীৰ অনেক নাগৰিক ঘাইকৈ লক্ষ্মীনাথ গজপুৰীয়া বৰুৱাই ডাঙৰীয়াক উজনিলৈ উভতি নগৈ গুৱাহাটীতে ঘৰ-বাৰী কৰি নিগাজীকৈ থাকিবলৈ অনুৰোধ কৰিলে। কিন্তু, ডাঙৰীয়াই নিজৰ পুৰণি ঠাই শিৱসাগৰলৈ উভতি যোৱাটোকে থিৰাং কৰিলে।'

এনেতে বাপু, দণ্ডীৰাম আৰু দুই-চাৰিজনে টৌ, চৰিয়াত ভাত, দালি, তৰকাৰি আদি ব্যঞ্জন আনি মজিয়াত থ'লে। ভাত বাঢ়ি দিয়াৰ পাছত সকলো ৰাইজে আঁঠুকাঢ়ি ভগৱন্তৰ নাম ল'লে। বাপুৱে পদ এফাঁকি আওৰাই ৰাইজক উদ্দেশ্যি ক'লে—'বাপসকল, আমাৰ সকলো দায়-দোষ মৰিষণ কৰি ভগৱন্তৰ চাউলকঠা ধৰক।'

*'জয় হৰি বোলক।'*

*'জয় ৰাম বোলক।'*

# ষষ্ঠ অধ্যায়

কেইবছৰমানৰ বিৰতিত আজি পুনৰ লক্ষ্মীপূজা উপলক্ষে আঁহতগুৰিৰ ৰাইজে ভাওনা পতাৰ নিমিত্তে আখৰা কৰি আছে। নাটৰ নাম—'চোৰ ধৰা আৰু পিম্পৰা গুচোৱা।' আগৰখন ভাওনাত ভাও লোৱা ভাৱৰীয়াসকলৰ দুই-এজনে ইতিমধ্যে পৃথিৱীৰ পৰা মেলানি মাগিলে, বৰ্তমান দুই-চাৰিজনে পুতেক-নাতিয়েকৰ ভাও চাই আনন্দ লভে যদিও থানেশ্বৰ খনিকৰে আজিও সূত্ৰধাৰৰ বচন মাতি আছে—

সূত্ৰ।। "*আহে সমাজিক লোক। যে চৰাচৰ গুৰু*
*নাৰায়ণ গোপীজন মধ্যে চোৰ চাতুৰী নানা*
*ৰস খেলান কয়ে কহো, গোপীসবক মনোৰথ*
*পুৰিয়ে যৈছন ক্ৰীড়া কয়ল, তা দেখহ শুনহ*
*নিৰন্তৰে হৰি বোল হৰি বোল।'*

ইপিনে গীত, ৰাগ, বসন্ত-তালৰ মতি আৰম্ভ হ'ল। খোল, তাল, বৰ-কাঁহ বাজি উঠিল। ৰত্নেশ্বৰ বেজে পদ আৰম্ভ কৰিলে—

*'পৰমানন্দ লীলা পৰকাশী।*
*বহু ৰসে ৰঞ্জল গোকুলবাসী।।*
*সব ৰস সাগৰ নন্দকু লাল।*
*কহয় মাধৱ গতি মুকুতি গোপাল।।'*

এনেতে নামঘৰীয়াৰ আলধৰাজনে মাটিৰ গিলাচত ফিকা চাহ আনি নামঘৰৰ মজিয়া পোৱালেহি। চাহৰ গিলাচত সোহা এটা মাৰি ভদ্ৰেশ্বৰ বেজে গল-খেকাৰি এটা মাৰি ক'লে, 'হেৰা মাষ্টৰ, বোলো, তুমি দেখোন মাষ্টৰী কৰি সমগ্ৰ ৰাজ্যখনতে টিঘিল-ঘিলাই ফুৰিছা, কিয় তাহানি কোৱাৰ দৰে ডাঙৰীয়া দীননাথ বেজবৰুৱাদেৱৰ কথা, তেওঁৰ পোনাকণ যে—লক্ষ্মীনাথ পূৰ্ণিমাৰ নিশা আমাৰ এই ঠাইতে উপজিছিল, সেই সোণসেৰীয়া কথাৰ অলপ বকলা মেলাচোনহে। তুমি শিৱসাগৰতো আছিলা নহয়?'

খগেন্দ্ৰ মাষ্টৰে মুখ মেলিলে, 'হওঁতে প্ৰভুৰ কৃপাত অসম ভূমিৰ সমস্ত ঠাইতে ঘূৰাৰ সুযোগ পাইছো ৰ'বা। ভগৱন্তই কৰিলে আৰু প্ৰায় একুৰিমান বছৰ চাকৰি কৰিব পাৰিম।'

ভকতসকলে ক'লে, 'থ'ব, থ'ব। ভগৱন্তই ৰাখিব!'

'বাৰু, ডাঙৰীয়াই ওঠৰ শ তেসত্তৰ খ্ৰীষ্টাব্দৰ একত্ৰিশ মাৰ্চত ৰাজকাৰ্যৰ পৰা

অৱসৰ গ্ৰহণ কৰি সপৰিয়ালে গুৱাহাটীৰ পৰা শিৱসাগৰৰ নিজা ঘৰলৈ থিতাপি লাগিবলৈ অহাৰ যো-জা কৰিলে।

'দুখন ডাঙৰ গুৱালকুছীয়া হোলোং নাৱেৰে গুৱাহাটীৰ উজান বজাৰ ঘাটত উঠি ৰাতি ভাতসাঁজ খাবৰপৰত, ডাঙৰ পছোৱা এছাটিয়ে ৰন্ধাবঢ়া ভাতখিনি নিমিষতে বালিৰে পুতি পেলালে আৰু বালিত তৰা আঁৰ কাপোৰখন উৰুৱাই নি ব্ৰহ্মপুত্ৰৰ পানীত পেলাই দিলে। সেই দুৰ্যোগৰ সময়ত ডাঙৰীয়া বৰপুত্ৰযুগল, লগুৱাসকল, নাৱৰীয়াহঁতৰ সৈতে পানীত নামি কান্ধ পাতি নাও দুখন ধৰি থাকি কোনোমতে ৰক্ষা কৰিলে। ধুমুহাৰ পাছত, সেই ৰাতিয়েই গোবিন্দ আৰু গোলাপ দুয়ো কলিকতালৈ উভতি যাবলৈ বুলি সদাগৰী জাহাজত উঠেগৈ। তাকে দেখি মাকে চকুলো টুকি বেজাৰ কৰিলে ঃ 'ল'ৰা দুটাই ইমান কষ্ট পালে দেহি আৰু যোৱাৰ আগেয়ে এসাঁজ ভাত খাবলৈকো নাপালে!'

'গুৱাহাটীৰ পৰা শিৱসাগৰলৈ উজাই আহোতে প্ৰায় বাইশ-চব্বিশ দিন লাগে। ফাগুনৰ শেষ আৰু চ'তৰ আগছোৱাত এই নৌকাযাত্ৰা হৈছিল। ধৌঅময় শুভ্ৰ বালিৰে দুয়োকাষে দুটা তিৰ্‌বিৰোৱা পাৰি দিয়া, নিৰ্মল ব্ৰহ্মপুত্ৰখন লক্ষ্মীনাথৰ মনত ফটিকৰ সূতাৰে বোৱা এখন ডাঙৰ চেলেং কাপোৰ যেন লাগিছিল! দুপৰীয়া আৰু গধূলি কোনো বালিৰ চাপৰিত নাও চাপিলেই লক্ষ্মীনাথ, শ্ৰীনাথ আৰু লক্ষ্মণে একেজাঁপে নাৱৰ পৰা বালিত পৰি আনন্দত আত্মহাৰা হৈ ম'ৰা চৰাইৰ পোৱালি লৰি ফুৰাদি ফুৰে।

'এদিন দুপৰীয়া ভাত ৰান্ধিবৰ নিমিত্তে এটা বালিচৰত নাওখন ৰখা হ'ল। এনেতে দেখা গ'ল বহুতো গঙাচিলনী উৰি ফুৰিছেহি। নাৱৰীয়াজনে ক'লে—ইয়াৰে বালিত নিশ্চয় গঙাচিলনীৰ কণী বিচাৰি পোৱা যাব! কথাষাৰ শুনি শ্ৰীনাথ আৰু লক্ষ্মীনাথে নৈৰ বালিত পৰা গঙাচিলনীৰ কণী বিচাৰি আনি বুকু ফুলাই সকলোকে দেখুৱালে। তেনেতে আনজন নাৱৰীয়াই উলে—গঙাচিলনী মানুহে নাখায় যদিও কণী হ'লে মানুহে খায়। নাৱৰীয়াজনৰ কথাত ভাতৃদ্বয়ে কণী ভজা খাই পৰম তৃপ্তি লভিলে।'

'লক্ষ্মীনাথ আৰু শ্ৰীনাথে আন এদিন বালিচাপৰিত বিচাৰি বিচাৰি দুটা ঘঁৰিয়ালৰ কণী পালে। প্ৰকাণ্ড কণী! কণী দুয়োটা ফুটাই ভিতৰৰ অংশ পেলাই গোট খোলা দুটা নাৱৰ কুষ্কিৰ কাসীত আঁৰি থ'লে।'

পিচদিনা বিয়লি চাৰিমান বজাত এটা ঘূলিত নাৱৰীয়াই নাওখন বান্ধিলে। সেই সময়তে ফেৰফেৰীয়া বতাহ বলিছিল, সাধাৰণতে তেনে বতাহ ৰাতিলৈকে বাঢ়ি, ধুমুহাতো পৰিণত হ'ব পাৰে! অৱশ্যে ঘূলিটো ভাল, সেই ঠাইত নাও বান্ধিলে বেয়া বতৰতো

ভয় কম, তদুপৰি আগলৈ তেনে ঘূলি পোৱা নাযাবও পাৰে। নাও বন্ধাৰ পিচত দেখা গ'ল, কিছু দূৰৈত বালিৰ ওপৰত দুটা নে তিনিটা কাছ বগাইছে। নাৱৰীয়াজনে ক'লে—সেইকেইটা কালচাপ কাছ! এনে বতৰত সিহঁতে বালিত কণী পাৰিবলৈ উঠে। কথাষাৰ শুনি ধনীয়ে কাছৰ ফালে চোঁচা ল'লে। কিবা এটা আগুৱাই অহা গম পাই কাছকেইটা উভতি নৈৰ ফালে প্ৰাণপণে লৰ দিলে। ধনীয়ে কাছ এটাক আগচি ধৰি ততালিকে লুটিয়াই পেলাই তাৰ বুকুত গোৰ এটা মাৰি অৱশ কৰি পেলালে। কাছটো কাটিলত পেটিত দুকুৰিমান কণী ওলাল।'

'আনজন নাৱৰীয়াই বালিত ঘূৰি-ফুৰি উভতি আহি চুৰিয়াৰ কোঁচ উবুৰিয়াই একোঁচ-কাছ-কণী ঝাকি দিলে ; তাৰ কিছুমান সম্পূৰ্ণ ঘূৰণীয়া, কিছুমান দীঘলীয়া। ঘূৰণীয়াবোৰ বৰ কাছৰ কণী। পাঁচ-ছদিনলৈকে সেই কণী সিজাই নাইবা ভাতত দি সকলোৱে মহা তৃপ্তি লভিলে।'

'পিচদিনা নাওখন নৈৰ পাৰৰ নল-খাগৰিৰ কাষে কাষে আগুৱাই যাওঁতে নাৱৰীয়াইঁতে নাৱৰ চৰিৰ ফেৰেকা মুখেৰে হেঁচা মাৰি ধৰি এটা দুৰা কাছ ধৰিলে। সেই জাতীয় কাছক নল-দুৰা বোলে আৰু সেইবোৰ হেনো অখাদ্য। ধনীয়ে কাছটো অখাদ্য বুলি শুনি ডাঙৰীয়াই নুশুনাকৈ শাস্ত্ৰৰ বচন মাতি তাৰ অদ্ভুত ব্যাখ্যা কৰিলে—'কীৰ্তন ঘোষাত দুৰাকাছ খাবলৈ কৈছে, যেনে—দুৰাচাৰ মন মোৰ ৰাম হৰি বোল' অৰ্থাৎ মোৰ মনে তোক খাবলৈ কৈছে, তই মই খাব পোৱা হয়। তাৰ মানেতো হ'ল, সিহঁতে নিশ্চয় মনে মনে ৰান্ধি-বাঢ়ি কাছটো পেটিত সুমুৱাই থ'লে।'

'ৰাতি খাই-বৈ নাৱত সকলোবোৰ শুলে। তেনেতে নাৱৰীয়াইঁতে ডাঙৰীয়াৰ কাষ চাপি ক'লে—বৰ এচাটি ধুমুহা-বতাহৰ আগজাননী যেন পাইছো! আকাশখনলৈ লক্ষ্য কৰি লৰালৰিকৈ ডাঙৰীয়াই সিহঁতৰ হতুৱাই নাও দুখনৰ গোজ-কাচি মজবুতকৈ পোতাই বন্ধালে আৰু আন আন সতৰ্কতাও ল'লে। প্ৰায় পোন্ধৰ মিনিটমান উকলি যোৱাত আকাশখন ক'লা মেঘে ঢাটি পেলালে। ঘনে ঘনে বিজুলী মাৰিবলৈ ধৰিলে। নিমিষতে ভয়ানক ধুমুহা আৰম্ভ হ'ল আৰু নাও দুয়োখনকে ধুমুহাই বোন্দা-থেকেচা দিবলৈ ধৰিলে। ডাঙৰীয়াই নাৱৰীয়া আৰু লগুৱাবোৰৰ সৈতে ৰাতি নৈৰ পানীত নামি কান্ধ পাতি নাও দুখন কোনোমতে ৰক্ষা কৰিলে।'

'পিচদিনা দিনটোৰ বেছিভাগ সময় ডাঙৰীয়াই নিজেই নাৱৰ গুৰিব'ঠা ধৰিলে। ব্ৰহ্মপুত্ৰৰ ভৰা স্ৰোতত নাৱেৰে উজাওতে বা ভটীয়াওতে বিশেষকৈ টান পানীত পাৰি দিয়াত ডাঙৰীয়া পাকৈত।'

'গন্তব্য স্থানলৈ আগবাঢ়ি গৈ থাকোতে পুৱা নল-খাগৰি আৰু কঁহুৱা বন থকা

জেকা বালি এডোখৰত এজাক বনৰীয়া ম'হ ওলাল। শংকিত হৈ নাৱৰীয়াইঁতে নৈৰ সিপাৰলৈ পাৰি দি যাব খোজোতেই ম'হজাকে ভয়তে টেঁটাই ঢপলিয়াই লৰ মাৰি হাবিত সোমাল। ডাঙৰবোৰৰ লগে লগে ম'হৰ পোৱালিকেইটামানে পিচপৰি লৰি যোৱা দেখি লক্ষ্মীনাথৰ বৰ ফূৰ্তি লাগিল, তেওঁ যেন মৰম কৰি ঘৰলৈ নি সিহঁতক পুহিব!'

'নাওখন কিছুদূৰ আগবাঢ়ি যোৱাত দেখা গ'ল—এজোপা ডাঙৰ গছৰ ডালত বহি এটা কুৰুৱা চৰায়ে বৌমাছ এটা খোৱাৰ দিহা কৰিছে। নাৱৰ আগোৱালজনে কাঠখৰি এডাল ফৰ্মুটি মাৰি পঠিয়ালে। ভোজত বহা কুৰুৱাটোৱে ভোজনৰ আগেয়ে ভয় খাই উৰা মাৰিলে আৰু মাছটো তাৰ নখৰ পৰা ধুপুচ কৰে গছৰ তলত পৰিল। তাকে দেখি আগোৱালজনে একেজাঁপে নাৱৰ পৰা নামি লৰি গৈ মাছটো লৈ বুকু ফিন্দাই পেলাই দিলেহি।'

'পিচদিনা দেখা গ'ল—বালিচাপৰি এটাৰ জুপুৰি এটাৰ পৰা জালোৱা বুঢ়া-বুঢ়ী এহাল নাওখনৰ ফালে বেগাই খোজ দিছে। 'দেউতা, এখন্তেক নাও ৰাখক' বুলি বৰ-কাছ এটা আগত থৈ দুয়ো সেৱা লৈ ব্যক্ত কৰিলে—'দেউতা-ঈশ্বৰ, ৰাজ-কাৰ্যৰ পৰা অৱসৰ লৈ উজাই আহিছে বুলি শুনি সেৱা ল'লো।' পাছত বুঢ়াই নিজৰ ঘুংৰোগৰ বৃত্তান্ত কৈ ডাঙৰীয়াৰ পৰা দৰব লৈ সস্ত্ৰীক প্ৰণাম জনাই প্ৰস্থান কৰিলে।'

বৰনৈৰ দাঁতিত কোনো কোনো ঠাইত মাদুৰি বন গজে। বাকলি গুচাই মাদুৰিৰ শাহটো আৰু কেঁওটো খাবলৈ ভাল যদি ডাঙৰীয়াই ল'ৰাইঁতক খাবলৈ হাক দি ক'লে—'এই মাদুৰিৰে কোবাই যদুকুল ধ্বংস হৈছিল, সেই নিমিত্তে মাদুৰি খাব নাপায়।'

'কোনো কোনো ঠাইত নৈৰ গৰাত খহনীয়া হোৱা বাবে, সেইফালে উজাই যোৱাটো বিপজ্জনক বাবে ইপাৰৰ পৰা সিপাৰলৈ পাৰি দিবলগীয়া হয়। চকুৰে ইপাৰৰ পৰা সিপাৰ মনিব নোৱৰা ব্ৰহ্মপুত্ৰত এনেদৰে বহুবাৰ পাৰি দিবলগীয়া হয়। পাৰি দিওঁতে নাৱৰ আগোৱালকেইজনে নাৱৰ টিং আৰু গ'লত বহি প্ৰাণপণে ডাঁৰ মাৰি আৰু গুৰিয়ালে গুৰিৰ পৰা গুৰি ব'ঠাৰে হাপ দি দি অতি কষ্টেৰে এনে কাম সমাধা কৰিলে। ডাঙৰীয়াই অনেকবাৰ নিজেই ব'ঠা বাই ঘোষাৰ পদ লগাই —'ৰাম পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে'। সকলোৱে উচ্চস্বৰে গীতটো গাবলৈ ধৰিলে। বাস্তৱিকতে, নামৰ তালৰ লগে লগে পানীত পৰা দাঁৰৰ ছেও মিলি নাৱৰীয়াইঁতৰ মনত এক অপূৰ্ব উৎসাহৰ সোঁত বোৱালে।

কাজিৰঙা অৰণ্যখন পাৰ হৈ কিছুদূৰ আগবঢ়াৰ পাছত ডাঙৰীয়াই দূৰৈৰ পৰা আঙুলিয়াই ক'লে, 'সৌৱা, মোৰ আতাৰ থান স্বৰ্গীয় কমলাবাৰী সত্ৰৰ গছ-বিৰিখ দেখা

গৈছে।' ডাঙৰীয়াৰ সৈতে পৰিয়ালৰ সকলোৱে নাৱৰ চৰমত আঁঠু কাঢ়ি থানৰ উদ্দেশ্যে ভক্তিপূৰ্ণ সেৱা জনালে। তাৰপাছত ডাঙৰীয়াই ঘোষাকেই —ফাঁকি সুৰ তুলি গাবলৈ ধৰিলে।'

হোলোং নাও দুয়োখন আহি দিখৌমুখত সোমাওঁ সোমাওঁ হৈছে, এনেতে ভৰদুপৰীয়া নৈৰ পাৰতে থকা মিচিং গাঁও এখনত কণমান শিশু এটিৰ কান্দোন শুনি ডাঙৰীয়াই নাও চপাই শিশুটিৰ মাক-বাপেকক মাতি পঠিয়ালে। পোনাটিয়ে কিয় ইমানকৈ কান্দিছে গম লৈ আৰু নকন্দুৱাবলৈ দম্পতীহালক কৈ বিদায় দিলে। দুয়ো সন্তোষ লভি নাওখন অলপ সময় ৰাখিবলৈ অনুৰোধ কৰি লৰি গৈ চাৰিজন মানুহে সাঙী কৰি প্ৰকাণ্ড বৰ-কাছ এটা আনি ডাঙৰীয়াক উপঢৌকন দি সেৱা ল'লে। ইতিমধ্যে গাঁৱৰ ল'ৰা, বুঢ়া, তিৰোতাসকল আহি ওচৰত জুম বান্ধিলেহি। ডাঙৰীয়াই বৰ-জাপিৰ সমান কাছটো কটোৱাই সকলোৰে মাজত বিলাই দিয়াত ৰংমনে মানুহখিনিয়ে প্ৰস্থান কৰিলে।'

'ইফালে ৰংপুৰলৈ আৰু মাত্ৰ এদিনৰহে বাট!'

# সপ্তম অধ্যায়

ৰংপুৰ সোমাই লক্ষ্মীনাথৰ মনটো পুলকিত হৈ পৰিল। নিজা ঠাইখনলৈ আহি লক্ষ্মীনাথে শিৱসাগৰৰ বিশাল বৰ-পুখুৰী আৰু তাৰ পাৰৰ দৌল তিনিটা দেখি আচৰিত হ'ল।

গুৰু শংকৰৰ ভাষাত—

*'সুবৰ্ণ ৰজত লোহা জ্বলে তিনি শৃংগ।*
*চক্ষুত জমক লাগে দেখিতে বিৰিঙ্গ।।'*

দুয়ো কাষৰ দুটা দ'লত যদিও ৰজতৰ শৃংগ নাথাকি লোৰ চক্ৰ আৰু ত্ৰিশূলে সেই কাম কৰিছে কিন্তু মাজৰ শিৱদ'লৰ ওপৰত 'চকুত জমক লগোৱা বিৰিংগ শৃংগই তিৰ্বিৰ্ কৰি দশোদিশে প্ৰকাশি শিৱসাগৰৰ মহিমা উজ্জ্বল কৰি ৰাখিছে। সুশীতল নিৰ্মল জলেৰে, চপ্‌চপীয়া শিৱসাগৰৰ বৰপুখুৰীকো সৰোবৰৰ লগত ৰিজাই গুৰুজনাৰ অমৃতময় ভাষাৰে খগেন্দ্ৰ মাষ্টৰে আওৰালে—

*'তাহাৰ মাঝে সৰোবৰ এক।*
*সাগৰ-সংকাশ দেখি প্ৰত্যেক।।*
*সুবৰ্ণময় পদ্মে আছে জুৰি।*
*ভ্ৰমৰে মধু পিয়ে তাত পাৰি।।*
*ৰাজহংস আদি যতেক পক্ষী।*
*পূৰি পৰি থাকে নাযায় উপেক্ষি।।'*

দিখৌৰ সিটোপাৰৰ ৰংঘৰ, কাৰেংঘৰ, তলাতল ঘৰ, জয়সাগৰৰ দৌল আৰু সাগৰসদৃশ পুখুৰী প্ৰভৃতিয়েও কিশোৰ লক্ষ্মীনাথৰ মন মোহিত কৰি পেলালে। শিৱসাগৰখন তেওঁৰ মনত শীঘ্ৰে আনন্দ-সাগৰ আৰু ৰংপুৰ মায়াময় আলয় হৈ উঠিল!

লক্ষ্মীনাথে উমলিবলৈ দুজন ভতিজাকক কৈশোৰৰ লগৰীস্বৰূপে পালে। প্ৰথম দিনাই তেওঁলোকে বিদ্যালয়ত শিকা বঙলা পাঠ্য-পাঠৰ পদ্য কেইফাঁকিমান মাতি শুনালে—

*'পৰ্বতে ধূসল মেঘ হইল উদয়।*
*ভয়ংকৰ শব্দ কৰি বেগে বায়ু বয়।।*
*পাতা উড়ে ফল পড়ে ভাঙিতেছে ডাল।*
*উড়িল বাতাসে সব কুটীৰেৰ চাল।।*
*নদী জলে উঠে ঢেউ পৰ্বত সমান।*
*উপায় নাপাই মাঝি কৰে হায় হায়।।'*

অৱশ্যে দুই-চাৰিদিনৰ পাছত পঢ়ি-মেলি লক্ষ্মীনাথেও লগৰীয়াসকলৰ দৰেই বঙলা কবিতা পাঠ কৰিব পৰা হ'ল। লক্ষ্মীনাথহঁত শিৱসাগৰলৈ অহাৰ কিছুদিনৰ আগতে বৰপেটাৰ

বিখ্যাত তিথিৰাম বায়নে তেওঁৰ বঙলা 'যাত্ৰাগানৰ পালা' লৈ উজনিত ঘূৰি ফুৰিছিল। সেই যাত্ৰাগানত প্ৰদৰ্শন কৰা ৰাধাৰ 'মানভঞ্জন পালা'ৰ একো একোটা গানৰ এডোখৰ এডোখৰ বিকৃত কৰি সুৰ-লয়-তাল শূন্য কৰি দুয়ো গাই শুনালে—

*'ও ৰাই! আগে প্ৰেম কৰিলি হেসে হেসে।*
*এখন কান্দ কেন নিৰ্জন বসে।।'*

'তেতিয়ালৈকে কোনো বঙলা যাত্ৰা-গান নেদেখা লক্ষ্মীনাথে অসমীয়া ভাওনাৰ গীত-পদ-বাইক-বচন দুটা-এটা মাতি লগৰীয়াহঁতক শুনাব বুলি মুখ মেলোতেই, তেওঁলোকে এইবোৰনো কি বুলি টিলিকি মাৰি উৰাই দিলে। কাৰণ, বঙলা ভাষা, বঙলা গান, বঙালীৰ নিচিনাকৈ চুলি কটা, চুৰিয়া-চোলা পিন্ধা, মুঠতে বঙালী ফেছন ইতিমধ্যে শিৱসাগৰত গা কৰি উঠিছে। সকলো বঙালী ভাষী লোক অসমীয়াতকৈ যে শ্ৰেষ্ঠ, এই ৰোগে অসমীয়া ডেকাচামৰ গাত ভালকৈয়ে লম্ভিছে! আনকি এই ৰোগৰ প্ৰকোপ ইমান বাঢ়িল যে, অসমৰ ডাঙৰ ডাঙৰ সত্ৰবোৰত সুন্দৰ অসমীয়া অংকীয়া ভাওনাৰ লগে লগে-মহন্তসকলে বাৰে-বাংকৰা অশুদ্ধ বঙলা ভাষাত নাট ৰচি, প্ৰদৰ্শন কৰাই, নিজকে গৌৰৱান্বিত আৰু দৰ্শকসকল আনন্দিত হোৱা বুলি ভাবিবলৈ ধৰিলে। এনেবোৰ কুচ-কাৰবাৰ দেখি-শুনি লক্ষ্মীনাথেও ভাবিলে তেওঁৰ বঙলা গানৰ অনভিজ্ঞতা অমাৰ্জনীয়!'

ইপিনে লক্ষ্মীনাথ বিভিন্ন খেল-ধেমালিত পৈণত হৈ উঠিল। গুদু, টাংগুটি, লুকা-ভাকু, পাঁচি, কচুগুটি, বাঘ-গৰু খেলা, গছত উঠা, বৰশী বাই মাছ ধৰা আদি অনেক খেল। চুৰ্চুৰীয়াকৈ শিৱসাগৰত ক্ৰিকেট খেল আৰম্ভ হোৱাত লক্ষ্মীনাথে তাতো ভাগ ল'লে। ঘৰৰ প্ৰকাণ্ড পুখুৰীটোত লক্ষ্মীনাথৰ সৈতে লগৰীয়াহঁতৰ সাঁতোৰা-নাদোৰাৰ জাঁপ, থিয় সাঁতোৰ, চিলনী সাঁতোৰ মাৰি হেন্দোলদোপ লগোৱা হ'ল। বালকবৃন্দৰ ভিতৰত সকলোতকৈ সৰহ সময় লক্ষ্মীনাথেই পানীৰ তলত বুৰ মাৰি থাকিব পাৰিছিল আৰু একে বুৰতে চাৰিপৰীয়া পুখুৰীটোৰ এচুকৰ পৰা কোণীয়াকৈ আনটো চুকত ওলাইছিলগৈ। পুখুৰীৰ পাৰে পাৰে আম, কঁঠাল, তামোল, তেঁতেলী গছ ৰুইছে। তেঁতেলী গছৰ ডালত উঠি জপংকৰে পানীত পৰাটো লক্ষ্মীনাথৰ নিত্যকৰ্মৰ এক কৰ্ম। পাৰৰ পৰা ওলোটা খৰ মাৰি পুখুৰীত পৰাটোও লক্ষ্মীনাথৰ আন এটা বাহাদুৰী। লক্ষ্মীনাথে বাৰিষা দিখৌ নৈৰ সাপৰ নেগুৰ ছিগা সোঁত নেওচি ইপাৰ-সিপাৰ হৈছিল। দিখৌ নৈৰ দুই পাৰে দুটা খুঁটি পুতি তাতে লোৰ তাঁৰ লগাই সেই তাঁৰত পাৰনাও বান্ধি মানুহ, ঘোঁৰাগাড়ী পাৰ কৰা হয়। বাৰিষা বালকবৃন্দই সেই পাৰ নাৱত উঠি নৈৰ মাজ পাই নাৱৰ পৰা খৰ মাৰি দি পৰি সাঁতুৰি পাৰ হয়।'

'বুদুৰাম মুক্তিয়াৰ নামৰ ভকত এজনক ডাঙৰীয়াই পুখুৰীৰ পাৰতে ঘৰ এটি সাজি দিছিল। তেখেত কমলাবাৰী সত্ৰৰ ভকত। বুদু আতৈয়ে বাঢ়ৈৰ কাম ভালকৈ জানে। তেওঁ তৈয়াৰ কৰা পমা কাঠৰ সৰু নাও এখনত বালকবৃন্দই পুখুৰীত নাও বাই ফুৰে। নৌকা বিহাৰত লক্ষ্মীনাথৰ ইমানেই উৎসাহ জাগিল যে দেউতাক শুলে জোনাকনিশা

মনে মনে আহি নাও খেলাই ফুৰিব ধৰিলে। পিচে 'সৰ্বমত্যন্তং গৰ্হিতং'। এদিন ৰাতি নাও খেলি থাকোতে হাতে-লোটে ধৰা পৰিল লক্ষ্মীনাথ। ফলং প্ৰহাৰং হ'ল আৰু দেউতাকে বুদু আতৈক কৈ নাওখন ভাঙি ছালপীৰা সাজি পেলালে।'

'কিছুদিনৰ পাছত লক্ষ্মীনাথ আৰু ভতিজাক এজনৰ লগুণদিয়নি পৰ্ব পতা হ'ল। যদিও অশাস্ত্ৰীয় মতে, লক্ষ্মীনাথৰ কাণবিন্ধানি কেতিয়াবাই হৈ, কাণৰ ভোমালা বিন্ধাত সীহৰ কঁৰিয়া, খৰিয়া আৰু কুহিলাৰে পৰা আৰম্ভ কৰি সোণৰ বাখৰ পতোৱা লং, কেৰু পৰ্যন্ত সোমাই ওলোমাই লৈ টিঘিল-ঘিলাইছিল তথাপি শাস্ত্ৰীয় বিধি-বিধানেৰে চূড়াকৰণ আদি কৰি ব্ৰাহ্মণৰ দশ-সংস্কাৰ লগুণদিয়নিৰে সৈতে সমাপিত কৰিলে। নাজিৰ ত্ৰিলোন শৰ্মা প্ৰধান পুৰোহিত, লগত সহায়কাৰী হ'ল পণ্ডিত লম্বোদৰ শৰ্মা।'

'শিৱসাগৰত থিতাপি লৈ ডাঙৰীয়াই লক্ষ্মীনাথক এখন বঙলা প্ৰাথমিক বিদ্যালয়ৰ তৃতীয় শ্ৰেণীত নাম লগাই দিলে। হায়, হায় অসমীয়াৰ মাতৃভাষা হৈ পৰিল বঙলা! মই পুনৰ কওঁ শুনা, কাছাৰীৰ কেৰাণী, বৰবাবুসকলে শিকোৱা মতেই ইংৰাজ চৰকাৰেও মানি ল'লে—অসমীয়া ভাষাটো হেনো স্বতন্ত্ৰীয়া ভাষা নহয়, বঙলা ভাষাৰ মাথোন এটা হেনাহুচা মাতহে!'

'নিজৰ কপালকে ধিয়াই খগেন্দ্ৰ মাষ্টৰে আক্ষেপ কৰিলে, 'কাক ক'ম কোনে পতিয়াব, যাক ক'ম সেয়ে লথিয়াব!'

'ৰাইজ, এই ভ্ৰমৰ বশৱৰ্তী হৈ, ইংৰাজ চৰকাৰে অসমত অসমীয়া ল'ৰা-ছোৱালীৰ বাবে আদৰ্শ ব্যংগ-বিদ্যালয়সমূহ পাতি দিলে। লক্ষ্মীনাথে পঢ়া বিদ্যালয়খনৰ প্ৰধান শিক্ষকজনৰ নাম—তাৰক বাবু, দ্বিতীয়জনৰ নাম—প্ৰাণকৃষ্ণ কৰ আৰু তৃতীয়গৰাকীৰ নাম—লম্বোদৰ দত্ত।'

'এবছৰৰ পাছত ডাঙৰীয়াই লক্ষ্মীনাথক ইংৰাজী বিষয় পঢ়োৱা বিদ্যালয় এখনত নাম লগাই দিলে। তেতিয়া লক্ষ্মীনাথ দহ বছৰীয়া হ'ল। লোকনাথ শৰ্মা নামৰ এজন নিয়ম-প্ৰিয় শিক্ষকে তেওঁলোকক পঢ়ায়। ধৰ্মেশ্বৰ আন এগৰাকী নিয়মানুৱৰ্তিতা মানি চলা শিক্ষক, পিছে তেওঁৰ মূৰটো টপা বাবে কিছু ল'ৰাই তেওঁক 'টপা-মাষ্টৰ' বুলি তেওঁৰ অসাক্ষাতে মাতিছিল।'

'গোপালচন্দ্ৰ ঘোষ নামৰ এজন মাষ্টৰে লক্ষ্মীনাথহঁতক ওপৰৰ শ্ৰেণীত পঢ়ুৱাইছিল। সৰলমতীয়া স্বভাৱৰ গোপাল বাবুৰে শ্ৰেণীত সোমায়ে এফালৰ পৰা শব্দৰ অৰ্থবোৰ সুধি যায়। ছাত্ৰসকলে নিজৰ পালত পৰিবলগীয়া শব্দটো টপকৈ চাই কৈ দিয়ে। তেওঁ ভাবে ছাত্ৰসকলে বেছ মনোযোগ দি পঢ়াশুনা কৰিছে। পিছে এদিন তেওঁ তেনে ক্ৰম নাৰাখি য'ৰে-ত'ৰে পৰা শব্দৰ অৰ্থ সুধিবলৈ ধৰাত ছাত্ৰসকলৰ স্বৰূপ ওলাই পৰিল!'

'তোয়ধৰ শৰ্মা নামৰ পণ্ডিত এজনে সংস্কৃত পঢ়াইছিল। এদিন তেওঁ মুগাৰ চুৰিয়া পিন্ধি আহোতে ছাত্ৰ এজনে মাত লগালে—আজি ছাৰে মুগাৰ চুৰিয়া পিন্ধি আহিছে! খং উঠি পণ্ডিতে ঘোপাকৈ ছাত্ৰজনৰ ফালে চাই ক'লে, 'হেৰ, তোৰ বাপেৰৰ ঘৰৰ চুৰিয়া পিন্ধি আহিছোনে? কথাষাৰ শুনি ছাত্ৰসকলে গিৰ্জনি মাৰি হাঁহিলে! পণ্ডিতজনে আকৌ ডাঙৰীয়া দীননাথ বেজবৰুৱাক বৰ সম্মান আৰু ভক্তি কৰা নিমিত্তে লক্ষ্মীনাথক ক'লে—'তুমি সিংহৰ পোৱালি হৈ শৃগালৰ নিচিনা হ'লা কিয়?' তিৰষ্কাৰ শুনি লক্ষ্মীনাথে লাজতে তলমূৰ কৰি সেইদিনাৰ পৰা দুষ্ট ল'ৰাবোৰৰ লগ নলওঁ বুলি সংকল্প কৰিলে।'

'কেশৱনাথ ফুকন নামৰ এগৰাকী শিক্ষকে মাত্ৰ এমাহকাল পঢ়াইছিল যদিও তেওঁ পঢ়োৱা প্ৰাঞ্জল প্ৰণালী আৰু মিষ্ট ব্যৱহাৰে তেওঁৰ প্ৰতি লক্ষ্মীনাথক বিশেষ শ্ৰদ্ধাভাজন কৰি তুলিলে। বিদ্যালয়ৰ ছেকেণ্ড মাষ্টৰ আছিল বাবু বিষ্ণুচন্দ্ৰ চক্ৰৱৰ্তী। তেওঁ সুদীৰ্ঘ দিন অসম প্ৰবাসী বঙালী হৈও অসমীয়া কথা ক'ব নোৱাৰিছিল। প্ৰধান শিক্ষকগৰাকীৰ নাম-শ্ৰীনাথ গুহ। তেওঁৰ মাতৰ গুম্‌গুমনিত বিদ্যালয়খন যেন দিনৌ থক্‌থক্‌কৈ কঁপি উঠে! এদিন সহপাঠী মহীকান্তৰ সৈতে লক্ষ্মীনাথে শ্ৰেণীত পাঞ্জা খেলা বাবে প্ৰধান শিক্ষকে লক্ষ্মীনাথৰ দুয়োহাতে বেটৰ কোব দিলে যদিও মহীকান্তক একো নকৰিলে, তাকে দেখি লক্ষ্মীনাথে চিলেটত লিখিলে—'ন স্থাতব্যং ন গন্তব্যং দুৰ্জনেন সমং কচিৎ।' দুৰ্জনৰ লগত থাকিলে বা গ'লে, গছৰ ডালতো কাউৰীৰ লগত বহা হাঁহটোৰ দশা ঘটে!'

'শ্ৰীনাথ গুহই অৱসৰ গ্ৰহণ কৰাৰ পাছত প্ৰধান শিক্ষক হৈ আহিল সুপ্ৰসিদ্ধ শিক্ষক চন্দ্ৰমোহন গোস্বামী, যিগৰাকী শিক্ষকৰ প্ৰাক্তন ছাত্ৰসমূহ হ'ল—ভাৰত গৌৰৱ আনন্দৰাম বৰুৱা, ফটিকচন্দ্ৰ বৰুৱা, জালনুৰ আলী আহমদ, বলী নাৰায়ণ বৰা, শিৱৰাম বৰা, মাধৱচন্দ্ৰ বৰদলৈ, ৰাধাচন্দ্ৰ বেজবৰুৱা, ছেখাৱত আলী, জগন্নাথ বৰুৱা, কালীৰাম বৰুৱা, কালীৰাম চৌধুৰী, মাণিকচন্দ্ৰ বৰুৱা, প্ৰভৃতি অসম বুৰঞ্জীত নাম ৰাখি যোৱা ব্যক্তিসকল। বিদ্যাৰ গৌৰৱত যেন চন্দ্ৰমোহন গোস্বামীদেৱ পূৰ্ণিমাৰ জোন হৈ পৰিছিল।

# অষ্টম অধ্যায়

আজি নাটকৰ আখৰা কৰি থাকোতে মাজতে চাহৰ পৰ্ব চলিল। চাহৰ গিলাচটোৰ পৰা সোহা মাৰি ভদ্ৰেশ্বৰ বেজে মাত দিলে, 'মাষ্টৰ ককাইটি, কালি তুমি কোৱা লক্ষ্মীনাথৰ কথাখিনি শুনি বৰ ভাল লাগিল, একেবাৰে সাধু সাধু লাগিল।'

তাকে শুনি দুই-চাৰিজন গঞাই কথাটোত হয়ভৰ দি ক'লে, 'সজ, সজ, তেন্তে তাৰেই বকলা মেলা হওক!'

খগেন্দ্ৰ মাষ্টৰে মুখ মেলাৰ আগতে নগাঁৱত পঢ়ি থকা থানেশ্বৰ খনিকৰৰ পুত্ৰ গুণেশ্বৰে মাত দিলে, ডাঙৰীয়াই বেজবৰুৱা বংশাৱলীত ব্যক্ত কৰিছে—

*'দ্বিতীয় বিবাহে মোৰ দিব পৰিচয়।।*
*অনন্ত কন্দলী ঘৰে যাৰ জন্ম ভৈল।*
*তনু বৰপূজাৰী তাহাৰ নাম বৈল।।*
*পৰম বিশিষ্ট বিপ্ৰ গুণে অতিশয়।*
*তাৰ সুতা ঠানেশ্বৰী বিবাহিলো মই।।'*

তাকে শুনি খগেন্দ্ৰ মাষ্টৰে গুণেশ্বৰলৈ চাই হাঁহি মাৰি ক'লে, 'বাহ গুণে, তইচোন বেজবৰুৱা বংশাৱলীখন মুখস্থ কৰি থৈছ!'

ডাঙৰীয়াৰ দুয়োগৰাকী পত্নীৰ মাজত মধুৰ ব্যৱহাৰ বিৰাজ কৰিছিল। লক্ষ্মীনাথে সৰুকাল ছোৱাত বৰমাকৰ লগতহে খায় আৰু শোৱে। মাঘমহীয়া দোক্-মোকালিতে উঠি বৰমাকৰ লগত দিখৌ নৈত প্ৰাতঃস্নান কৰে। কাতিমহীয়াও লক্ষ্মীনাথে বৰমাকৰ সৈতে তুলসীৰ তলৰ ভেঁটি সাৰি মচি চাকি আৰু আকাশবন্তি প্ৰজ্জ্বলিত কৰি প্ৰাৰ্থনা গায়।

খগেন্দ্ৰ মাষ্টৰে আৰু ক'লে, 'বৰমাকে লক্ষ্মীনাথক কেনে মৰম পতিয়ায় ভাবিলে আচৰিত লাগে। ডাঙৰীয়াৰ ঘৰত সাধাৰণতে অনেক পলমকৈ ভাত খোৱা দস্তুৰ। সকলোৱে এঘুমটি দিয়াৰ পাছতহে লক্ষ্মীনাথক ভাত খাবলৈ জগাই তুলি আনে। পীৰাত বহাই দি মাকে খা-খা বুলি কৈ থাকে যদিও পুতেকে ভাতৰ কাঁহীৰ ওপৰত চেঙেলি টোপাই থাকে। অধৈৰ্য হৈ এবাৰ মাকে লক্ষ্মীনাথৰ গলধনত ধৰি ভাতৰ পাতত হেঁচা মাৰি ধৰোতে ওচৰতে থকা মুখ ধোৱা চৰিয়া এটাত জোবোৰা খাই পৰিল! পুহমহীয়া শীতৰ নিশা লক্ষ্মীনাথৰ দুৰ্দশা দেখি বৰমাক লৰি আহি সৰুগৰাকীক ককৰ্থনা কৰি পোনাটিক আতৌ-পুতৌ কৰি তুলি নি তপত পানীৰে গা-পা ধুৱাই গা মচি দি চুৰিয়া পিন্ধাই আনি ভাত খাবলৈ বহুৱালে আৰু সৰুগৰাকীক টানকৈ ক'লে, —তেওঁ সেইদিনাৰ পৰা যেন লক্ষ্মীনাথক ভাত খুৱাবলৈ তুলি নানে, বৰমাক কিম্বা

বোৱাৰীয়েক দুগৰাকীৰ এগৰাকীয়ে আনিব!'

'লক্ষ্মীনাথৰ ককায়েক ব্ৰজনাথ আৰু জগন্নাথৰ পৰিবাৰ দুয়োগৰাকী দেখাত যেনে শুৱনি দুয়োৰো প্ৰকৃতিও তেনে। বৰ-বৌৱেকৰ পিতাকে জোকৰতলি মৌজাৰ বাব খাইছিল। দুয়োগৰাকী বৌৱেকে লিখা-পঢ়াও কিছু জানে। আনকি বৰমাজু ককায়েক কেতিয়াবা ডিবৰু কিম্বা গুৱাহাটীৰ নিচিনা ঠাইলৈ গ'লে বৌৱেকে অতি সংগোপনে গিৰিয়েকলৈ চিঠি লিখে! আপোনাসৱে নিশ্চয় জানে, তিৰোতাই ঘাইকৈ ঘৰৰ বোৱাৰী-জীয়ৰীয়ে চিঠি লিখাটো আনকি স্বামীলৈ হ'লেও এক্‌প্ৰকাৰ অকৰণীয়, অকাৰ্যৰ ভিতৰুৱা কথা। সেই নিমিত্তে এদিন বৌৱেকে দেওৰেক লক্ষ্মীনাথৰ হতুৱাই চিঠি শুদ্ধ কৰোৱাই গুপুতে ডাকত দিয়াব খুজিলে! ইফালে প্ৰথমখন চিঠি ডাকত দিওঁতেই লক্ষ্মীনাথে জেঙা লগালে। ডাকঘৰলৈ গৈ চিঠিখননো ক'ত থ'ব লাগে তাক নাজানি, ডাকঘৰৰ সন্মুখতে পৰি থকা ভগা পেৰা এটাৰ ভিতৰতে সুমুৱাই দিলে। ওচৰতে থকা মানুহ এজনে কথাটো লক্ষ্য কৰি মাত দিলে, 'হেৰা, চিঠিখন ডাকত দিবলৈ আনি ভগা পেৰাটোত সুমুৱাই দিলা কিয়? ডাকত এই পিনে ইয়াতহে দিব লাগে।'

লক্ষ্মীনাথে ভগা পেৰাটিৰ যি সুৰুঙাইদি চিঠিখন সুমুৱাই দিছিল, সেই সুৰুঙাইদি হাত নোসোমায়। উপায়বিহীন হৈ কথাটো পোষ্টমাষ্টৰক জনোৱাত তেখেতে বাকচটোৰ ভঙাডোখৰ আৰু অলপ ভাঙি বহলাই চিঠিখন উলিয়াই আনি ক'ত দিব লাগে পোনাটিক দেখুৱাই দিলে।

তাকে শুনি ৰাইজৰ মাজৰে এজনে ক'লে, 'ইস্, ইস্ পোনাটিৰ বৰ হাৰাশাস্তি হ'ল দেই।'

খগেন্দ্ৰ মাষ্টৰে কৈ গ'ল, 'ডাঙৰীয়াই অৱসৰ গ্ৰহণ কৰি শিৱসাগৰত থিতাপি লগাৰ পাছতে 'সিংহদুৱাৰ' নামেৰে এখন নিষ্কৰ 'গ্ৰাণ্ট' ল'লে। তাত কাঠ-বাঁহ অপৰ্যাপ্ত যদিও মাটিখিনি চাহখেতিৰ নিমিত্তে সিমান উপযোগী নহয়। অৱশ্যে ডাঙৰীয়াৰ বৰমাজু পুত্ৰই চাহখেতি আৰম্ভ কৰি কিছু পৰিমাণে কৃতকাৰ্য লভে। তেওঁ দিনৌ তিনিমাইল দূৰৈৰ বাগিচালৈ খোজকাঢ়ি গৈ গধূলিপৰতো খোজকাঢ়িয়ে উভতি আহে। উভতি আহোতে প্ৰায়ে গংগাগোবিন্দ ফুকনৰ ঘৰত মেল মাৰি পলমকৈ ঘৰ সোমায়। ফুকন ডাঙৰীয়া তেতিয়া অতিৰিক্ত সহকাৰী আয়ুক্ত হিচাপে শিৱসাগৰৰ বৰ-পুখুৰীৰ পাৰৰ বঙলাত থাকে। ফুকন হাকিমৰ চলা-ফুৰা, থকা-মেলাৰ গঢ়-গতি ইউৰোপীয়ান চাহাবসদৃশ। তেৰা দেখাত যেনে সভা-শুৱনি, কথা-বতৰা আৰু বুদ্ধিতো তেনে প্ৰখৰ। আনকি তেখেতে সহধৰ্মিণীকো পাশ্চাত্য উচ্চ-শিক্ষা আহৰণ কৰাৰ নিমিত্তে কলিকতাত ৰাখি পঢ়ুৱায়।'

'বাস্তৱিকতে ডাঙৰীয়া দীননাথ বেজবৰুৱা এগৰাকী ভাল ঘোঁৰা-চোৱাৰ, তেওঁৰ

ঘোঁৰাশালত সদায় ভুটীয়া ঘোঁৰা বন্ধা থাকে। ঘোঁৰা চেঁকুৰাই দুদিন-এদিনৰ অন্তৰে অন্তৰে ডাঙৰীয়াই সিংহদুৱাৰ বাগিচালৈ কাম চাবলৈ যায়। এদিন বাটত ঘোঁৰাৰ পৰা পৰি তেওঁৰ ভৰি এখন ভগাৰ দৰে হ'ল। সেইদিনাৰ পৰা ঘৰৰ সকলোৱে মিলিজুলি তেওঁক এনে বৃদ্ধ বয়সত ঘোঁৰাত উঠা এৰুৱালে। অৱশ্যে ডাঙৰীয়াৰ পুৰণি ধৰণৰ ঘোঁৰাবাগী এখন আছে যদিও সেইখন বহু বছৰৰে পৰা অব্যৱহাৰ্য অৱস্থাত পৰি আছে। ডাঙৰীয়া তেজপুৰত মুন্সিফ্ হৈ থাকোতে এদিন 'ৰামদয়াল' নামৰ এগৰাকী অসমীয়া ডাক্তৰে ঘোঁৰা-বাগীখন খুজি হাৱা-খাবলৈ বুলি নি গাড়ী, ঘোঁৰা ব্ৰহ্মপুত্ৰত পেলাই দিলে। ডাঙৰীয়াৰ মৰমৰ ঘোঁৰাটো মৰিল, ডাক্তৰেও পানীত পৰাৰ আগতে জাঁপ মাৰি ভৰিৰ এবকলা ছাল গাড়ীতে পেলাই থৈ কোনোমতে প্ৰাণ ৰক্ষা কৰিলে। বাগীখনো খৰালি ব্ৰহ্মপুত্ৰৰ বালি খান্দিহে উলিওৱা হ'ল।'

কথাখিনি শুনি ভদ্ৰেশ্বৰে মাত দিলে, 'বোলো ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে।'

উশাহ সলাই লৈ খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ডাঙৰীয়াৰ নুমলীয়া জীয়াৰীজনী স্বামীগৃহ গৰকাৰ আগতেই বিধৱা হৈ চিৰদিনৰ বাবে মাকৰ ঘৰতে কটাবলগীয়া হ'ল। মাজু-জীগৰাকীও পুত্ৰ সন্তান এটি পোৱাৰ পাছতে বিধৱা হয়। আনকেইজনী জীয়াৰীকো উলিয়াই দিয়াৰ পাছৰে পৰা জীয়াৰীহঁতে মাকৰ ঘৰত ভাত বা সান্দহ-পিঠা-পনা খোৱা বন্ধ হৈ পৰিল ; জোঁৱায়েকহঁতৰ ভয়—'সহধৰ্মিণীয়ে বাপেক-মাকৰ ঘৰত পকা জলপান বা ভাত-ভোজন কৰি আকৌ স্বকীয় দেহ অশুচি কৰি তেৰাসকলকো টানি আনি পাতকৰ পাট-নাদত পেলাই দিয়েবা! অসমত ঘাইকৈ উজনিত এনে কুলক্ষণীয়া প্ৰথা প্ৰায়বোৰ ভদ্ৰলোকৰ ঘৰতে প্ৰচলিত।'

'আও, আমাৰ ফালে এনে নিয়ম-নীতি নাই দেই'—লক্ষেশ্বৰ বেজে ক'লে।

'ডাঙৰীয়াৰ তৃতীয় পুত্ৰ ব্ৰজনাথে গোলাঘাটৰ গুড়-যোগনীয়া মৌজাৰ মৌজাদাৰ বাব খাইছিল। ইপিনে গোলাঘাটৰে ন-গোসাঁইৰ ঘৰত তেওঁৰ বিয়াৰ সম্বন্ধ ঠিক হ'ল। মাঘমহীয়াই শিৱসাগৰৰ ঘৰৰ পৰা সকলোবোৰ বিয়াবাহাৰলৈ যাবলৈ উদ্যোগ কৰোতে মেঘ-দেৱতা বাম হ'ল! অকাল বৃষ্টি অমংগলীয়া নিমিত্তে বিয়াৰ দিন হুঁহকিল। অকলে বৃষ্টিৰ দুৰ্দিনৰ দোষ এৰা যোৱাৰ পাছত নাৰেৰে বৰযাত্ৰী যোৱাৰ পৰিকল্পনা কৰিলে। তেনেতে বৰজনা আয়েকৰ ইচ্ছানুসৰি নীতিনীয়েকক বৰযাত্ৰীৰ লগত নিবলৈ ওলাল। পিছে, জোঁৱায়েকে শহুৰেকলৈ চিঠিযোগে জনালে—'যদি তাক ককাক-বুঢ়ীমাকৰ ঘৰত প্ৰস্তুত সিদ্ধান্ন-পাকান্ন নুখুৱায় বুলি অংগীকাৰ-পত্ৰ দিয়ে, তেন্তে লৈ যোৱাত তেওঁৰ আপত্তি নাই।' জোঁৱায়েকৰ এনে অদ্ভুত কথা শুনি বৰজনা আয়েক খণ্ডত ঘৃতাহুতি হ'ল আৰু ডাঙৰীয়ায়ো চিঠিখনৰ একো উত্তৰ নিদিলে। দৈব-দুৰ্বিপাকত পুনৰ এজাক অকাল বৃষ্টি হৈ বিয়াত প্ৰতিবন্ধকতা জন্মালে। বৰযাত্ৰী কিছুদিন তাতে থাকি পুনৰ বিয়াখন হোঁহকাই দুৰ্বিপাকৰ দোষৰ হাত এৰাই বিয়া সম্পাদন কৰি ঘৰলৈ প্ৰত্যাৱৰ্তন কৰিলে।

প্রতিবন্ধকতাই নিশ্চয় ভৱিষ্যতৰ গৰ্ভত থকা অমংগলৰ সংকেতকে দিছিল! বিয়াৰ কেইদিনমানৰ পাছতে কঠিন নৰিয়াত পৰি দৰা শিৱসাগৰ পালেহি। অশেষ চেষ্টাৰ মূৰতো ডাঙৰীয়াই পুত্ৰক ৰক্ষা কৰিব নোৱৰাত ন-কইনাই স্বামীগৃহ নেদেখাকৈয়ে বিধৱা হ'ল।'

'তেনেদৰেই স্বামীগৃহ নেদেখাকৈ বাৰী হোৱা ডাঙৰীয়াৰ নুমলীয়া জীয়াৰীগৰাকীৰ নাম—পিয়ালী। লক্ষ্মীনাথহঁত শিৱসাগৰলৈ আহি থিতাপি লোৱা দুই-তিনি বছৰৰ পাছত পিয়ালীৰ মৃত্যু হ'ল! মৃত্যুৰ দিনা ৰাতি তিনিমান বজাত উঠি পিয়ালীয়ে পৰিয়ালৰ সকলোকে নাম-সম্বন্ধ ধৰি মাত দি বান্দী-বেটী, লগুৱা-লিগিৰীবোৰকো স্বকৃত দায়-দোষ ত্ৰুটীৰ নিমিত্তে ক্ষমা প্ৰাৰ্থনা খুজিলে। লক্ষ্মীনাথে নিৰ্বাক নিস্পন্দতাৰে বায়েকৰ কথা-কাণ্ড দেখি-শুনি উচুপিবলৈ ধৰিলে। তাৰ দহ মিনিটমানৰ পাছতে পিয়ালীয়ে আয়েকৰ কোলাত মূৰটি থৈ ইহ-সংসাৰ পৰিত্যাগ কৰিলে।'

'কিন্তু আচৰিত কথা, হাজাৰ বিপদৰ সময়তো কোনোদিনে ডাঙৰীয়াক ধৈৰ্যহীন হোৱা দেখা নাযায়। বিপদ যিয়েই নহওক তেওঁ অচল-অটল হিমাচল। ঈশ্বৰৰ বিধানত সুদৃঢ় বিশ্বাস আৰু ঈশ্বৰত সম্পূৰ্ণৰূপে আত্মসমৰ্পণেই ইয়াৰ মূল কাৰণ, যিটো বৈষ্ণৱ ধৰ্মৰো সাৰমৰ্ম। আনকি মৃত্যুৰ আগমুহূৰ্তত ডাঙৰীয়াৰ পুত্ৰ গোপালক বাহিৰলৈ আনি তুলসী-তলত থওঁতে, ঘৰৰ সকলো কান্দি-কাটি আকুল, কিন্তু পিতৃৰ চকুত এটোপাল চকুলো নাই ; তেওঁ পুত্ৰৰ মূৰ-শিতানত বহি ধীৰ-স্থিৰ-গম্ভীৰভাৱে উচ্চস্বৰে "অ' ৰাম, অ' ৰাম" মহামন্ত্ৰ সোঁৱৰাবলৈ ধৰিলে। মানুহবোৰ কাঁহ পৰি জীন গ'ল। 'সমস্ত শাস্ত্ৰৰ, সমস্ত মন্ত্ৰৰ বীজ'—এই ৰাম নাম আধাঘণ্টাৰো বেছি সময় মৃত্যুমুখত পৰি থকা পুতেকক সোঁৱৰাওঁতে, সোঁৱৰাওঁতে পুতেকে এবাৰ 'ৰাম' বুলিলে। তেওঁক বেঢ়ি থকা সকলোৱেও উচ্চ-স্বৰে 'ৰাম' ধ্বনি কৰিলে। খন্তেকতে মৃত্যুশয্যাশায়ীজনৰ প্ৰাণ পাৰ্থিব জড় দেহৰ পৰা ওলাই-চিৰানন্দ-ধামলৈ গতি কৰিলে।'

পুত্ৰ গোপাল আৰু পিয়ালীৰ মৃত্যুত ডাঙৰীয়াৰ ঘৰগৰাকী পৰিবাৰে অন্তৰত চৰম আঘাত লৈ জীয়েকৰ ছমহীয়া শৰাধলৈ নিজহাতে বয়বস্তু যো-জা কৰি সেইদিনাই অতিসাৰ ৰোগত পৰি প্ৰাণ পৰিত্যাগ কৰিলে। সেইবাৰো ডাঙৰীয়া নিৰ্বাক-নিষ্কম্প তৰুৰ দৰে ধীৰ আৰু প্ৰশান্ত মূৰ্তি দেখি ৰাইজ আচৰিত হ'ল!'

খেনোৱে মাত দিলে—'হায়, হায় কণা বিধাতাই ইমান দুখ দিব লাগেনে?'

তাকে শুনি খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ঈশ্বৰ সকলোৰে গৰাকী। জন্ম দিয়াৰো গৰাকী, মাৰি নিয়াৰো গৰাকী। সেই নিমিত্তেই কয়—ৰাখিলে ঈশ্বৰ, মাৰিলে যম! সিফালে লক্ষ্মীনাথৰ ককায়েক গোবিন্দ কলিকতাত থাকোতে তেওঁৰ পিছৰজনৰ বিয়াৰ যো-জা কৰিলে, অৱশ্যে জ্যেষ্ঠজনৰ অনুমতিসাপেক্ষে। যোৰহাটত কইনা ঘৰ। শংকৰ নামৰ এজন মেতৰে তেওঁৰ ব্যৱসায়ৰ ধন সঞ্চিত কৰি তিনি-চাৰিখন ঘোঁৰাৰ গাড়ী ৰাখিছিল। তাৰে দুখন গাড়ী দৰাঘৰীয়াই ভোৰাণীয়াকৈ লৈ শিৱসাগৰৰ পৰা যোৰহাটলৈ

যাত্ৰা কৰিলে। পিছে, যোৰহাট পাবলৈ পাঁচ-ছয় মাইলমান বাট থকাত আঁঠুৱনীয়া বোকাই বৰযাত্ৰীক আগচি ধৰিলে। যোৰহাটলৈকে প্ৰায় গোটেইডোখৰ বাটেই তেনে ভয়ানক দশা! কুৰুক্ষেত্ৰৰ যুদ্ধত কৰ্ণৰ ৰথৰ ঘিলা মাটিত পোত যোৱাৰ নিচিনা যোৰহটীয়া কইনাঘৰৰ বিপক্ষে অভিযান কৰোতা, দৰাঘৰীয়া গাড়ী চকাবোৰো ধুৰালৈকে পোত খাই গ'ল। ঘোঁৰাই আৰু গাড়ী টানিব নোৱাৰে বুলি স্পষ্ট জবাব দি শুই পৰিল। আঁঠুৱনীয়া বোকাত নামি বোজাই গাড়ী দুখন মতা মানুহবোৰে টানিবলৈ ধৰিলে। গাড়ীৰ লগতে ঘোঁৰাবোৰকো ঠেলি লৈ যাবলগীয়াত পৰিল।'

সভাগৃহত হাঁহিৰ ৰোল উঠিল!

'এবছৰ লুটি খোৱাত ডাঙৰীয়াৰ আন এজন পুত্ৰৰ বিবাহ হ'ল—অৰ্জুনগুৰিত। বিয়াখনত পিতৃৰ ঘোৰ আপত্তি, পিছে, দৰা আৰু ভায়েক এজনক প্ৰভাৱ বিস্তাৰ কৰি টোল নিবাসী ব্যক্তি এজনে ডাঙৰীয়াৰ আপত্তি ব্যৰ্থ কৰিলে। অৱশ্যে পাছত ডাঙৰীয়াই নিজৰ পূৰ্বৰ অমত পৰিত্যাগ কৰি আনন্দমনে সেই বিবাহ সু-সম্পন্ন কৰিলে।'

'তাৰপিছৰ গৰাকী ককায়েকৰ বিয়াখন হ'ল—এক ৰোমাণ্টিক ধৰণেৰে। দিখৌ নৈৰ পাৰৰ এঘৰ মানুহৰ কন্যাৰ বিয়া ঠিক হৈছিল এজন দুৰণিবটীয়া দৰাৰ সৈতে। বিয়াৰ দিনা পুৱা দৰাঘৰীয়া শিৱসাগৰ আহি পোৱাৰ কথা! পুৱা দহ বাজি গ'ল, তথাপিও দৰাঘৰীয়াৰ একো উমঘামেই নাই, কইনাৰ বাপেকে লৰুৱাই বাটৰ অনেক দূৰলৈকে মানুহ পঠিয়ালে, কিন্তু দৰাৰ আগমনৰ কোনো লক্ষণেই দেখা নগ'ল! গতি বিষম যেন দেখি কইনাৰ বাপেক লৰি ফোঁপাই-জোপাই আহি ডাঙৰীয়াক সবিশেষ ব্যক্ত কৰি ছোৱালীজনী তেওঁৰ বোপাজনলৈ বিয়া কৰোৱাই আনিব লাগে বুলি কাতৰ অনুৰোধ জনালে। ব্ৰাহ্মণজনৰ উপস্থিতিতে কাহিনীটো বিবৃত কৰি পুত্ৰক কোৱাত তেওঁ সেই অনন্যা সুন্দৰীক বিবাহ কৰাবলৈ ৰাজি হ'ল।'

কথাখিনি শুনি ভদ্ৰেশ্বৰ বেজে ক'লে, 'দেখিছাইক, ডাঙৰীয়া কেনে দয়াশীল, বহল হৃদয়ৰ ব্যক্তি!'

সোণাধৰেও বক্তব্য আগবঢ়ালে, 'হয়দেও, সেইহেন পিতৃৰ পুত্ৰসকলো একেই হ'ব! নে কি কয় সভাসদ?'

'হয়, হয়, সহ সজ ....।'

'লক্ষ্মীনাথৰ ওপৰজনা ককায়েক শ্ৰীনাথে বিয়া কৰালে কমলাকান্ত ফুকনৰ জীয়েকক। বিয়াৰ সময়ত লক্ষ্মীনাথৰ আপত্তিৰ কাৰণ হ'ল—দৰা তেতিয়াও বিদ্যালয়ৰ ছাত্ৰ! তেওঁৰ আপত্তি নিটিকিল আৰু দৰাৰো ছাত্ৰজীৱনৰ ওৰ পৰিল।'

তামোল এখন মুখত ভৰাই খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ৰাইজ এতিয়া ডাঙৰীয়াৰ আয়ুৰ্বেদ শাস্ত্ৰৰ সংবাদ শুনক।'

প্ৰস্তাৱটো শুনি সোমেশ্বৰ বেজে মাত দিলে, 'হয়, হয় ডাঙৰীয়াৰ ওভতনি যাত্ৰাত এপালি দৰবৰ নিমিত্তে যে মিচিং দম্পতীহাল লুইতৰ পাৰত খাপ পাতি বৈ আছিল!'

খগেন্দ্ৰ মাষ্টৰে কৈ গ'ল, 'ডাঙৰীয়াই পুতেকহঁতক বেজবৰুৱা বংশৰ প্ৰধান বিদ্যা আয়ুৰ্বেদ শাস্ত্ৰত পাৰদৰ্শী কৰিবলৈ অহোপুৰুষাৰ্থ কৰি বিফল হ'ল—ঘাইকৈ লক্ষ্মীনাথক। লক্ষ্মীনাথৰ ইচ্ছা—ইংৰাজী ভাষা আৰু চিকিৎসা বিদ্যাৰ জ্ঞান আহৰণ কৰিব লাগিলে এলোপেথিক চিকিৎসা বিদ্যাহে পঢ়িব! দেশীয় বেজৰ বিদ্যা তেওঁৰ মতে একো বিদ্যাই নহয়!'

মনৰ বেজাৰতে ডাঙৰীয়াই এদিন লক্ষ্মীনাথক ক'লে, 'বাৰু, ইংৰাজীকে পঢ়ি তহঁত গৈ হ'ব খুজিছ হ, তহঁতক মই আৰু একো নকওঁ, কিন্তু লক্ষ্মণক মই মোৰ মনৰ মতেৰে বৈদ্যশাস্ত্ৰ পঢ়াই-শিকাই-বুজাই ল'বলৈ থিৰ কৰিছো। ইমানতে আঁতিছে বোপাই, অন্ততঃ তাক আৰু ইংৰাজী পঢ়িবলৈ নিদিওঁ! ডাঙৰীয়াৰ ইচ্ছা অনুসৰি লক্ষ্মণে দুই-চাৰি বছৰৰ ভিতৰতে আয়ুৰ্বেদীয় চিকিৎসা বিষয়ত বেছ পাৰদৰ্শিতা লভিলে।'

'ডাঙৰীয়াই মনটোত কিছু সন্তোষ লাভ কৰাত বাটচ'ৰাৰ কাষতে এখন ঔষধালয় খুলিলে। তাতেই আয়ুৰ্বেদোক্ত ঔষধ প্ৰস্তুত কৰে। দৰৱৰ উপাদানবোৰ খুন্দা, বছা বৰি-পকোৱা, জাৰোণ পোৱা দৰৱত ভাৱনা দিয়া আদি কৰিবলৈ 'ৰাজকুমাৰ' নামৰ এজন বঙালী সহকাৰী ৰাখে। তেওঁ পাঁচ-ছয় বছৰৰ অভিজ্ঞতা অৰ্জন কৰি নিজ দেশলৈ উভতি গৈ 'কবিৰাজ ৰাজকুমাৰ শীল' নাম লৈ কবিৰাজী কৰি সুখেৰে জীৱিকা নিৰ্বাহ কৰিবলৈ ধৰিলে।'

খগেন্দ্ৰ মাষ্টৰৰ কথা শুনি থানেশ্বৰে মাত দিলে, 'হেৰ' খগেন্দ্ৰ, বোলো সেইবাবেইতো কয়, 'গায়নৰ ঘৰৰ বোন্দায়ো ৰাগ দিয়ে!'

খগেন্দ্ৰ মাষ্টৰে কৈ গ'ল, 'ডাঙৰীয়াই বাটচ'ৰাৰ ওচৰতে নিজা মাটিত এটা নামঘৰ সজাই তাত ৰাজহুৱা সবাহ, পূজা আদি কৰোৱাৰো দিহা কৰে। ভাদ মাহত শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ আৰু বদুলা আতাৰ তিথি পতা হয়। তিথিৰ দহ-বাৰ দিনমানৰ আগৰে পৰা উছাহত ল'ৰাহঁতৰ গাত তত্ নাথাকে। তিথিৰ দিনালৈ থাপনাৰ আগত শৰাই দিবলৈ চহৰখনৰ মানুহৰ ঘৰত লক্ষ্মীনাথ লক্ষ্মণহঁতে কলবাৰী চলাথ কৰি ফুৰে। তিথিৰ দিনা ৰাতিয়ে-দিনে গীত ভটিমা নাম-প্ৰসংগ অখণ্ডভাৱে চলি থাকে। তৃতীয় দিনা ; যাত্ৰা-ঘোষা আৰু তাৰ অন্তত চৰিত তোলা পৰ্বৰ অন্ততহে তিনি মহোৎসৱৰ ওৰ পৰে। দুয়োজনা গুৰুৰ শিষ্য বাৰজন আতাৰ তিথিও বছৰে বছৰে নিয়মিতভাৱে ডাঙৰীয়াৰ ঘৰত পতা হয়। মথুৰাদাস আতা, বৰবিষ্ণু আতা, ভাটৌকুছি আতাকে ধৰি মুঠ বাৰজন। অৱশ্যে বৰপেটা, কমলাবাৰী আদি মহাপুৰুষীয়া সত্ৰসমূহত এনে ৰীতিয়েই প্ৰচলিত। তিথিৰ শেষৰ দিনা চৰিত-তোলাত দুয়োজনা মহাপুৰুষ আৰু আতাসকলৰ জীৱনৰ ঘটনাবোৰ বিস্তাৰিতভাৱে উৎসৱ হ'ৰাইতৰ ইমান উৎসাহ যে দৌলন্ত পাঁচ-ছহাত ওখ ভেটিতো কোৰেৰে মাটি কাটি, মাটি কঢ়িয়াই সজায়। ৰাজহুৱা নামঘৰতো ফাকুৎসৱ

কৰা হয়। সেইদিনা খাটোলাত তুলি কৃষ্ণমূৰ্তি ফুৰাবলৈ নিয়ে। ইজনে সিজনক ফাকু সানে, চেৰেকাপানী, কুম্‌কুম্‌ মৰা আৰু বাটৰ কাষৰ খাৱৈ বা বিল অথবা দোবাৰ পৰা বোকাপানী গাত ঢলা-ঢলি কৰাৰ নিচিনা উৎকট ধেমালিত লক্ষ্মীনাথহঁত বলিয়া হৈ ফুৰে!'

'অৱশ্যে ৰাসপূজা ডাঙৰীয়াৰ ঘৰত ছেগাচোৰোকাকৈহে পতা হয়। কিন্তু শৈশৱৰ পৰাই মূৰ্তি সজা বিদ্যাত লক্ষ্মীনাথ পাকৈত হৈ পৰে। তেওঁ প্ৰথমে দেউতাকে নেদেখাকৈ, ধানখেৰৰ জুমুঠি বান্ধি, কুমাৰ মাটি আনি ৰাধা-কৃষ্ণৰ মূৰ্তি সাজি পাছত দেউতাকৰ চকুত পৰাকৈ থৈ দিয়ে, কাৰণ প্ৰতিমা প্ৰস্তুত হৈ থকা দেখিলে, দেউতাকে অগত্যা ৰাস পাতিবলৈ বাধ্য হৈ পৰে।'

'নিজ চেষ্টাতে লক্ষ্মীনাথে চিত্ৰবিদ্যাতো কিছু জ্ঞান আহৰণ কৰে। নিতৌ কীৰ্তনঘৰ বা নামঘৰৰ মজিয়া গোবৰ-মাটিৰে লেপে।'

এনেতে ভদ্ৰেশ্বৰে প্ৰশ্ন কৰিলে, 'বাৰু মাষ্টৰ কাইটি, এই প্ৰথাটোৰ ভকতীয়া ব্যাখ্যাটো-কি?'

ঘগেন্দ্ৰ মাষ্টৰে বুজাব খুজিলে, 'ইন্দ্ৰদ্যুম্ন ৰজাই হৰি-কীৰ্তন শুনি থাকিবলৈ ভগবানক সহস্ৰ কাণ প্ৰাৰ্থনা কৰিছিল। তেওঁৰ সেই আশা পূৰ্ণ হ'ল ঃ তেৰাৰ সহস্ৰ কাণেই কীৰ্তনঘৰৰ মজিয়াৰ সহস্ৰ বিন্ধা! আচলতে নামঘৰৰ বাহিৰত থকা ভিতৰত থকা মানুহৰ কাণত যাতে নাম-কীৰ্তনৰ ধ্বনি অবাধে পৰে তাৰ অভিপ্ৰায়েৰে মহাপুৰুষজনাই এনে ব্যৱস্থা কৰা যেন ভাব হয়।'

কথাখিনি শুনি থানেশ্বৰ বেজে মাত দিলে ; শ্ৰীমন্ত শংকৰদেৱ বিৰচিত বৰগীতত আছে—

*'বলহু ৰাম-নামেসে মুকুতি নিদান।*
*বুলিতে এক, শুনিতে শত মিতৰে,*
*নাম-ধৰম বিপৰীত।'*

'হয়, হয় কাইটি আজিহে উৰহি গছৰ ওৰ পোৱা যেন লাগিছে'—ভদ্ৰেশ্বৰ বেজে ক'লে।

খগেন্দ্ৰ মাষ্টৰে কৈ গ'ল, 'এদিন লক্ষ্মীনাথে কীৰ্তনঘৰৰ মণিকূটৰ পূবফালৰ বেৰা এখনত কুমাৰ মাটি লেপি শ্ৰীকৃষ্ণ লীলাৰ গোটাচেৰেক হেঙুল-হাইতালেৰে বোলাই তুলিলে। কীৰ্তনঘৰৰ বেৰত আঁকাৰ নিচিনা অবিধি-কাৰ্য দেখিও, তাত কৃষ্ণৰ বিভিন্ন কৰ্মৰ ছবিবোৰ সুন্দৰকৈ আঁকাৰ নিমিত্তে ডাঙৰীয়াই পুতেকক দায়-দোষ নধৰি, ছবিবোৰ বহুদিনলৈ তেনেদৰেই ৰাখি থ'লে। অৱশ্যে, ছবিবোৰ আঁকোতে লক্ষ্মীনাথৰ বন্ধু নিত্যানন্দয়ো সঁহাৰি দিছিল।'

'পিছে সেই নিত্যানন্দজন বা ক'ৰ?' সোমেশ্বৰে সুধিলে।

খগেন্দ্ৰ মাষ্টৰে ক'লে, 'জৰাবাৰী মহাপুৰুষীয়া সত্ৰখন শিৱসাগৰ চহৰৰ পৰা কেইমাইলমান দূৰৈত অৱস্থিত। সত্ৰাধিকাৰগৰাকী উদাসীন, ডেকা সত্ৰাধিকাৰগৰাকী শ্যামসুন্দৰ দুৱৰাৰ কুটুম্ব। তেওঁ ডেকা সত্ৰাধিকাৰৰ সৈতে প্ৰায়ে দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ ঘৰলৈ আহে। নিশা বহুপৰলৈ তেৰাসকলৰ লগতে শ্ৰীনাথ, লক্ষ্মীনাথ, লক্ষ্মণহঁতে সাধুকথা শুনে। শ্যামসুন্দৰ দুৱৰাৰ বৰপুত্ৰ নিত্যানন্দই চেনেহৰ বন্ধু লক্ষ্মীনাথৰ সৈতে সংস্কৃত শিকে। মাজে-সময়ে নিত্যানন্দৰ লগত ভায়েক যতীন্দ্ৰনাথ দুৱৰাও আহে।'

'হয়, হয়' বুলি সোমেশ্বৰে শলাগিলে।

'তদুপৰি প্ৰায়ে বিয়লিপৰত চ'ৰাঘৰত বহি ডাঙৰীয়াই অসমীয়া ৰামায়ণ, মহাভাৰত, পুৰাণ, পুথিবোৰ শুনে। ডাঙৰীয়াই সংস্কৃত বাৰস্কন্ধ ভাগৱত পাঠ কৰি ব্যাখ্যা কৰিলে শ্ৰোতাসকলে নথৈ আনন্দ পায়। ভাগৱত পাঠ আৰম্ভ হ'লেই ডাঙৰীয়াৰ সন্তানসকলে কঠ পাৰি একান্তমনে আখ্যানবোৰ শুনে। আনকি বৰ বাৰজনীয়া সত্ৰ, কামপাৰ, চুপহা আৰু সৰু সৰু বাৰজনীয়া শলগুৰি সত্ৰৰ আতৈসকলে সততে ডাঙৰীয়াৰ ঘৰলৈ আহি হৰিনামৰ কথা আলোচনা কৰে। প্ৰতি বছৰে শলগুৰি সত্ৰৰ অধিকাৰে হাতী পঠিয়াই বেজবৰুৱা পৰিয়ালক সত্ৰলৈ নিয়াই বৰ আদৰ-সাদৰ কৰি খুৱাই-বুৱাই ভাওনা·দেখুৱায়। ভাওনাত শলগুৰীয়া আতাই তিনিটা খোল একে সময়তে বজাই সুঁদৰকৈ ঘোষা-কীৰ্তন কৰে। হাতীত উঠি লক্ষ্মীনাথ শলগুৰি সত্ৰলৈ যাওঁতে তেওঁৰ ৰিণিকি ৰিণিকি মনত পৰিল শৈশৱৰ কথা। তাহানিতে হাতীত উঠি যাওঁতে, জয়াইতে জোকাইছিল 'হাতীত উঠি লক্ষ্মীনাথ ঘৰলৈ যায়, আলিবাটৰ মানুহে ঘূৰি ঘূৰি চায়।' কথাটো ভাবি লক্ষ্মীনাথৰ লাজ লাগিল।

# নৱম অধ্যায়

নাটৰ আখৰাৰ পাছত ভকতসকল বহি মেল বহুৱালে। ইটো-সিটো বহুতো কথাৰ পোখা মেল খালে। তেনেতে খগেন্দ্ৰ মাষ্টৰে গল-খেকাৰি পানী-পোতাৰ পৰা দণ্ডীৰামৰ বহাৰ ফালে মুখ ঘূৰাই মাতিলে, 'বোলো অ' দণ্ডী, শিলিখা দুটামানকে আনচোন, মুখখন দেখোন কেনেবা কেনেবা লাগিছে!'

দণ্ডীয়ে বহাৰ পৰা লৰি আহি এমুঠা শুকান শিলিখা আনি মাষ্টৰৰ হাতত দিলে। তেওঁ তাৰে কেইটামান হাচতিত ভৰাই, বাকী থকা কেইটামান দুই-চাৰিজনৰ হাতত দিলে।

এনেতে থানেশ্বৰ বেজে মাত দিলে, 'দিয়া মাষ্টৰ লক্ষ্মীনাথ সংবাদকে এবকলা আৰম্ভ কৰা।'

'এহ কিমাননো একেখিনি কথাকে পেঘেনীয়াই থাকিবা দেও, মানুহে আমনিহে পাব'—খগেন্দ্ৰ মাষ্টৰে উত্তৰ দিলে।

'নাই, নাই, কোনেও আমনি নাপায়, আনন্দহে পাব কাৰণ,

*ভকতক ভকতি গুৰুত মুকুতি*
*কথা সুধিবা বুঢ়াত।*
*ঘৰ ঘৰোৱাহৰ উৰ্মি লাগিছে*
*মাতংগ বান্ধিবা মূৰাত।।'*

'হয়, হয়, ভকতৰ সংগতহে ভক্তি লাভ হয়—নে কি কয়, কাইটি?' সোমেশ্বৰে ক'লে।

তাকে শুনি খগেন্দ্ৰ মাষ্টৰে মাত দিলে—'বাৰু, বাৰু শুনা ঃ সেই সময়ত ময়ো শিৱসাগৰত আছিলো। তেতিয়া পণ্ডিত ৰাম কুমাৰ বিদ্যাৰত্ন নামৰ এগৰাকী ব্ৰাহ্ম ধৰ্ম-প্ৰচাৰকে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ব্ৰাহ্মধৰ্ম প্ৰচাৰৰ নিমিত্তে বক্তৃতা দি ফুৰে। তেওঁ শিৱসাগৰলৈ আহি ব্ৰাহ্মধৰ্মৰ বিষয়ে বাংলা ভাষাত বক্তৃতা দিলে। বিষয়টোত শিৱসাগৰীয়া ডেকাসকলৰ মাজত বু-বু, বা-বা চলাত কথা বিষম দেখি ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ নেতৃত্বত অভিভাৱকসকলে ৰাজকুমাৰ বিদ্যাৰত্ন বাবুৰ বিপক্ষে থিয় দিলে। তেতিয়া শিৱসাগৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক হৈ নতুনকৈ দায়িত্বভাৰ চম্ভালিছে গুৱাহাটী ছেমিনেৰী বিদ্যালয়ৰ শিক্ষক চন্দ্ৰমোহন গোস্বামীদেৱে। তেখেতে কোনো ধৰ্মকে আমোল নিদিয়ে। তেওঁৰ ধৰ্ম মাথোন জ্ঞানোপাৰ্জন। তেওঁ দুয়োপক্ষৰ মাজত যুঁজ লগাই দি ৰং চাবৰ মনেৰে হিন্দু ধৰ্মৰ ফালৰ পৰা ব্ৰাহ্ম ধৰ্মৰ উত্তৰ গাবলৈ ডাঙৰীয়াৰ সৈতে আলোচনা কৰি তুলসীৰাম বৰুৱা পণ্ডিতক তুলি দিবলৈ থিৰাং কৰিলে।'

কথাষাৰ শুনি থানেশ্বৰ বেজে সুধিলে—'তুলসীৰাম বৰুৱা মানে পণ্ডিত হেমচন্দ্ৰ বৰুৱাৰ ভাতৃজনা নহয় জানো?'

'হয়, তেখেতেই। ইফালে ৰাম কুমাৰ পণ্ডিতৰ বক্তৃতাৰ সাতদিনমান উকলি যোৱাত তুলসীৰাম পণ্ডিতে তেওঁৰ ৰচনাখন পাঠ কৰিলে। সেই পাঠ ওৰ পৰাত ৰাজকুমাৰ পণ্ডিতে একেজাপে উত্তৰ দিবলৈ উঠি সিংহনাদেৰে মেদিনী কঁপাবলৈ ধৰিলে। বক্তৃতাবোৰ শুনি লক্ষ্মীনাথ বো'পাৰো মনত বক্তৃতা দিবলৈ হাবিয়াস হ'ল! তেওঁ কদিনলৈকে বাটে-পথে, হাবিয়ে-বননিয়ে, ঘাইকৈ বৰগছৰ তলত থিয় হৈ তাত জোকাৰি, টেটু ফটা চিঞৰেৰে একেটা শব্দ একেটা বাক্যকে লগাই বক্তৃতা দি ফুৰিবলৈ ধৰিলে। শ্ৰোতাসকল হ'ল—দুই-চাৰিজন তেওঁৰ ঘনিষ্ঠ বান্ধব, তৰুলতা আৰু বৃক্ষ-বল্লৰী!'

'হায়, হায় বাপুৰ বক্তৃতা দিয়াৰ ধুম'—খেনোৱে কিনালে।

তাৰপাছতে শিৱসাগৰত ব্ৰাহ্মধৰ্মৰ বিপক্ষে অসমীয়া হিন্দুসকলৰ ৰাগ-দ্বেষাদি ভাব প্ৰবল হৈ উঠিল আৰু তেওঁলোক সংঘবদ্ধ হৈ পৰিল। পণ্ডিত গোপালচন্দ্ৰ ঘোষ যদিও আনুষ্ঠানিক বা দীক্ষিত ব্ৰাহ্ম নাছিল, তথাপি তেওঁ শিৱসাগৰীয়া ব্ৰাহ্ম ধৰ্মৰ পৃষ্ঠপোষক হৈ পৰে। তেওঁৰ গৃহতে দেওবৰীয়া ব্ৰহ্ম-সমাজৰ অধিৱেশন অনুষ্ঠিত হয়। সেই অধিৱেশনত কোনো হিন্দু অসমীয়া গ'লে, তেওঁ সমাজৰ দ্বাৰা দণ্ডিত হয়। ডাঙৰীয়া এই বিষয়ত বৰ সজাগ আৰু দুই-চাৰিজন ডেকাক সেই বিষয়ত পাই দণ্ড বিহে। এই নিমিত্তে ডাঙৰীয়াৰ ওপৰত দণ্ডিতসকলৰ আক্ৰোশ জন্মে। এদিন ঘোষৰ ঘৰত ব্ৰাহ্ম-সমাজৰ বক্তৃতা চলি থাকোতে সেই বাটেদি শ্ৰীনাথ গৈ থকাত কৌতূহলৰ বশবৰ্তী হৈ বাটৰ পৰা এফলীয়া কৈ ক্ষন্তেক থিয় হৈ ব্ৰাহ্ম-সমাজৰ বক্তৃতাত কাণ দিয়াত ৰৌটোক টোটো কৰি দণ্ডিতাগ্ৰস্তসকলে ডাঙৰীয়াক অভিযোগ কৰিলে। তেখেতে পুতেকক মাতি আনি সৌকাৰে বৰকৈ কোবালে। শ্ৰীনাথে আত্মসমৰ্পণৰ নিমিত্তে যি ক'বলৈ খুজিছিল, সেই কথা মুখতে থাকিল, বাজ হ'বলৈকে সুযোগ নাপালে।'

তেনেতে লক্ষেশ্বৰে মাত দিলে, 'খাই কাৰ্শলা গছত উঠিল, কাঁথি চেলেকাৰ মৰণ মিলিল।'

'ককায়েকৰ অবস্থা দেখি লক্ষ্মীনাথে মনত বৰ কষ্ট পালে। কথাখিনি আঁতৰৰ পৰা শুনাৰ নিমিত্তেই শ্ৰীনাথক পিতৃদেৱে লঘু দোষতে গুৰু শাস্তি বিহিলেনে? লক্ষ্মীনাথে ভাবিলে ঃ হিন্দু সমাজখনৰ বাৰু কি হৈছে? সতীদাহ প্ৰথাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি ৰাজা ৰামমোহন ৰায়ে হিন্দু সমাজত বিধৱা বিবাহ প্ৰথাৰ প্ৰচলন কৰিলে, ই এক প্ৰধান মানবীয় দিশৰ সংস্কাৰ! ইতিমধ্যে অসমত আনন্দৰাম ঢেকিয়াল ফুকন, তেওঁৰ পুত্ৰ অন্নদাৰাম ঢেকিয়াল ফুকন, সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱা আদিয়ে প্ৰকাশ্যে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিলেই!'

খগেন্দ্ৰ মাষ্টৰে তামোল এটা চকলিয়াই চকলিয়াই পুনৰ ক'বলৈ ধৰিলে, 'আচলতে বিদ্যালয়ত থকা কালছোৱাত লক্ষ্মীনাথ চোকা বুদ্ধিৰ ছাত্ৰ বুলি আখ্যা পোৱা নাছিল। ঘৰত ল'ৰাহঁতৰ বিদ্যা চৰ্চাতকৈ ধৰ্ম চৰ্চাতহে অধিক সময় ব্যয় হয়। লক্ষ্মীনাথহঁতে পুৱা শুই উঠিয়েই নিত্যকৰ্ম কৰি শুচি সংযম হৈ পিতৃৰ গোসাঁই পূজালৈ ফুল তোলে। ফুল তোলা হ'লে, হাত-ভৰি ধুই, কিতাপৰ আগত বহে যদিও কিতাপবোৰ আগত লৈ ত্ৰিভুৱনৰ কথা চিন্তা কৰি থাকে।'

'পিছে মাষ্টৰ, তুমিনো সেইবোৰ কথাৰ ভু কেনেকৈ পোৱা?' ভদ্ৰেশ্বৰে হাঁহি হাঁহি সুধিলে।

'অ' মই নাপালেনো কোনে পাব! ডাঙৰীয়াৰ বাটচ'ৰাৰ সন্মুখতে তিলকচন্দ্ৰৰ বাৰীত পঁজাঘৰ এটিৰ সাজি অমুকা নাছিল জানো? সদায় চকুৰ আগতে সকলোবোৰ দেখিয়েই থাকো। তদুপৰি, ডাঙৰীয়াৰ অনুৰোধত শ্ৰীনাথ আৰু লক্ষ্মীনাথক দেখোন অমুকায়ে ইটো-সিটো দেখাই দিছিল।'

'বাৰু, বাৰু কৈ যোৱা মাষ্টৰ।' ভদ্ৰেশ্বৰে ক'লে।

'সিফালে ন বাজিলেই ফলি-পুথি সামৰি থৈ দুয়ো সৰিয়হৰ তেল গাত ঘহি-পিহি পুখুৰীলৈ যায়। গা-পা ধুই হৰি মন্দিৰ মাৰ্জন পুণ্য কাৰ্য সম্পন্ন কৰে। পূজাৰ সামগ্ৰীবোৰ যেনে—তামী, অৰ্ঘ্য, থাল, চন্দনৰ খুৰি আদি ধুই-মাজি চাফ কৰি সেইবোৰ পূজাৰ বেদীত ঠায়ে ঠায়ে সজাই থৈ জাতি চন্দন পিহি চন্দনৰ খুৰিত থয়। সকলো ঠিক-ঠাক কৰি গোসাঁইঘৰত বহি পুৱাৰ প্ৰসংগত গীত-ভটিমা গাই তাল লৈ প্ৰসংগ আৰম্ভ কৰে। কুলুপীয়া আৰু ধৰি গোৱা ঘোষা শেষ হ'লে এজনে কীৰ্তন পুথি মেলি গাবলৈ ধৰে। কেতিয়াবা শ্ৰীনাথে তাল ল'লে কীৰ্তন ঘোষা পঢ়িবলৈ লক্ষ্মীনাথ বহে। দুটা কীৰ্তন ঘোষাৰ অন্তত প্ৰসংগৰ সামৰণি মৰা হয়।প্ৰসংগৰ শেষত কীৰ্তনঘোষা দিওঁতাজনে ৰত্নাৱলী পুথিৰ পৰা সুৰ ধৰি পাঠ পঢ়ে ; আৰু কিছু ওৰ পেলাই দুয়োজনা মহাপুৰুষ বা বদুলা আতাৰ চৰিত্ৰৰ পৰা এটা ঘটনা বা বেছি সংক্ষেপকৈ আওৰায়।'

'ৰ'বাচোনহে মাষ্টৰকাইটি, তাকেই চৰিত-তোলা বুলি কয়, নহয় জানো?'— লক্ষেশ্বৰে সুধিলে।

'হয়, সেয়েই চৰিত-তোলা। প্ৰসংগ সবিশেষ কৰি থাপনাৰ ফালে সেৱা কৰে। পূজা-সেৱা, নাম-প্ৰসংগ, আশীৰ্বাদ দিয়াৰ অন্তত কাঁহ, শংখ, ঘণ্টা আৰু ডবা বজোৱা হয়। তৎপশ্চাৎ, তপতে তপতে ভাত এগাল গিলি, কাপোৰ-কানি পিন্ধি পঢ়াশালিলৈ লৰ দিয়ে।'

'আবেলি পঢ়াশালিৰ পৰা আহি পুখুৰীত জোবোৰা মাৰি শুচি হৈ জলপান খায়। বছৰ দিনৰ বাহিৰে ডাঙৰীয়াই বিয়লিৰ প্ৰসংগ সমাপন কৰে। জলপান খাই-বৈ উঠি কিছুপৰ টোলৰ ভিতৰত ইফাল-সিফাল কৰাৰ পাছত প্ৰায় পাঁচমান বজাত ডাঙৰীয়াৰ পুৰাণ পাঠ নাইবা ভাগৱত পাঠলৈ ল'ৰাহঁতৰ ডাক পৰে। লক্ষ্মীনাথহঁতে চ'ৰা ঘৰৰ

মাজতে ঠাই মচি, পুথি আনি ঠগাত সজাই থৈ আসন পাতি দি শ্ৰোতা শ্ৰেণীভুক্ত হয়।'

'সন্ধ্যা লাগি অহাৰ লগে লগে পুৰাণ বা ভাগৱত পাঠ শেষ কৰে। ল'ৰাইঁতে হাত-ভৰি ধুই গোসাঁইঘৰত বন্তি লগাই শংখ, ঘণ্টা, ডবা, কাঁহ বজায়, মুখে মুখে স্তোত্ৰ পাঠ কৰি সকলোৱে আঁঠু কাঢ়ি থাপনাৰ ফালে সেৱা লয়। তাৰ পাছত ল'ৰাইঁতে গুণমালা-ভটিমা গাবলৈ বহে, পিচত ল'ৰা নাম গোৱা হয়। এঘণ্টামানৰ পাছত নাম শেষ কৰি পঢ়িবলৈ কিতাপ মেলি লয়। কোনোজনে অলপ-অচৰপ পঢ়ে, কোনোৱে কলমটিয়াৰ ধৰে আৰু কিছু বেলিৰ পাছত কিতাপৰ ওপৰতে তেল-বিয়লী কৰি যোৱা মূৰটো থৈ, হাঁহ শোৱাদি পঢ়া-শুনাৰে সৈতে টালি-বাজ কৰে।'

'ৰাতি দহমান বজাত গা-ধুবলৈ যাবলৈ ৰান্ধনি ঘৰৰ পৰা খবৰ আহে। ল'ৰাইঁতে টোপনি, এলাহ, জাৰে-জহে গা-ধুই ধুতি চুৰীয়া পিন্ধি, গোসাঁইঘৰত সোমাই, তাল লৈ ৰাতিৰ প্ৰসংগ আৰম্ভ কৰি দিয়ে।'

'প্ৰসংগ সমাপ্ত কৰি ৰাতিসাঁজ খাবলৈ মজিয়াতে বহা হয়, খাওঁতাসকলেৰে মজিয়া ভৰি পৰে। ভাত খাই উঠি ডাঙৰে-সৰুৱে মিলি গোসাঁইঘৰৰ টুপত শেষ-নাম গাবলৈ বহে। নাম সমাপন কৰোতে ৰাতি এঘাৰ-বাৰ বাজে।'

'তাৰপাছত ডাঙৰীয়াই অলপ ভৰি চলাই, ঘোষা গাই গাই আহি বৰঘৰৰ টুপৰ মুকলি খোটালি এটাত তেৰা শোৱে। জাৰকালি ডাঙৰীয়াৰ চালপীৰাৰ ওচৰতে কবিৰাজী ঔষধৰ নিমিত্তে ৰখা আফিঙৰ বহল পেৰা এটাত মাটি জুহাল কৰি লয় আৰু কাষতে দুই-চাৰিজন ভিতৰুৱাল মানুহে জুই পুৱায়। সেই সময়ত ডাঙৰীয়াৰ ভৰিত লগুৱা এজনে তেল-টেঙা ঘঁহে আৰু ভৰি পিটিকি থাকে। ইফালে শ্ৰীনাথ বা লক্ষ্মীনাথে মহাভাৰত নাইবা ৰামায়ণ মেলি জাত লগাকৈ পঢ়িবলৈ বহে। লক্ষ্মীনাথৰ পুথি পঢ়া শুনিবলৈ দেউতাকে ভাল পোৱাৰ নিমিত্তে সেই বাবটো তেওঁৰ গাতে পৰে। পুথি শুনি শুনি দেউতাকৰ টোপনি গভীৰ হোৱা বুলি গম পালে লাহেকৈ পুথিখন সামৰি থৈ লক্ষ্মীনাথ শেতেলি পায়গৈ।'

খেনোৱে ক'লে, 'হয়োতো কণমানি ল'ৰাটোইনো আৰু কিমান সময় সাৰে থাকিব!'

খগেন্দ্ৰ মাষ্টৰে কৈ গ'ল, 'তদুপৰি দেওবাৰ কিম্বা বন্ধৰ দিনত লক্ষ্মীনাথে পুৰণি অসমীয়া পুথিবোৰ নকল কৰে। ডাঠ তুলাপাত কাটি পুথিৰ পাত সাজি তাতে হাইতালেৰে বোলাই লৈ কুট দি সমানকৈ শাৰী কাটি লৈ গৰুৰ মূত, শিলিখা আৰু লোহাবাৰ ছাইৰে মহী প্ৰস্তুত কৰি লৈ পুথিবোৰ লিখি যায়। লক্ষ্মীনাথে শ্ৰীমন্ত শংকৰদেৱ বিৰচিত একাদশ স্কন্দ আৰু দ্বাদশ স্কন্দ ভাগৱত পুথি দুখনৰো নকল সম্পূৰ্ণ কৰি পেলালে।'

এনেতে দণ্ডীৰামে চাহ অনাত চাহৰ পৰ্ব চলিল। চাহ খাই উঠি খগেন্দ্ৰ মাষ্টৰে দীঘল উশাহ টানি ক'লে, 'তেনে অৱস্থাৰ অভ্যন্তৰত থাকিও কেনেদৰে যে লক্ষ্মীনাথে বণ্ডৰাবাই এণ্ট্ৰেন্স শ্ৰেণী পাইছিল সেইটো বৰ আচৰিত কথা! তেতিয়া শিৱসাগৰত

প্ৰায় মানুহৰে মনত ধাৰণা যে, ছাত্ৰসকল এণ্ট্ৰেন্স শ্ৰেণীত দুবছৰ থাকিলেহে পৰীক্ষা দিবলৈ যোগ্য হয়। এনে বিশ্বাসৰ বশৱৰ্তী হৈ প্ৰায়বোৰ ছাত্ৰই এণ্ট্ৰেন্স মহলাত উঠিয়েই, এবছৰলৈ পঢ়া-শুনাৰ গুৰি-ব'ঠাখন এৰি ৰং-ধেমালিত উটি-ভাহি যায়! লক্ষ্মীনাথৰো সেয়েই দশা হ'ল। এণ্ট্ৰেন্স মহলাত উঠিয়েই কিতাপ-পত্ৰবোৰ বৰচাঙত তুলি থৈ উৰি ফুৰিব ধৰিলে। ফলস্বৰূপে, এটা বছৰ তেওঁৰ নপঢ়া-নুশুনা নামৰ ৰূপহী মদাৰজোপা জক্‌মকীয়া হৈ ফুলিল, তল ভৰি সৰিল, আৰু গুৰু ভকত ক'তো তাৰ ফুল এপাহো নালাগিল!'

'দ্বিতীয় বছৰত লক্ষ্মীনাথে মন বান্ধি ল'লে। পণ্ডিত হ'বৰ মনেৰে ছেকেণ্ড লেংগুইজ সংস্কৃত ল'লে। পিছে আনবোৰ বিষয়ত চুঁচৰি-বাগৰি পাৰ হৈও সংস্কৃততে ফেইল মাৰিলে! সেইবাৰ এণ্ট্ৰেন্স পৰীক্ষাত উঠি লক্ষ্মীনাথৰ লগৰ জনচেৰেক কলিকতালৈ পঢ়িবলৈ গ'ল, তেওঁহে দাঁত চেলাই পৰি থাকিল। তেওঁৰ মনত ধিক্কাৰ লগাত, দৃঢ় সংকল্প কৰিলে, এইবাৰ ভালকৈ পঢ়ি এণ্ট্ৰেন্সত উঠিমেই উঠিম! পুৱাই কাউৰীয়ে কাঁ-কাঁ কৰোতেই উঠি আগৰ দৈনিক সকলো কাৰ্য কাতি কৰি থৈ এইবাৰ তেওঁ নামঘৰৰ ভিতৰতে নিৰলে অধ্যয়ন কৰিবলৈ ধৰিলে।'

থানেশ্বৰ বেজে মাত দিলে, 'বোলো কথাতে কয় নহয়, পঢ়াই পঢ়ে, ৰোৱে পাণ, এই তিনি নিচিন্তে আন!'

খগেন্দ্ৰ মাষ্টৰে কৈ গ'ল—'অৱশেষত, ওঠৰশ চিয়াশী খ্ৰীষ্টাব্দত লক্ষ্মীনাথে দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত কৃতকাৰ্য লভিলে। তেওঁৰ সৈতে ডিম্বেশ্বৰ বৰুৱাৰ পুত্ৰ চন্দ্ৰশেখৰ আৰু প্ৰধান শিক্ষক চন্দ্ৰমোহন গোস্বামীৰ পুত্ৰ শুভ্ৰেন্দু মোহনেও দ্বিতীয় বিভাগত উত্তীৰ্ণ হ'ল। ইফালে লক্ষ্মীনাথক কলিকতাত পঢ়িবলৈ পঠিওৱাৰ কথাটো লৈ ঘৰত বিষম সমস্যা উপস্থিত হ'ল। পিতৃৰ ইচ্ছা পুত্ৰই নিজ ৰাজ্যত থাকি ওকালতি পৰীক্ষা দি কালীপ্ৰসাদ চলিহাৰ দৰে উকীল হওক! লক্ষ্মীনাথৰ ইচ্ছা কলিকতালৈ পঢ়িবলৈ যোৱাৰ! বিনন্দ আৰু গোবিন্দয়ো ভায়েকক সমৰ্থন কৰিলে। আনকি বিনন্দই বাট-খৰচৰ নিমিত্তে ধন যোগালে। সৰ্বশেষত লক্ষ্মীনাথৰ কলিকতালৈ পঢ়িবলৈ যোৱাটোৱেই থিৰাং হ'ল।'

# প্ৰথম অধ্যায়

অসমৰ নানান ঠাইত চাকৰি কৰি খগেন্দ্ৰনাথ বেজ গুৱাহাটী পালেহি। তেওঁ অসমৰ প্ৰথম ইংৰাজী শিক্ষাৰ অনুষ্ঠান গুৱাহাটী ছেমিনাৰী (পৰৱৰ্তী কালত কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়) বিদ্যালয়ত সহকাৰী শিক্ষক হৈ আহিল। এদিন পঢ়াশালিত শিক্ষাদান কৰি উভতি অহাৰ পৰত পাণবজাৰৰ নাককটা পুখুৰীপাৰত চকামকাকৈ চিনাকি মুখ এখন দেখা পালে। খগেন্দ্ৰ মাষ্টৰে ডেকাজনৰ কাষ চাপি মাত দিলে, 'বোলো, শিৱসাগৰৰ শ্ৰীনাথ বোপা নহয়নে?'

কোট-পেণ্ট পৰিহিত নিপোটল চেহেৰাৰ মানুহজনে উত্তৰ দিলে, 'হয়, আপুনি বাৰু শিৱসাগৰৰ খগেন্দ্ৰনাথ বেজ ছাৰ' নহয় জানো?'

হাঁহিটো মাৰি খগেন্দ্ৰ মাষ্টৰে ক'লে, 'ভাল চিন ৰাখিছা দেও, পিছে ঘৰত সকলোৱে ভালনে? লক্ষ্মীনাথৰ একা?'

'হয় ছাৰ, ঘৰত সকলোৱে ভাল। লক্ষ্মীনাথ গৈ কলিকতা পালেগৈ নহয়। ময়ো অলপতে কলিকতালৈকে গৈছিলো, কালিহে আহি এইখিনি পালো। দুই-চাৰিদিনতে গোলাঘাট ওলামগৈ।'

ৰ'বা গোলাঘাট মানে, তুমি আকৌ....।'

'মানে ছাৰ, মই গোলাঘাটৰ বেজবৰুৱা বিদ্যালয়ত শিক্ষকৰ চাকৰিত সোমালো নহয়! বৰ্তমান পৰিবাৰো গোলাঘাটতে আছে। পিছে ছাৰ, আপুনি যে গুৱাহাটীত; কিবা কাম লৈ আহিলে নেকি?'

খগেন্দ্ৰ মাষ্টৰে পুনৰ হাঁহি এটা মাৰি প্ৰিয় ছাত্ৰজনৰ আগত কৈ গ'ল, 'বুজিছা, লক্ষ্মীনাথহঁতে এণ্ট্ৰেন্স দিয়াৰ ঠিক আগে আগে চৰকাৰে মোকো ঠেলা মাৰি এইবাৰ গুৱাহাটীয়া কৰিলে নহয়! বৰ্তমানে ইফালে গুৱাহাটী, সিফালে আঁহতগুৰি, মোৰ বৃত্তৰ ব্যাস সিমানেই। ব'লা, ব'লা—ছাত্ৰীবাৰীতে মই থাকো, পৰিয়ালো লগত নাই, আঁহতগুৰিতে থাকে, বৌও শেতেলিতেই, আজি প্ৰায় বছৰচেৰেক।'

'বলক ছাৰ' বুলি শ্ৰীনাথে খোজ দিলে।

ঘৰ সোমোৱাৰ অলপ পিচত খগেন্দ্ৰ মাষ্টৰে ফিকা চাহ এপিয়লা শ্ৰীনাথৰ হাতত দি কোঠাটোৰ একাষে থকা শেতেলিখনত গাটো পেলাই দি ক'লে, 'হেৰা, লক্ষ্মীনাথৰ বিষয়ে কোৱাচোন, ক'তনো আছে, কি পঢ়িছে?'

চাহৰ পিয়লাত মুখ দি শ্ৰীনাথে কৈ গ'ল, 'কলিকতালৈ যাত্ৰা কৰাৰ আগতে পিতৃদেৱে লক্ষ্মীনাথক ওচৰতে বহুৱাই লৈ অনেক সজ উপদেশ দিছিল। পিতৃদেৱে কৈছিল, কেনেকৈ নিতৌ গংগাস্নান কৰি সন্ধ্যা, আহ্নিক সময়ত নাম-প্ৰসংগ কৰি চলিব লাগিব, —কোন নৰিয়াত কি দৰৱ খাব লাগিব আদি কথা তন্ন-তন্নকৈ লক্ষ্মীনাথৰ

হতুৱাই 'নোট-বুক' এটাত লিখাই দিলে। পিছে লক্ষ্মীনাথে কলিকতা পাই সেইবোৰ ডেড্ লেটাৰ বস্ক্ হিচাপেহে ব্যৱহাৰ কৰিলে বোধহয়। কলিকতাত লক্ষ্মীনাথক দিহা-পোহা লগাই থৈ আহিবলৈ আগতে কলিকতাতে থকা গোবিন্দ ককাইদেউকো লগতে পঠিয়াইছিল।'

খগেন্দ্র মাষ্টৰেও স্বীকাৰ কৰিলে, 'হয় হয়, এনেবোৰ ক্ষেত্ৰত ডাঙৰীয়া বৰ দায়িত্বশীল ব্যক্তি, আমি ভালকৈয়ে জানো।'

শ্রীনাথে পুনৰ ক'লে, 'কলিকতা পাই তেওঁলোক প্ৰথমে শানকিভাংগা নামৰ ঠাইত অসমীয়া ছাত্ৰৰ মেছ এটা বিচাৰি তাতে উঠিলে। পাছদিনা কালীঘাটৰ হালদাৰ উপাধিধাৰী বাঙালী ব্ৰাহ্মণ এঘৰত পেয়িং-গেষ্ট হিচাপে থাকিল। বাঙালী প্ৰথাৰ অচিনাকি আঞ্জা-ভাতে লক্ষ্মীনাথৰ মনত বৰকৈ পীড়া দিবলৈ ধৰিলে। যেতিয়া দুই-চাৰিডাল মৰিচা শাকৰ ঠাৰি, এচিৰা কি দুচিৰা ছজিনাৰ ডোখৰচেৰেক চৰ্চৰী, এহেতো মগুমাহৰ পানী আৰু সৰু এটুকুৰা মাছেৰে সৈতে মচলা দি ক'লাকৈ ৰন্ধা মাছৰ আঞ্জা আগত থৈ লক্ষ্মীনাথ ভাতৰ পাতত বহে তেতিয়া শিৱসাগৰৰ ঘৰৰ কথা মনত পৰি তেওঁৰ মনটো ভাৰাক্ৰান্ত হৈ পৰে। ঘৰত পৰিয়ালৰ সকলোৰে সৈতে খোৱা কল-পচলাৰ খাৰ, খাৰলি, কাঁহুদি, কাণ ৰঙা পৰা পাভ মাছ বা বুঢ়া বৰালি মাছ পকা ঔ টেঙাৰ জোলত দিয়া, বাঁহৰ চুঙাৰ এঠা লগা দৈৰ সোৱাদে তেওঁক বৰকৈ আমনি দিয়া হ'ল। তেনেতে লক্ষ্মীনাথৰ পেটত জ্বলা-পোৰা আৰম্ভ হ'ল। তেওঁ ৰিপন কলেজত নাম লগাই নিতৌ ট্ৰাম গাড়ীত উঠি কালীঘাটৰ পৰা মিৰ্জাপুৰ ষ্ট্ৰীটৰ কলেজলৈ পাৰি দিবলৈ ধৰিলে। ট্ৰাম গাড়ীখন এহাল ঘোঁৰাই প্ৰাণকাতৰে হেকৰ্-পেকৰ্কৈ টানি নিয়ে।'

'আইঐ দেহি, ঘোঁৰাহালৰ বিলৈ....।' খগেন্দ্র মাষ্টৰৰ মুখত ওলাল।

'লক্ষ্মীনাথ কলিকতালৈ আহি পোৱাত কিছু পলম হোৱা বাবে কলেজত ভৰ্তি হোৱাও পলম হৈ গ'ল। ফলস্বৰূপে, শ্ৰেণীত অধ্যাপকসকলৰ প্ৰায়বোৰ কিতাপৰ মাজছোৱা কিম্বা শেষছোৱা পাওঁ পাওঁ হ'ল। নৈৰাশ্যৰে লক্ষ্মীনাথৰ মনটো পূৰ হৈ পৰিল। তেওঁৰ মনত ভাব জাগিল—কলিকতাত পঢ়া-শুনা হ'ল; এতিয়া ঘৰৰ ল'ৰা ঘৰলৈ যাব পাৰিলেই ৰক্ষা প্ৰভু! এই কথা ব্যক্ত কৰি পিতৃদেৱলৈ তাঁৰ-বাৰ্তা পঠিওৱাত তেখেতে ততালিকে পুত্ৰক উভতি যাবলৈ দিলে। কলিকতাক নেওচা দি শিয়ালদহত লক্ষ্মীনাথ ৰে'লগাড়ীত উঠিল। যাত্ৰাপুৰ-কাওনিয়াইদি সৰু ৰে'ল, সৰু জাহাজেৰে আহি ধুবুৰী পালেহি। ধুবুৰীত আমাৰ ভাগিনী পূৰ্ণানন্দ বৰুৱাই তেতিয়া হাকিম বাব খাই আছিল ; তেওঁৰ ঘৰত তিনি ৰাতি থাকি জাহাজেৰে শিৱসাগৰ সুখে উজালে। লক্ষ্মীনাথ আহি দিচাংমুখ পালেহি, কিন্তু আগতীয়াকৈ জাননী নোপোৱা বাবে ঘাটলৈ গৰুগাড়ী, ঘোঁৰাগাড়ী বা হাতী ঘৰৰ পৰা পঠিওৱা নহ'ল। আঠ-ন মাইল বাট তেওঁ খোজকাঢ়িবলগীয়া হ'ল। প্ৰচণ্ড ৰ'দৰ তাপত ঘামি-জামি ভাগৰি পৰি বাটৰ কাষৰ পুল এটাৰ ওপৰত লক্ষ্মীনাথে কিছুপৰ জিৰালে। খন্তেকপৰ জিৰণি লোৱাৰ পাছতে দিচাংমুখৰ

ফাললৈ খোজ লোৱা বাঙালী বাবু এজনে তেওঁৰ ফালে কাষ চাপি মৰম পতিয়াই সুধিলে, 'মশায়, কি কলকাতা থেকে এসেছেন? 'হা' বুলিলত বাবুজনে ক'লে, 'বোধহয় বৰ ক্লান্ত হয়ে পড়েছেন? শিৱসাগৰে যদি আৰ কেউ আপনাৰ পৰিচিত লোক না থাকে তাহলে আপনি বাবু অক্ষয়কুমাৰ ঘোষ বলে একজন বাঙালী উকীল আছেন, তাৰ বাসায় গিয়ে উঠবেন। অক্ষয় বাবু, বৰ সদাশয় ব্যক্তি। বাঙালীদেৰ জন্য তাৰ অবাৰিত দ্বাৰ;' লক্ষ্মীনাথে হুমুনিয়াহ এটি এৰি খীণ হাঁহি মাৰি বাবুজনৰ পৰা বিদায় লৈ খোজ ললে। সন্ধ্যা লাগি ভগাৰ সময়তহে তেওঁ আহি ঘৰ গৰকিলেহি। চেনেহৰ পুত্ৰক দেখা পাই আনন্দতে বিহ্বল হৈ পিতৃদেৱে গোসাঁইঘৰত সোমাই গোসাঁইক সেৱা জনাই কৃতজ্ঞতা স্বীকাৰ কৰিলে।'

'লক্ষ্মীনাথে বিশেষ কাম-বন নোহোৱাকৈ তিনিমাহ কাল ঘৰতে কটালে। দুয়োগৰাকী আয়ে জুতিলগাকৈ ৰন্ধা ভাত-আঞ্জা খাই, সাদৰেৰে যতনাই দিয়া জা-জলপান খাই, টো-টো কৰি ইফালে-সিফালে ঘূৰি ফুৰি, মেল মাৰি আৰু ঘুমটি মাৰিয়ে কাল কটালে। ওকালতি পঢ়াও নহ'ল, আনকি কাছাৰীত কুৰিটকীয়া চাকৰিত সোমাই এপ্রেণ্টিচ্ খাটিবলৈকো লক্ষ্মীনাথ নাৰাজ!

'সজ কাম নকৰাতকৈ পলমকৈ কৰাও ভাল' বুলি ভাবি আকৌ কলিকতালৈ পঢ়িবলৈ যোৱাই উত্তম হ'ব বুলি লক্ষ্মীনাথে সংকল্প কৰিলে। পিতৃদেৱক কথাটো কাণ চুওৱাত তেওঁ প্ৰস্তাৱটোত আপত্তি নকৰিলে। পিতৃদেৱৰ অনুমতি পাই, এইবাৰ 'বান্ধিলো মন শিলৰ খুটি, মেলিলো মন ঘোঁৰাৰ ছুটি' বুলি পুনৰবাৰ লক্ষ্মীনাথ কলিকতালৈ ওলাল।

'ভালেই হ'ল দিয়া, ভগৱন্তই যি কৰে মংগলৰ নিমিত্তেই কৰে'—খগেন্দ্ৰ মাষ্টৰে ক'লে।

৫৩ নম্বৰ কলেজ ষ্ট্ৰীটৰ বাঙালী ছাত্ৰৰ মেছ এটাত তেওঁ থাকিবলৈ ল'লে। উচ্চ-ন্যায়ালয়ত দোভাষী হিচাপে কাম কৰা ৰমাকান্ত বৰকাকতীও সেই মেছতে আছিল, মেচৰ ওচৰতে—চিটি কলেজ। লক্ষ্মীনাথে এইবাৰ ৰিপন কলেজ বাদ দি চিটি কলেজত নাম লগালে। পঢ়া-শুনা এফলীয়াকৈ থৈ বলিয়ালি কৰি ছমাহ অথলে যোৱাত, তাৰে ক্ষতিপূৰণ কৰিবলৈ লক্ষ্মীনাথে এইবাৰ আঁকোৰ-গোজালিকৈ মনপুতি লাগিল। পঢ়িবলগীয়া বিষয়বোৰ লগৰীয়া ছাত্ৰসকলে পঢ়ি প্ৰায় শেষ কৰিলে। কিন্তু, 'লেবৰ অমনিয়া ভিনচিট' অৰ্থাৎ 'যত্ন-সৰ্বজয়' এই বাক্য সাৰোগত কৰি দুগুণ উৎসাহেৰে লক্ষ্মীনাথে পঢ়িবলৈ ধৰিলে। দুমাহমানৰ ভিতৰতে আন আন বিষয়ত কিছু ক্ষতিপূৰণ হ'ল যদিও গণিত বিষয়ত কিছু অসুবিধা পালে। লক্ষ্মীনাথৰ অন্তৰংগ বন্ধু গোলাঘাটৰ ঘনশ্যাম বৰুৱা তেওঁৰ সহায়ক হৈ পৰিল। তেতিয়া বৰুৱা চতুৰ্থ বাৰ্ষিকৰ স্নাতক কলা মহলাৰ পৰীক্ষাৰ্থী। অসমীয়া ছাত্ৰসকলৰ মেছে মেছে গৈ তেওঁ আনন্দ মনেৰে ছাত্ৰসকলক গণিত শাস্ত্ৰ আৰু আন আন বিষয়তো সহায় কৰি সন্তোষ লভিছিল।

ফলস্বৰূপে, লক্ষ্মীনাথে ফাৰ্ষ্ট আৰ্টছ পৰীক্ষাত ওঠৰশ আঠাশী খ্ৰীষ্টাব্দত উত্তীৰ্ণ হৈ ঘৰমুৱা হ'ল।

খগেন্দ্ৰ মাষ্টৰৰ মুখখন উজ্জ্বল হৈ পৰিল।

'শিৱসাগৰ পাই লক্ষ্মীনাথ আনন্দিত হ'ল কাৰণ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ পৃষ্ঠপোষকতাত শিৱসাগৰত কেইমাহমান আগতে 'বেজবৰুৱা পঢ়াশালি' নামৰ এখন সুন্দৰ পঢ়াশালি স্থাপন হৈছে। তেওঁ কেইদিনমান পঢ়াশালিলৈ গৈ দুই-এটা শ্ৰেণীত বিদ্যা দান কৰাত লাগিল।'

মৰমৰ ছাত্ৰ লক্ষ্মীনাথৰ কথাখিনি শুনি খগেন্দ্ৰ মাষ্টৰে সুধিলে 'শ্ৰীনাথ তুমি পিছে গুৱাহাটীত উঠিছাহি ক'ত?'

শ্ৰীনাথে ক'লে, 'মই তামুলী ফুকনৰ ঘৰতে উঠিছো, অ'—সন্ধিয়া নামিলেই দেখোন, এতিয়া তেনে উঠিছোহে।'

খগেন্দ্ৰ মাষ্টৰে ক'লে, 'কালিলৈ দুপৰীয়া পাৰিলে এবাৰ আহিবাচোন, দুপৰীয়াৰ সাজ লগে-ভাগে খাম দিয়া।'

কিন্তু ছাৰ, কালি মই নাৱেৰে এপাক আমিনগাঁৱলৈ যোৱাৰ কথা আছিল, মানুহ এজন কলিকতাৰ পৰা অহাৰ কথা, অলপ লগ পাব লাগে। নহ'লে, আপুনিও ওলাওক একেলগে নাৱতে যাম। কালিলৈ দেওবাৰ যেতিয়া, ভালেই হ'ব, ফুৰি-মেলি আহিব পাৰিব।'

খগেন্দ্ৰনাথ বেজে হাঁহি মাৰি ক'লে, 'হ'ব দিয়া।'

শ্ৰীনাথে ক'লে, 'ছাৰ ভাল তেন্তে, মই আহিলো।'

# দ্বিতীয় অধ্যায়

পাছদিনা বেলি উঠাৰ পাছতে শ্ৰীনাথ আৰু খগেন্দ্ৰনাথ বেজে উজান বজাৰৰ নৈৰ ঘাটৰ পৰা নাৱত উঠি আমিনগাঁৱলৈ যাত্ৰা কৰিলে। গুৱাহাটীৰ কেউখন পাহাৰ ডাৱৰে আৱৰি পেলাইছে। বৰলুইতৰো ইপাৰ-সিপাৰ একো মনিব নোৱাৰি যদিও চিনাকি নৈ বাবে নাৱৰীয়াজনে লাহে লাহে আগুৱাই গৈ আছে। উমানন্দৰ দক্ষিণ ফালেৰে আহি থাকোতে আৰ-পৰ্বতখন চকুত পৰাত দেখা গ'ল—এজাক বগলী পৰি সেউজী পাহাৰখন শুকুলা কৰি পেলাইছে! কোনো গাভৰুৱে বোৱা সেউজী ৰঙৰ মেখেলাখনত যেন বগা সূতাৰ ঘন বুটা!

কিছুপৰৰ পাছত হাচতিত ভৰাই অনা তামোল-পাণ আৰু মান-চাধা অকণ মুখত ভৰাই খগেন্দ্ৰনাথ বেজে সুধিলে, 'পিছে, লক্ষ্মীনাথৰ এফ এ পাছ কৰাৰ পাচৰছোৱা একা?'

শ্ৰীনাথে পুনৰ আৰম্ভ কৰিলে, 'সেইবাৰ লক্ষ্মীনাথ কলিকতালৈ গৈ ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা ডাঙৰীয়াৰ সান্নিধ্য লভিলে। তেখেতৰ সহধৰ্মিণী ব্ৰজসুন্দৰী দেৱী আছিল আনন্দৰাম ঢেকিয়াল ফুকনৰ খুলশালী। তেওঁৰ মৃত্যুৰ পাছত ডাঙৰীয়াই ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰি পৰশুৰাম বৰুৱাৰ বিধৱা পত্নী বিষ্ণুপ্ৰিয়াক বিবাহ কৰায়।'

'সেই সময়ত অসমৰ নগাঁৱত ছোৱালীয়ে পঢ়িবলৈ ভাল বিদ্যালয় নাছিল। গুণাভিৰামে তেওঁৰ জীয়াৰী স্বৰ্ণলতাক গৃহ পণ্ডিতৰ দ্বাৰা পঢ়ুৱাই কলিকতাৰ বেথুন স্কুলত ন বছৰ বয়সত ভৰ্তি কৰাই দিলে। বিখ্যাত বেথুন স্কুলত পঢ়া স্বৰ্ণলতাই প্ৰথম অসমীয়া ছোৱালী।'

'স্বৰ্ণলতা ৰূপে-গুণে সঁচাকৈয়ে স্বৰ্ণময়ী আছিল। কেইবছৰমানৰ পাছত ৰবীন্দ্ৰনাথ ঠাকুৰে ব্ৰাহ্ম সমাজৰ মেলত স্বৰ্ণলতাক দেখি তেওঁৰ ৰূপ-লাৱণ্যত মোহিত হৈ বিয়াৰ প্ৰস্তাৱ দিব খুজিছিল। কিন্তু, বাধা সকলো সমাজতে আছে, নতুন পৰিবৰ্তন কোনো সমাজে অবাধে গ্ৰহণ নকৰে। যিখন বংগদেশৰ সমাজত বিদ্যাসাগৰৰ দৰে নৈতিক ব্যক্তিয়ে বিধৱা বিবাহ নিষিদ্ধ বুলি গণ্য কৰি অহা সামাজিক পৰম্পৰাৰ বিপৰীত বিষয়টোক নীতিসন্মত আৰু সমাজত গ্ৰহণযোগ্য বুলি যুক্তিৰে প্ৰতিপন্ন কৰিছিল আৰু সংস্কৃত মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক শচন্দ্ৰ বিদ্যাৰত্ন ভট্টাচাৰ্যৰ দৰে ব্ৰাহ্মণ পণ্ডিতে নিজে বিধৱা বিবাহ কৰাই তাৰ সাৰ্থক ৰূপ প্ৰদান কৰিছিল, সেইখন সমাজৰে মধ্যমণি মহৰ্ষি দেৱেন্দ্ৰনাথ ঠাকুৰে তেওঁৰ পুত্ৰ ৰবীন্দ্ৰনাথৰ মনৰ ইচ্ছা অনুসৰি তেওঁক ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ জীয়াৰী স্বৰ্ণলতাক বিবাহ কৰিবলৈ সন্মতি প্ৰদান কৰা নাছিল, কিয়নো গুণাভিৰামে বিধৱা বিবাহ কৰিছিল।'

খগেন্দ্ৰনাথ বেজ আচৰিত হৈ এটি দীঘললীয়া হুমুনিয়াহ এৰিলে। নাৱৰীয়াজনে কুঁৱলীৰ মাজতে নাওখনৰ টিঙত বহি পাৰি দি আছে, তেওঁৰ লক্ষ্য ব্যস্ত আমিনগাঁও ঘাট!

'ইফালে গুণাভিৰামে পৰিবাৰ বিষ্ণুপ্ৰিয়াক কলিকতাৰ হেদুৱাৰৰ ওচৰৰ কৰ্ণৱালিছ ষ্ট্ৰীট্‌ৰ কোণত ৬৫ নম্বৰ মাণিকতলা ষ্ট্ৰীটত, ভেৰোণীয়া ঘৰ এটা লৈ ল'ৰাকেইটাকো তাতে ৰাখি বিদ্যালয়ত নাম লিখি দিয়ে। ওচৰৰ বেথুন স্কুলৰ বৰ্ডিঙৰ পৰা স্বৰ্ণলতাকো আনি তাতে থ'লে। এবাৰ প্ৰথম অসমীয়া আই এম এছ, শিৱৰাম বৰাই তেওঁলোকৰ ঘৰলৈ বিখ্যাত সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱাক লৈ ফুৰিবলৈ আহিছিল। আনন্দৰাম বৰুৱাই হেনো স্বৰ্ণলতাৰ ৰূপ আৰু সৰল ব্যৱহাৰত মুগ্ধ হোৱা দেখি শিৱৰাম বৰাই ব্ৰাহ্মণ কুলৰ জোঁৱাই বিচাৰি থকা গুণাভিৰামৰ কাণত কথাটো পেলোৱাতো তেওঁৰ মনত তেনে ভাবে খোপনি পোতা নাছিল। স্বৰ্ণলতাৰ বিয়া হ'ল বিলাতত ডাক্তৰী পঢ়ি থকা নন্দ কুমাৰ ৰায়ৰ সৈতে। বিয়াত আনন্দৰাম বৰুৱাই বৌ-বাজাৰৰ পৰা স্বৰ্ণলতাক এযোৰ কাণ ঢাকি ৰাখিব পৰা সোণৰ থুৰীয়া উপহাৰ দিলে।'

শ্ৰীনাথে কৈ গ'ল, 'আচলতে সম্বন্ধত বিষ্ণুপ্ৰিয়া বৰুৱাণী আমাৰ ভাগিনী। এদিন লক্ষ্মীনাথ তেওঁলোকৰ ঘৰলৈ যোৱাত সাদৰী বৰুৱাণীৰ আদৰ-সাদৰ, মাত-কথাৰ তিলকতে তেওঁ আলহীৰ শ্ৰদ্ধা আকৰ্ষণ কৰিলে। বিষ্ণুপ্ৰিয়া দেৱীয়ে 'নীতিকথা' নামেৰে গুৱলা আৰু প্ৰাঞ্জল ভাষাত নীতিগৰ্ভ পুথি এখনো ৰচনা কৰিছিল।'

খগেন্দ্ৰনাথ বেজে সুধিলে, 'তেতিয়া লক্ষ্মীনাথ ক'ত আছিল?'

'লক্ষ্মীনাথ কলিকতাৰ ৫৩ নম্বৰ কলেজ ষ্ট্ৰীট্‌ৰ অসমীয়া আৰু বঙালী ছাত্ৰৰেৰে সানমিহলি মেছ এটাত আছিল। এই মেছৰ গাতে লগা ১৪ নম্বৰ প্ৰতাপচন্দ্ৰ চাটুৰ্জী লেনত এটা অসমীয়া ছাত্ৰৰ মেছ আছিল। সত্যনাথ বৰা, দেবীচৰণ বৰুৱা, কালীকান্ত বৰকাকতী, ঘনশ্যাম বৰুৱা, ৰাধাকান্ত সন্দিকৈ, গুঞ্জানন বৰুৱা, গোপীনাথ বৰদলৈকে প্ৰমুখ্য কৰি অসমীয়া ছাত্ৰসকল সেই মেছতে আছিল।'

'সেই সময়তে অসমৰ সাহিত্যাকাশত 'আসাম বন্ধু'ৰ অস্ত আৰু মৌৰ উদয় হৈছিল। বিলাতৰ কুপাৰ্ছহিল কলেজৰ পৰা সুখ্যাতিৰে চিভিল ইঞ্জিনীয়াৰিং পাছ কৰি অহা উত্তৰ গুৱাহাটীৰ বলিনাৰায়ণ বৰা আছিল মৌৰ আচল সম্পাদকৰ কামত ; ভায়েক আছিল সম্পাদক নামতহে। ১০০ নম্বৰ বৌবাজাৰ ষ্ট্ৰীটৰ ছপাখানা এটাত মৌ ছপা হৈছিল। বৰাদেৱৰ কাপৰ কবলত মৌৱে প্ৰথমৰ পৰাই বঙলুৱা কাকতবোৰৰ দৰে গতানুগতিকভাৱে নচলি স্বাধীন চিন্তাৰ বাট ধৰি যাবলৈ ধৰিলে। তেতিয়া অসমীয়া ডেকাসকল বৰকৈ সাহিত্যৰ অনুৰাগী আৰু কংগ্ৰেছৰ ৰাজনৈতিক সমৰ্থক হৈ পৰিছিল। অচিনাকি আওবাটে মৌক বাট বোলা যেন পাই ডেকাল'ৰাইঁত টিঙিৰি তুলা যেন হ'ল। তদুপৰি, কংগ্ৰেছবিৰোধী ইংৰাজী 'ইংলিছমেন' কাকতত মৌৰ প্ৰশংসা ওলোৱাত তেওঁলোকক আৰু কোনে পায়! সভাৰ ওপৰত সভা পাতি মৌ মাৰিবলৈ কঁকালত

টঙালি বান্ধি উঠিল। কালীকান্ত বৰকাকতী আৰু মথুৰামোহন বৰুৱাৰ নেতৃত্বত জনচেৰেকে বৰা ডাঙৰীয়াৰ 'ইফিজি' অৰ্থাৎ ধানখেৰৰ জুমুঠিৰে সজা মূৰ্তি পুৰিবলৈ ওলাল। মথুৰামোহন আৰু লক্ষ্মীনাথে মৌলৈ প্ৰতিবাদ প্ৰবন্ধ লিখি পঠিয়ালে। প্ৰবন্ধটো ছপাও হ'ল। বৰা ডাঙৰীয়াইয়ো 'সম্প্ৰতি কলিকতা নিবাসী শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই .....' বুলি আৰম্ভ কৰি প্ৰতিবাদ প্ৰবন্ধৰ উত্তৰ সেই প্ৰবন্ধৰ লগে লগে ছপাই উলিয়ালে। কিন্তু, এটা সময়ত মৌ মৰিল। মৌৰ অকাল মৃত্যুত অসমীয়া সাহিত্যৰ অনিষ্ট সাধন হ'ল। বিৰক্তিত বলি নাৰায়ণ বৰাদেৱেও লিখা এৰিলে। অৱশ্যে লক্ষ্মীনাথহঁতে পাছত তাৰ বাবে অনুশোচনা কৰিলে।'

'বহুদিনৰ আগৰে পৰা 'মহেন্দ্ৰ' নামৰ মানুহ এজনে কলিকতাৰ আলেখলেখ নজনা অসমীয়া ছাত্ৰৰসকলক কানি-কাপোৰ যোগাইছিল। এবাৰ জাতীয় ভাবাপন্ন হৈ হেম গোসাঁই, প্ৰসন্ন ফুকন আদিয়ে চাঁদনী বজাৰৰ টুপীৱালাৰ দোকানৰ পৰা খয়েৰি ৰঙতকৈ কিছু পাতল ৰঙৰ পাগুৰি বন্ধাই সত্ৰৰ গোসাঁইৰ দৰে পিন্ধিবলৈ ধৰিলে। লক্ষ্মীনাথেও এই পাগুৰি পিন্ধি পোন হৈ, মূৰ দাঙি কোট, পেণ্ট, কামিজ পিন্ধি ফুৰিবলৈ ধৰিলে।'

'পিছে শ্ৰীনাথ, তুমি দেখোন ভাষা উন্নতি সাধিনী সভাৰ কথা উল্লেখ নকৰিলা?'

'অ' ওঠৰশ অষ্টাশী খ্ৰীষ্টাব্দৰ পঁচিশ আগষ্টত ৬৭ নম্বৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ বহাত অনুষ্ঠিত 'টি-পাৰ্টিত' অসমীয়া ভাষাৰ উন্নতি সংকল্পে এখন সভাত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ জন্ম হয়। বৈঠকখন প্ৰত্যেক বুধবাৰে আৰু শনিবাৰে অসমীয়া ছাত্ৰৰ মেছ এটাত বহিছিল। ইংৰাজ সাহিত্যিক জনছন্ এডিছনৰ দিনৰ 'কফি হাউছ', এছিয়া আৰু আমেৰিকাৰ জুৰি আৰু পেৰিছৰ 'চলনছ'ৰ পৰা বিখ্যাত সাহিত্যিকসকলে ৰচিত সাহিত্যবোৰৰ সৃষ্টি হোৱাৰ নিচিনাকৈ অঃভাঃউঃসাঃসঃৰ জন্ম হৈছিল। লক্ষ্মীনাথৰ ভাষাত—'এই সভাৰ উদ্দেশ্য হৈছে অসমীয়া ভাষাৰ উন্নতি সাধন কৰা। সেই উদ্দেশ্যৰ ৰূপ মহামন্ত্ৰক হিয়াত ঠাই দি এই সভাই 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' নাম লৈ উপজিছে। কেঁচুৱা মাতৃভাষা কেনেকৈ ডাঙৰ-দীঘল হ'ব, কেনেকৈ সি পৃথিৱীৰ আন ধনী আৰু উন্নতশীল ভাষাৰ সমান হৈ আপোন গৌৰৱ বেলিৰ পোহৰ চাৰিওফালে পেলাই দুখীয়া আৰু আন্ধাৰ অসমৰ মুখ পোহৰাব পাৰিব ; কেনেকৈনো সি দুৰ্বল ; ৰুগীয়া আৰু জীৰ্ণ অৱস্থাৰ পৰা সবল, সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য।'

'এই সভাৰ জৰিয়তে পুৰণি অসমীয়া পুথিবিলাক প্ৰকাশ কৰি পোহৰলৈ অনা, অসমৰ সকলোবোৰ পঢ়াশালিৰে মাতৃভাষাৰ মাধ্যমেৰে শিক্ষাদানৰ ব্যৱস্থা কৰাৰ বাবে শিক্ষা বিভাগৰ অধিকাৰসকলৰ মনোযোগ আকৰ্ষণ কৰা, শুদ্ধ অসমীয়া উচ্চাৰণ কৰিবলৈ শিকোৱা, বানান শুদ্ধকৈ লিখাৰ অভ্যাস কৰোৱা, শংকৰদেৱ, মাধৱদেৱ, শ্ৰীধৰ কন্দলী

আদি বৈষ্ণৱ কবিসকলৰ লেখাবোৰ সকলোৱে বুজিব পৰাকৈ টীকা-টিপ্পনী লিখা, অসমীয়া ভাষাত নোহোৱা পুথিবিলাকৰ আৱশ্যক অনুসৰি অসমীয়া ভাষালৈ অনুবাদ কৰা, অসমত সেই সময়ৰ ধৰ্মনীতি, সমাজনীতি, ৰাজনীতি আৰু সংস্কৃতিৰ সম্যক বিৱৰণ থকাকৈ এখন অসম বুৰঞ্জী সংকলন কৰি ছপা কৰি উলিওৱা, দেশৰ সৰ্বসাধাৰণ ৰাইজৰ মাজত লিখা-পঢ়াৰ চৰ্চা বঢ়োৱা আৰু বাতৰিকাকত পঢ়া আগ্ৰহ বঢ়োৱা আদি প্ৰচেষ্টা কৰাৰ আদৰ্শ আগত ৰাখি অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা স্থাপন কৰা হৈছিল।'

'কলিকতাৰ অসমীয়া ছাত্ৰসকলৰ চাহমেলত সৰ্বসন্মতিক্ৰমে সিদ্ধান্ত হ'ল যে, 'আসাম বন্ধু' আৰু 'মৌ'ৰ অৱলুপ্তিৰ পাছত অসমীয়া আলোচনীৰ শূন্যতালৈ লক্ষ্য কৰি অনতিপলমে এখন মাহিলি কাকত উলিওৱা হওক। কিন্তু, অৰ্থাবাৱৰ নিমিত্তে অসমীয়া ভাষা উন্নয়নী সভাই দিনচেৰেক পাছতো আলোচনীখন উলিয়াবলৈ সমৰ্থ নহ'ল।'

'সেই সময়ত ডাঙৰীয়া হৰিবিলাস আগৰৱালাৰ পুত্ৰ চন্দ্ৰকুমাৰে ১০ নম্বৰ আৰ্মেনিয়ান ষ্ট্ৰীটত থাকি প্ৰেছিডেন্সি কলেজত দ্বিতীয় বাৰ্ষিক মহলাত এফ-এ পঢ়িছিল। চন্দ্ৰকুমাৰ সাহিত্যৰ অনুৰাগী হিচাপে চিনাকি পৰ্বৰে পৰা লক্ষ্মীনাথৰ ঘনিষ্ঠ হৈ পৰে আৰু 'জোনাকী' নামৰ এখন মাহেকীয়া আলোচনী উলিয়াবলৈ আলোচনা চলালে।'

'ওঠৰশ উনানব্বৈ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত জোনাকীৰ প্ৰথম সংখ্যা ওলাল। সেই সংখ্যাৰ পৰা এবছৰলৈকে একেলেঠাৰিয়ে লক্ষ্মীনাথৰ 'লিতিকাই' প্ৰকাশ হ'বলৈ ধৰিলে। ন-লেখাৰু আৰু ন-বোৱাৰীৰ আচৰণ প্ৰায় একেই। লিতিকাই পঢ়ি কোনে কি ক'ব, কি বুলিব, এই ভয়ত লক্ষ্মীনাথ মাজে মাজে চক্ খাই উঠা হ'ল। কোনোজনে লিতিকাইৰ প্ৰসংগ উলিয়ালে, ন-লেখাৰু সেই ঠাইৰ পৰা হাতত সাৰে ভৰিত সাৰে পলোৱাৰ সুৰুঙা বিচাৰি ফুৰে। পলাব নোৱাৰিলে লাজতে অধোবদন হৈ পৰে, অথচ লোকে কিনো কয় শুনিবলৈকো মন কৰে। 'লিতিকাই' পঢ়ি পঢ়ুৱৈয়ে ৰং পোৱা বুলি শুনি লক্ষ্মীনাথৰ উছাহ চৰিল। তেওঁ মাজে-সময়ে ইডেন উদ্যানৰ নিজান গছৰ তলত বহি লিতিকাইৰ কেইটামান অংশ ৰচনা কৰিলে।'

'সেই বছৰৰ জানুৱাৰী মাহৰ উনৈশ তাৰিখে কলিকতা মহানগৰী বালিগঞ্জ চাৰ্কুলাৰ ৰোডৰ বাৰিষ্টাৰ ছাৰ তাৰকনাথ পালিতৰ ঘৰত ভাৰত-গৌৰৱ দুখুনী অসমমাতৃৰ আঁচলৰ মাণিক পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱা অনন্তলোকলৈ প্ৰয়াণ কৰিলে। ম্ৰিয়মান হৈ পৰা দেশবাসীক সান্ত্বনা দি লক্ষ্মীনাথে এটি কবিতাৰ পংক্তিৰে তেওঁৰ আদৰ্শত অনুপ্ৰাণিত হ'বলৈ উদগণি দিলে।'

'দ্বিতীয় বছৰত জোনাকীক ১০ নম্বৰ আৰ্মেনিয়ান ষ্ট্ৰীট্ৰ পৰা ২ নম্বৰ ভৱানীচৰণ দত্ত লেনৰ অসমীয়া ছাত্ৰৰ মেছ এটালৈ তুলি অনা হয়। তাতেই চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ গোস্বামী আৰু লক্ষ্মীনাথ এই তিনি অন্তৰংগ বন্ধুৰ একত্ৰ সমাৱেশ ঘটিল আৰু তিনিও

জোনাকীৰ উন্নয়নৰ কামত ব্যস্ত হৈ পৰিল। লক্ষ্মীনাথৰ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' দ্বিতীয় বছৰ জোনাকীত আৰম্ভ হ'ল।'

'তৃতীয় আৰু চতুৰ্থ বছৰ 'জোনাকী' সম্পাদনাৰ ভাৰ পৰিল স্বয়ং লক্ষ্মীনাথৰ ওপৰত। লম্বোদৰ বৰা, আনন্দচন্দ্ৰ আগৰৱালা, ৰত্নেশ্বৰ মহন্ত, কনকলাল বৰুৱা, লক্ষেশ্বৰ শৰ্মা, ৰজনীকান্ত বৰদলৈ, পানীন্দ্ৰনাথ গগৈ আদিৰ প্ৰবন্ধেৰে জোনাকীৰ জেউতি চৰিল।

ইমান সময় নৌকাবিহাৰ কৰি মৌন হৈ পৰা খগেন্দ্ৰনাথ বেজে মাত দিলে, 'হয়হে, শ্ৰীনাথ ৰত্নেশ্বৰ মহন্তৰ 'মোৱামৰীয়া বিদ্ৰোহ', 'হেমচন্দ্ৰ গোস্বামীৰ 'জোনাকী' কবিতা আৰু লক্ষ্মীনাথৰ 'পদুম কুঁৱৰী' উপন্যাস ৰাইজৰ মাজত আজিও আলোচিত হৈ আছে।'

'অৱশ্যে পঞ্চম বছৰত সোণাৰাম চৌধুৰী জোনাকীৰ প্ৰকাশক হয় আৰু তাৰ পাছৰ বছৰ প্ৰকাশক হয় মীনধৰ হাজৰিকা। ইয়াৰ পাছত জোনাকী বৃহৎ আকৃতিত সত্যনাথ বৰাৰ সম্পাদনাত গুৱাহাটীৰ পৰা ওলাবলৈ ধৰিলে। পিছে, গুৱাহাটীত মাত্ৰ তিনি বছৰ ওলাই জোনাকীৰ প্ৰকাশৰ পথ অন্ধকাৰ হৈ পৰে।'

'লক্ষ্মীনাথ ২ নম্বৰ ভৱানীচৰণ দত্ত লেনৰ মেছত থাকোতে 'ভ্ৰমৰংগ' নাটকখন ৰচনা কৰে। ভ্ৰমৰংগ ছেক্সপীয়েৰৰ 'কমিডি অব এৰৰ্ছ'ৰ' অসমীয়া ভাঙনি। ৰত্নেশ্বৰ বৰুৱা, ৰমাকান্ত বৰকাকতী, গুণ্ডানন বৰুৱা, ঘনশ্যাম বৰুৱা এই চাৰিজনে গোট খাই নাটকখন ভাঙনি কৰে যদিও সহায়ক আছিল শিৱৰাম বৰুৱা আৰু লক্ষ্মীনাথ।'

এনেতে নাওখন আহি আহি আম্নিগাঁও ঘাট পাবৰ সময় হ'লহি।

# তৃতীয় অধ্যায়

ইফালে কথাৰ থুনুপাকত নৌকাখন আহি কেতিয়ানো আমিনগাঁও ঘাট চাপিলহি দুয়োজনে গমেই নাপালে। মাটিত ভৰি থৈয়েই শ্ৰীনাথে ততাতৈয়াকৈ ৰে'ল ষ্টেচনলৈ লৰ দিলে। নৈৰ-ঘাটৰ পৰা খগেন্দ্ৰনাথ বেজ গৈ হাটত সোমাল। হাটত ঘূৰি-মেলি পোহাৰী এগৰাকীৰ পৰা বচামাছ কেইটিমান আৰু কলপাতত বান্ধি থোৱা খাহীৰ মঙহ এভাগ লৈ ঘাটলৈ বুলি খোজ দিলে।'

কিছুপৰ পাছতে শ্ৰীনাথে আহি ক'লে, 'মানুহজনক লগ নাপালো, সম্ভৱ আজিৰ ৰে'লত নাহিল! বলক ছাৰ, উভতি যাওগৈ।'

খন্তেক পিচতে নাওখন ভটিয়াই গ'ল। এনেতে এজাক বগলী নাওখনৰ ওপৰেদি উৰি আঁৰু-পৰ্বতৰ দিশে গ'ল। খগেন্দ্ৰ মাষ্টৰে মাত দিলে, 'আহোতে তোমাৰ বক্তব্য শুনিলো, এইবাৰ মই বক্তা, তুমি শ্ৰোতা; শুনা—উনবিংশ শতিকাত বংগৰ নৱজাগৰণে সমগ্ৰ ভাৰতবৰ্ষক প্ৰভাৱিত কৰিছিল। এই শতিকাৰ প্ৰথমাৰ্ধত বংগত বিভিন্ন শিক্ষা, সাহিত্য, সংস্কৃতি, ভাষা, জ্ঞান-বিজ্ঞানৰ নানা শাখা আৰু সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ় লৈ উঠিছিল। শতিকাটোৰ শেহৰফালে বঙালী বুদ্ধিজীৱীসকলে বাংলা ভাষা আৰু সাহিত্যৰ বিকাশৰ যোগেদি এক নতুন বৌদ্ধিক জাতীয় চৈতন্যৰ জন্ম দিলে। বেংগল হৈ পৰিল আধুনিক শিক্ষা, সাহিত্য, সংস্কৃতিৰ পীঠস্থানস্বৰূপ, সেইবাবেই অসম আৰু উৰিষ্যাৰ বাহিৰেও উত্তৰ-পশ্চিম প্ৰদেশ, পঞ্জাব আনকি সিংহলৰ পৰাও ক'লকাতালৈ উচ্চ শিক্ষাৰ্থে ছাত্ৰসকল আহি গোট খাইছিল।'

আচলতে ওঠৰশ এষষ্ঠি খ্ৰীষ্টাব্দৰ পৰাই অসমীয়া ছাত্ৰই উচ্চ শিক্ষাৰ্থে কলকাতালৈ গতি কৰিছিল। ওঠৰশ উনসত্তৰ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত আনন্দৰাম বৰুৱাই বি-এ মহলাত তৃতীয় স্থান অধিকাৰ কৰি প্ৰথম অসমীয়া গ্ৰেজুৱেট হয়। তাৰ তিনি বছৰ পাছত কলকাতাত গংগা গোবিন্দ ফুকনে গঢ়ি তুলিছিল অসমীয়া ছাত্ৰৰ বাবে সাহিত্য সভা। তেওঁৰ লগত সহযোগ কৰিছিল মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, ৰাধিকাৰাম ঢেকিয়াল ফুকন আদিয়ে। বাঙালী বিদ্বৎ সমাজৰ সৃষ্টিশীল আৰু সাংগঠনিক কাৰ্যাৱলীয়ে কলকাতা প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ মনত নিজৰ দেশ আৰু ভাষা সাহিত্যৰ ক্ষেত্ৰত কাম কৰিবৰ নিমিত্তে দায়িত্ববোধ আৰু প্ৰেৰণাৰ সৃষ্টি কৰিছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, বংকিমচন্দ্ৰ চট্টোপাধ্যায় আদি লব্ধপ্ৰতিষ্ঠ বাঙালী লেখকসকল হৈ উঠিল অসমীয়া ছাত্ৰসকলৰ আদৰ্শস্বৰূপ।'

'পিছে কিহে শ্ৰীনাথ তুমি আনমনা হৈ পৰিলা দেখোন, আমনি পাইছা নেকি?'

'নাই ছাৰ ভাল লাগিছে, আজি ডেৰ দশকৰ আগৰ শিৱসাগৰৰ স্কুলত বহি থকা যেন লাগিছে!'

'অ' তেতিয়া হ'লে তোমাৰ ভাললগা নাই, কাৰণ মোৰ লগত থকা সৌকাডালৰ কথা নিশ্চয় মনত পৰিছে।

হাঃ হাঃ হাঃ। বাৰু, বাকীখিনি শুনা—কলকাতাত ইয়ং-বেংগল গ্ৰুপ আৰু ব্ৰাহ্মসকলৰ প্ৰভাৱত এটা ধৰ্ম নিৰপেক্ষ সামাজিক চৰিত্ৰ গঢ় লৈ উঠিছিল। আচলতে, কলকাতাত গঢ়ি উঠিছিল এক নতুন ইংগ-বংগ সংস্কৃতি। এই সংস্কৃতিৰ প্ৰভাৱত আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, গংগাগোবিন্দ ফুকন আদি সম্ভ্ৰান্ত অসমীয়াসকলে ইংৰাজৰ পোছাক-পৰিচ্ছদ ব্যৱহাৰ কৰাৰ উপৰি ইংৰাজৰ ধৰণেৰে জীৱন-যাপন কৰিবলৈ ধৰিলে। শতিকাটোৰ শেহৰ ফালে কলকাতালৈ যোৱা অসমীয়া ছাত্ৰসকলৰ ব্যক্তিগত আৰু সামাজিক দৃষ্টিভংগী হৈ পৰিছিল অধিক উদাৰ আৰু ধৰ্মনিৰপেক্ষ। ব্যাৱহাৰিক জীৱনত পশ্চিম হৈ পৰিছিল তেওঁলোকৰ আদৰ্শ। আনহাতে বৌদ্ধিক জীৱনত বাঙালী লেখক আৰু পণ্ডিতসকল হৈ পৰিছিল আন এক উজ্জ্বল আদৰ্শ।'

হিন্দু ধৰ্মৰ কু-সংস্কাৰৰ ফলস্বৰূপে হলিৰাম ঢেকিয়াল ফুকনৰ ভাতৃ আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ খুৰাক যজ্ঞৰাম খাৰঘৰীয়া ফুকন শতিকাটোৰ প্ৰথমাৰ্ধতে ব্ৰাহ্মধৰ্মত দীক্ষিত হৈছিল। গুণাভিৰাম বৰুৱায়ো ব্ৰাহ্মধৰ্মৰ প্ৰতি আকৃষ্ট হৈ ধুবুৰীত কাৰ্যবাহী দণ্ডাধীশ হৈ থাকোতে ব্ৰাহ্ম ধৰ্মত দীক্ষিত হৈছিল। মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য আৰু তেজপুৰৰ লক্ষ্মীকান্ত ভট্টাচাৰ্যকে ধৰি কেইজনমানে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিলে।

ৰামমোহন ৰায়ে ওঠৰশ আঠাইশ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা কৰা ব্ৰাহ্ম সমাজৰ পৰম ভক্ত মহৰ্ষি দেবেন্দ্ৰনাথে জোড়াসাঁকোৰ ঠাকুৰবাড়িতে এই সমাজৰ কাম-কাজ পালনৰ দায়িত্ব লৈছিল।'

'আচলতে মই কি ভাবো জানানে শ্ৰীনাথ, সোতৰশ চৌৰাশী খ্ৰীষ্টাব্দত নীলমণি ঠাকুৰে প্ৰতিষ্ঠা কৰা ঠাকুৰবাড়ীৰ বীজটোৰ পৰা বৃক্ষজোপাৰ শাখা-প্ৰশাখাসমূহ লালন-পালন কৰিছিল কেইবাটাও যুগে—যাৰ উত্তৰসুৰীসকল আছিল দ্বাৰকানাথ, দেবেন্দ্ৰনাথ আদি। মাথোঁ চৌবিশ বছৰ বয়সতেই ২৪ নম্বৰ পৰগনা জিলাৰ কলেক্টৰেটৰ চিৰস্তাদাৰ পদপ্ৰাপ্ত দ্বাৰকানাথ ঠাকুৰে নিজৰ বিচক্ষণ কৰ্মদক্ষতা আৰু বাণিজ্যিক কৰ্মোদ্যমৰ জৰিয়তে আহৰণ কৰিছিল অতুল বৈভৱ। তেওঁ ওঠৰশ উনত্ৰিশ খ্ৰীষ্টাব্দত যোল্ল লক্ষ টকাৰে আৰম্ভ কৰিছিল 'ইউনিয়ন বেংক'।

দ্বাৰকানাথ ঠাকুৰৰ বৰপুত্ৰ দেবেন্দ্ৰনাথ ঠাকুৰ অগাধ ধন-সম্পত্তিৰ মালিক হোৱা সত্ত্বেও তেওঁৰ আছিল এক ব্যতিক্ৰমী ব্যক্তিত্ব। তেওঁ নিজ শক্তিৰে গঢ়ি তুলিছিল সেই বিশাল সম্পদ। ব্যক্তিগৰাকী ৰূপান্তৰিত হৈছিল মহৰ্ষিলৈ।

ঠাকুৰ-বাড়ীৰ 'মহৰ্ষি ভৱন'ৰ মহলাটোৰ কথা উল্লেখযোগ্য পাছত ঠাকুৰ বাড়ীয়ে আজিও আবৰি ৰাখিছে বংগ নৱন্যাসৰ বিশাল চিন্তাধাৰাৰ অফুৰন্ত সমল। এই গৃহটিক দৰাচলতে সামাজিক-সাংস্কৃতিক গতিধাৰাৰ প্ৰধান সুঁতি বুলি গণ্য কৰা যায়। ভাৰতীয় পৰম্পৰা ৰক্ষা কৰা অথচ পৰিবৰ্তনশীল সংস্কৃতিৰ উৎকৃষ্টখিনি সাদৰেৰে আঁকোৱালি

লোৱাৰ মানসিকতাই ঠাকুৰ বাড়িৰ পাছলৈ প্ৰভাৱাম্বিত কৰিছিল ৰবীন্দ্ৰনাথক।'

'সতীদাহ প্ৰথাৰ বিৰুদ্ধে মাত মতা ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, অৱনীন্দ্ৰনাথ ঠাকুৰ, বিবেকানন্দ আদিৰ বহুবোৰ ফ'টো ঠাকুৰ বাড়িত কোঠাই কোঠাই বিৰাজমান। ওঠৰশ পোন্ধৰ খ্ৰীষ্টাব্দৰ পৰা ওঠৰশ ওঠৰ খ্ৰীষ্টাব্দলৈকে বিভিন্ন ঠাইত সংঘটিত হোৱা সতীদাহৰ সংখ্যা হ'ল ঃ কলকাতা—১৫২৪ গৰাকী, ঢাকা—১৬৫ গৰাকী, মুৰ্ছিদাবাদ—১০৪ গৰাকী, পাটনা—১৫৫ গৰাকী, বাৰাণসী—৩৫৩ গৰাকী, বেৰেলী—৬০ গৰাকী, মুঠ—২৩৬৫ গৰাকী।

'বাপ্‌ৰে, আমাৰ অসমত তেনেবোৰ কথা ভাবিবই নোৱাৰ', শ্ৰীনাথে ক'লে।

'মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে ঠাকুৰ-দালানটোক ঈশ্বৰৰ নামত উছৰ্গা কৰিছিল। মহৰ্ষি ভৱনৰ প্ৰাৰ্থনাস্থলীৰ কাষত এখন মঞ্চসদৃশ বাৰাণ্ডা আছে, তাত মাজে-সময়ে ব্ৰাহ্মধৰ্ম সম্পৰ্কীয় ধৰ্মালোচনী সভা, প্ৰাৰ্থনা আদি অনুষ্ঠিত হয়। অসমৰ কিছুমান ছাত্ৰও মাজে-সময়ে তেনে সভাত উপস্থিত হৈছিল।'

শ্ৰীনাথে আচৰিত হৈ খগেন্দ্ৰনাথ বেজক সুধিলে, 'ছাৰ আপুনি ইমান বহলকৈ সকলো কথা কেনেকৈ জানিলে?'

এনেতে নাওখন আহি শুক্ৰেশ্বৰ মন্দিৰৰ ঘাট পাৰ হ'ল। উজান বজাৰ ঘাটলৈ আৰুনো কিমান সময়ৰ বাট! শুক্ৰেশ্বৰ আৰু উমানন্দ ধামলৈ সেৱা জনাই কিছু সময় অতিবাহিত হোৱাৰ পাছতে নাওখন ঘাট চাপিলহি।

দুয়ো খোজ কাঢ়ি লতাশিল পথাৰৰ কাষেৰে আহি দীঘলী পুখুৰীৰ দাঁতিয়েদি খোজ কাঢ়ি আহোতে খগেন্দ্ৰনাথ বেজে হঠাৎ মনত পৰাৰ দৰে ক'লে, 'শ্ৰীনাথ, তোমাৰ মনত আছেনে বাৰু, তাহানিতে ব্ৰাহ্মধৰ্ম প্ৰচাৰৰ হকে শিৱসাগৰলৈ যে ৰাজকুমাৰ বিদ্যাৰত্ন নামৰ পণ্ডিত এজন আহিছিল? পাছত তেওঁৰ সৈতে মোৰ বন্ধুত্ব গঢ়ি উঠিছিল আৰু তেওঁৰ লগত এবাৰ কলকাতা নগৰী দেখাৰ সুযোগ পাইছিলো। তেওঁৰ লগত গৈয়ে যি কিছু দেখিছিলো, শুনিছিলো।'

হাঁহি এটি মাৰি শ্ৰীনাথে সুধিলে, 'তাৰমানে ছাৰ, আপুনিও ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিলে নেকি?'

খগেন্দ্ৰনাথ বেজে উত্তৰ দিলে, 'নাই, নাই বোপাই আমি শংকৰগুৰুৰে দি যোৱা বৈষ্ণৱ ধৰ্মকে সাবটি আছো। বোপা-ককাৰ দিনৰে পৰা তাকে চলি আহিছে যেতিয়া এতিয়া হাড় পেলোৱা বয়সত আৰুনো কিহৰ বাবে ধৰ্মান্তৰিত হ'ম? পিচে শ্ৰীনাথ, বেগাই খোজ দিয়া, নহ'লে ৰচামাছ আৰু খাঁহীৰ মঙহ হাতত্তে গেলিব।'

শ্ৰীনাথে ক'লে, 'এঃ ছাৰে এইবোৰ এনেয়ে লেঠা লগাইছে।'

খগেন্দ্ৰনাথ মাষ্টৰে ক'লে, 'নহয় ৰ'বা, তোমাক লগ পাই কিমান সন্তোষ পাইছো। আমাৰ জীৱিকাত ছাত্ৰসকলৰ উন্নতিয়েই অপাৰ আনন্দ, কি কোৱা?'

শ্ৰীনাথে নীৰবে হাঁহি এটি মাৰিলে।

# চতুৰ্থ অধ্যায়

'দিনচেৰেকৰ পৰা চন্দ্ৰকুমাৰ আৰু হেমচন্দ্ৰই লক্ষ্মীনাথক বিশেষভাৱে লক্ষ্য কৰি আছে। তেতিয়া লক্ষ্মীনাথ জেনেৰেল এছেম্ব্লী মহাবিদ্যালয়ৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। তেওঁৰ পাঠ্য আছিল—'পলগ্ৰেভছ্ গোল্ডেন ট্ৰেজাৰি অব্ লিৰিক্স' নামৰ এখন কবিতা সংগ্ৰহ। তদুপৰি বাইৰণ, শ্বেলী, কীট্ছৰ কবিতাবোৰৰ লগতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাবোৰৰ মাজত লক্ষ্মীনাথ সোমাই পৰিল। কবিতাৰ বৰষুণত তিতি তিতি লক্ষ্মীনাথৰ মন প্ৰেমৰসত আৰ্দ্ৰ হৈ উঠিল! তেওঁৰ মনৰ বহল পথাৰখন বাইৰণৰ কবিতাই যেন কোমলালে, শ্বেলীৰ কবিতাই হাল বালে, কীট্ছৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰনাথৰ কবিতাৰ লাহী ধানৰ কঠীয়াৰতো কথাই নাই, বিহমনা, কোটকোৰা, পথৰুৱা, বিহলঙনি আৰু চোৰাতকে আদি কৰি যিহৰে গুটি হওক মাটিত পৰিলেই গজালি মেলি 'মোক চা, মোক চা'কৈ উঠিব খোজে। সপোনত লক্ষ্মীনাথে যেন বিতচকু এযোৰ পালে। সেই অপৰূপ বিতচকুযোৰৰ গুণত তেওঁ যেন জগতখনক সুন্দৰময়কৈ দেখিলে।'

লক্ষ্মীনাথে যিপিনেই চায় সেইপিনেই দেখে পুঞ্জীভূত সৌন্দৰ্য, স্তূপীকৃত মাধুৰ্য আৰু আনন্দৰ মেলা! আকাশত মধু বৰষিছে, বতাহে মধু বিয়পাইছে। হঠাতে তেওঁৰ মনকোঁহত প্ৰেম আৰু ভালপোৱাৰ সংমিশ্ৰণ ঘটি সকলোবোৰ খেলি-মেলি লাগি পৰিল। এবাৰ তেওঁ ৰঙৰ ৰহঘৰা আৰু চকু চাওঁতেই অভাৱৰ তাড়নাত অথিৰ—

*'সুখ ভৰা এ ধৰায়*
*মন বাহিৰিতে চায়*
*কাহাৰে বসাতে চায় হৃদয়*
*তাহাৰে খুজিব দিক্-দিগন্ত।'*

'লক্ষ্মীনাথে থকা ঘৰটোৰ তিনি মহলাৰ চাঁদত উঠি পূৰ্ণিমাৰ জোনৰ ফালে অনিমেষে চাই থাকি টোপনিক কাষ চাপিবলৈ নিদিয়া হ'ল। এদিন ৰাতি হঠাতে কোঠাত বান্ধৈ নোহোৱা হোৱাত, চাঁদৰ ওপৰলৈ এখোজ-দুখোজকৈ হেমচন্দ্ৰ উঠি আহি পিছফালৰ পৰা লক্ষ্মীনাথক মাত দিয়াত, তেওঁ উত্তৰ দিলে,

*'আমি স্বপনে ৰয়েছি ভোৰ*
*সখি আমাৰে জাগাইও না।'*

আন এদিন লক্ষ্মীনাথে শিয়ালদহৰ ফালে বহা হাটৰ পৰা ছয়টা পইচাৰে তিনিজোপা গোলাপৰ পুলি কিনি আনি গামলাত ৰুই পতি-পাল কৰিবলৈ ধৰিলে। গোলাপৰ ওচৰত বহি তেওঁ গোলাপকে সোধে—

*'বল গোলাপ মোৰে বল,*
*তুই ফুটাবি সখি কবে?*

*চাঁদ হাসিছে সুধা হাস,*
*বায়ু ফেলিছে মৃদু শ্বাস,*
*পাখি গাইছে মধু করে*
*তুই ফুটবি সখি কবে?'*

'এমাহমানৰ মূৰত তাৰে এজোপাই এটি কলি পেলোৱাত লক্ষ্মীনাথৰ মনত মহা আনন্দ, মহা উছাহ! কলিটো ফুলিল। পিছে মেমেৰা গছৰ মেমেৰা কলিৰ, মেমেৰা ফুল! কিন্তু, লক্ষ্মীনাথৰ চকুত সেয়েই পদ্মলোচন! আনন্দত তেওঁ আত্মহাৰা! ফুলটোৰ সৈতে তেওঁ কথা পাতে, ফুলটো চুই চাই মৰম পতিয়ায়। এনেদৰে হাত লগাই মৰম কৰোতে ফুলৰ পাহিবোৰ সৰি পৰিল! তেওঁৰ চকু চলচলীয়া হ'ল। ঠিক কৰিলে যে সিদিনাৰ পৰা মৰমৰ সমলক দূৰৈৰ পৰাহে আদৰ কৰিব। তেওঁ ভাবিলে—জোন, তৰাক সেইবাবেই মানুহে হাত লগাব নোৱৰাকৈ ঈশ্বৰে দূৰৈতে থৈছে!

'তেনেতে এজন বয়সীয়া বন্ধু লক্ষ্মীনাথৰ ঘৰলৈ আহোতে তেওঁক মেমেৰা গোলাপকেইজোপা তেনেদৰে যত্ন কৰি থকা দেখা পাই ক'লে—'বাৰু, এইকেইডাল টাবত ইমান যত্ন কৰি ৰুই কি লাভ হৈছে, ইয়াতকৈ যদি তিনিজোপা জলকীয়া গছ ইয়াত ৰুলাহেঁতেন তেন্তে ভাত খাবলৈ দুই-চাৰিটা জলকীয়াকে পালাহেঁতেন! কথাষাৰে যেন লক্ষ্মীনাথৰ আমঠু সৰকি গ'ল!

লক্ষ্মীনাথৰ তৰ-চেঙেলী মনটো এনেকৈ কলব-জপক কৰি থাকোতে, এদিন দলঙাত শ'ল মাছ পৰাদি ঘপহকৰে তেওঁ প্ৰেমত পৰিল! অনন্যা সুন্দৰীগৰাকীৰ ৰূপ-লাৱণ্যই যেন লক্ষ্মীনাথক উন্মাদ কৰি পেলালে। তেওঁৰ মুখেৰে ফুটি ওলাল ৰবীন্দ্ৰনাথৰ এটি গীতৰ কলি—

*'আমাৰ পৰাণ যাহা চায়,*
*তুমি তাই, তুমি তাইগো!*
*তোমা ছাড়া আৰ এ জগতে*
*মোৰ, কেহ নাই কিছু নাইগো!'*

প্ৰেমিক লক্ষ্মীনাথৰ হৃদয়ত ভাবৰ বুৰবুৰণি উঠিল। ৰূপহীৰ আগত নিবেদন জনালে—

*'তোমাৰ সকলি ভাল লাগে*
*ওই ৰূপৰাশি।*
*ওই খেলা, ওই গান, ওই মধু হাসি*
*ওই দিয়ে আছ ছেয়ে জীবন আমাৰি*
*কোথায় তোমাৰ সীমা ভুবন মাঝাৰে।'*

'ৰূপহী কিন্তু নিমাত! অথচ ৰূপহীৰ মুখৰ ভাব-ভংগীত প্ৰেমিকৰ সকলো নিবেদনৰ যেন সঁহাৰি পালে। লক্ষ্মীনাথে নিমাতী কইনাৰ উদ্দেশ্যে লিখা প্ৰেমৰ

কবিতাবোৰ ইংৰাজী, বঙলা আৰু অসমীয়া ভাষাত লিখি শ্ৰেণীৰ নোট লিখা বহীকেইখন নীলা কৰি পেলালে।'

'এদিন সন্ধিয়া চাঁদৰ ওপৰত লাহে লাহে খোজ কাঢ়ি কাঢ়ি আকাশৰ জোনটোলৈ চাই চাই 'হাৰ হেণ্ডচ্ আৰ এজ হোৱাইট্ এজ স্নো' গাই থাকোতে পিছফালৰ পৰা চুচুক-চামাককৈ আহি চন্দ্ৰকুমাৰে সুধিলে, 'বোলো বেজ, কাৰ্ হেণ্ডচ্ আৰ এজ হোৱাইট এজ স্নো' হে?' লক্ষ্মীনাথ উচপ খাই উঠি লাজতে ৰঙা পৰি পকা থেকেৰাটো যেন হ'ল যদিও প্ৰসংগটো সলাই প্ৰশ্নটো ঢাকি পেলোৱাৰ চেষ্টা চলালে।

লক্ষ্মীনাথে 'শ্ৰী ৰংগলাল চট্টোপাধ্যায়' ছদ্মনাম লৈ বাংলাতে লেখা প্ৰেমৰ কবিতা দুটা দুখন বাংলা কাকতলৈ পঠিয়াই দিলে। প্ৰকাশৰ বাবে পুনৰ চিঠি দি অনুৰোধ কৰাত এজন সম্পাদকৰ পৰা উত্তৰ আহিল—'আপনাৰ কবিতাটি ছাপাইবাৰ যোগ্য নোহে, ফেৰৎ পাঠাইলাম।' আনজনে লেখিলে, 'আপনাৰ কবিতাটা আমাৰ ওয়েষ্ট পেপাৰ বাস্কেটে যত্নপূৰ্বক ৰেখে দিয়েছি। সেখান থেকে তুলে নিয়ে আপনাৰ কাছে পাঠাতে কষ্ট হল। পাৰিলাম না, ক্ষমা কৰবেন। আপনি নিশ্চয় স্কুল কি কলেজেৰ ছাত্ৰ। কবিতা লেখবাৰ বৃথা প্ৰয়াস পৰিত্যাগ কৰিয়া পাঠ্য-পুস্তকে মনোযোগ দিলে বাধিত হ'ব।' উত্তৰ পাই খঙৰ ভমকত নতুন কবি ঘৃতাহুতি হৈ সম্পাদকগৰাকীলৈ চিঠি লিখিলে, 'তেওঁ কাকতৰ সম্পাদনা কৰাৰ উপযুক্ত নহয়, কাৰণ প্ৰকৃত কবিতা কাক কয় তেওঁ নুবুজে। তেওঁৰ কাকত ৰাজ্যৰ অপদাৰ্থ প্ৰবন্ধৰে ভৰপূৰ, সেই দেখি মই তেওঁৰ কাকতৰ পাতেৰে মোৰ জোতাৰ ধূলিহে মোহাৰো ইত্যাদি। সম্পাদকে এই চিঠিৰ একো উত্তৰ নিদিলে। লক্ষ্মীনাথৰো কবিতাৰ ভুমুকটো শুকাল।'

'আচলতে লক্ষ্মীনাথৰ কবিতা লিখাৰ প্ৰচেষ্টা তেতিয়াৰ নহয়। শৈশৱৰ এটা মধুৰ মাতে তেওঁক যেন কবিতাৰ বৰষুণৰ পানীৰে তিতাই-বুৰাই থৈছে। সেই মাত কণমানি জয়াৰ মাত।'

'মাহচেৰেক আগতে লক্ষ্মীনাথে চান্দনি বজাৰৰ পৰা এযোৰ জোতা কিনোতে লগতে এখন কেলেণ্ডাৰ উপহাৰ স্বৰূপে পাইছিল। সেই কেলেণ্ডাৰখনত ধুনীয়া ইংৰাজ গাভৰুৰ ফটো এখন আছিল। লক্ষ্মীনাথে সেই ফটোৰ গাভৰুজনীৰ প্ৰেমত পৰি তিনি-চাৰিমাহমানৰ পৰা কক-বকাই ফুৰিছিল। তেওঁৰ হিয়াৰ মাজত সোমাই পৰা গাভৰুজনী যেন কলিকতাতেই ক'ৰবাত দেখিছে! কথাটো হেম গোসাঁই আৰু চন্দ্ৰকুমাৰক (মাজিউ) ব্যক্ত কৰাত দুয়ো খিল্‌খিলাই হাঁহিলে আৰু মাজিউৱে অভিমত দিলে, 'বেজে ক'ত বা দেখা পালে? কলেজত নে প্ৰাৰ্থনাগৃহত, নে পাৰ্ক ষ্ট্ৰীটৰ শাড়ীৰ দোকানত! হাঃ হাঃ হাঃ।'

হেম গোসাঁয়ে ৰগৰ কৰি ক'লে, 'তেনেহ'লে এতিয়া কিবা এটা দিহা লগোৱাহে কথা, নে কি কোৱা মাজিউ?'

'ঠিক ঠিক, তুৰন্তে ব্যৱস্থা গ্ৰহণ কৰা হওক। হাঃ হাঃ হাঃ।'

লক্ষ্মীনাথৰ মুখখন লাজতে ৰঙা পৰি গ'ল।

# পঞ্চম অধ্যায়

শ্রীনাথ যোৱাৰ পাছত খগেন্দ্ৰ মাষ্টৰ বিছনাত উঠিল। দেওবাৰৰ দিনা তেওঁৰ কাম-কাজো বিশেষ নাথাকে।

শেতেলিখনত পৰাত শ্ৰীনাথে কৈ যোৱা কিছুমান পুৰণি কথা তেওঁৰ মনত পৰিল।

'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ দুই পুত্ৰ গোবিন্দ আৰু গোলাপক বহুদিন আগতেই কলিকতালৈ পঢ়িবলৈ পঠিয়াইছিল। গোলাপ অলপ অসুখীয়া কাৰণে ডাঙৰীয়াই কিছুদিনৰ পাছতে তেওঁক ওভতাই আনিব বিচাৰিছিল। তেনেতে ঘুনুক-ঘানাককৈ ডাঙৰীয়াৰ কাণত পৰিল যে—গোলাপচন্দ্ৰই হেনো মনে মনে কলিকতা মেডিকেল কলেজত ডাক্তৰী পঢ়ি আছে! ডাক্তৰী পঢ়িলেতো মৰাশ কাটিবই লাগিব, মৰাশ কটা-ছিঙা কৰিলে হিন্দুৰ বিশেষকৈ বামুণৰ জাত যায়, এনে মত আৰু বিশ্বাস অসমত দৃঢ়মূল। একালত বংগদেশতো এনেকুৱাই আছিল। প্ৰথম যিগৰাকী বাঙালী হিন্দু ছাত্ৰই সাহস কৰি কলিকতা মেডিকেল কলেজত ভৰ্তি হৈছিল, তেওঁক আদৰণি জনাবলৈ ফৰ্ট উলিয়াম দুৰ্গৰ পৰা বৰতোপৰ গুলী এজাই মাৰিছিল। সেই ছাত্ৰজনেই হ'ল—মধুসূদন।'

'আচলতে পিতৃৰ মনৰ কথাৰ উমান পায়ে তেওঁৰ দুয়ো পুত্ৰই কলিকতাত গোপনে ডাক্তৰী পঢ়িছিল। ডাঙৰীয়াই সেই বতৰা পাই তৎক্ষণাৎ গোলাপক ঘৰলৈ উভতি আহিবলৈ কৈ পঠিয়ালে। গোলাপ নিৰুপায় হৈ ঘৰলৈ উভতি অহাত তেওঁক পৰাচিত কৰাই শুদ্ধ কৰি লৈ তেতিয়া গোলাঘাটতে হাকিম হৈ থকা গংগাগোবিন্দ ফুকনৰ সৈতে আলোচনা কৰি গোলাঘাটত এখন ইংৰাজী বিদ্যালয় প্ৰতিষ্ঠা কৰি গোলাপক সেই বিদ্যালয়ৰে প্ৰধান শিক্ষকৰ পদত বহুৱালে। পিচে, মাহচেৰেক পাছতে গোলাপে মাষ্টৰী চাকৰিৰ ওৰ পেলায় ঘৰ পোৱাত ডাঙৰীয়াই তেওঁক সিংহদুৱাৰ চাহবাগিচা চলোৱাৰ ভাৰ দিয়ে।'

'সিফালে কলিকতাতে থকা গোবিন্দই ভায়েকক কেনেদৰেনো ডাক্তৰী পঢ়ুৱাব পাৰি তাৰ উপায় উদ্ভাৱন কৰাত লাগিল। গোবিন্দই ভাবিলে তেওঁ স্বাধীন হৈ ধন ঘটিব পাৰিলেহে এই কাৰ্যত সফল হ'ব পাৰিব!' এই কথা ভাবি তেওঁ স্নাতকৰ চূড়ান্ত পৰীক্ষা দিবলৈ বাট নাচাই পঢ়া বাদ দি কলিকতা উচ্চ ন্যায়ালয়ত অসমীয়া ট্ৰেন্সলেটৰ চাকৰিত সোমাল। কঁকালত বল বান্ধি লৈ তেওঁ ভায়েক গোলাপক পুনৰ কলিকতালৈ আনিবলৈ তলে তলে চেষ্টা কৰিবলৈ ধৰিলে।

এদিন গোলাপ চাহবাগিচা দুখনলৈ সৰহকৈ কুলী সংগ্ৰহ কৰিবলৈ গুৱাহাটীৰ পল্টন বজাৰৰ কুলী ডিপোলৈ ওলাল।

গুৱাহাটীত দিনচেৰেক থাকি তেওঁ সুৰুকৈ কলিকতালৈ আহি পুনৰ মেডিকেল কলেজত ভৰ্তি হ'ল।

'গোলাপে ডাক্তৰী পাছ কৰি উঠাৰ পাছত ককায়েক গোবিন্দই তেওঁক বিলাতলৈ পঠিয়াই দিয়াত নিৰুপায় হৈ পৰা পিতৃদেৱ বিষাদত মগ্ন হৈ পৰিল। কিন্তু, দিনচেৰেক পাছত গোবিন্দৰ চাকৰি যোৱাত অৱস্থাৰ পৰিৱৰ্তন হ'ল, ফলত খৰচৰ অভাৱত ভায়েক বিলাতত দুখত পৰিল। কথাটো জানিব পাৰি, ডাঙৰীয়া আৰু ব্ৰজনাথে যথাসাধ্য ধনেৰে গোলাপক সহায় কৰিলে। গোলাপে গ্লাছগো আৰু এডিনবৰাৰ পৰা উচ্চ ডাক্তৰী পৰীক্ষাত উত্তীৰ্ণ হৈ এল আৰ চি পি আৰু এল এফ পি চি উপাধি লাভ কৰিলে। পৰৱৰ্তী কালত তেওঁ দক্ষিণ আমেৰিকাৰ ব্ৰিটিছ গিয়েনাৰ মাৰা আৰু ডেমেৰৰা নামৰ ঠাইত চিভিল-চাৰ্জন কাম কৰি ওপজা ঠাইৰ সৌৰভ বঢ়ায়। তেখেতে বহু বছৰ ব্ৰিটিছ-গিয়েনাত সুখ্যাতিৰে চাকৰি কৰি ক্ৰমান্বয়ে ঘৰলৈ চিঠিপত্ৰ দিবলৈ পাতলাই শেহত একেবাৰে নিৰুদ্দেশ হৈ পৰাৰ দৰে হ'ল!'

'অনেক বছৰ ঘৰত গোলাপৰ একো খা-খবৰ পোৱা নাছিল যদিও লক্ষ্মীনাথে কলিকতাত গৈ বহুত চেষ্টা কৰি ঠিকনা উলিয়াই ককায়েকলৈ চিঠি লিখিলে আৰু সেই চিঠিৰ উত্তৰো পালে। ডাঙৰীয়া-ডাঙৰীয়ানী আদি পৰিয়ালৰ সকলো লোকে গোলাপৰ খা-খবৰ শুনি পৰমানন্দিত হৈ পৰিল!'

গোপালে চেনেহৰ ভায়েকলৈ চিঠিৰ উত্তৰ দিয়াৰ উপৰি প্ৰতি মাহে পাঁচিশ টকা ৰূপ পঠিয়াবলৈ ধৰিলে। আনহাতে, অসম চৰকাৰৰ ফালৰ পৰাও মাহে কুৰি টকাকৈ জলপানি লাভ কৰি থকা লক্ষ্মীনাথৰ কলেজীয়া জীৱন জয়-জয়, ময়-ময় হৈ পৰিল। নীতিশাস্ত্ৰমতে,

*'যৌৱনং ধন-সম্পত্তি প্ৰভুত্ব মিৱিৱেকতা*
*একৈকমপ্যনৰ্থায় কিমু তত্ৰ চতুষ্টয়ম্।'*

অৱশ্যে, কলিকতাত থকা কালছোৱাত লক্ষ্মীনাথে দ-খাৱৈবোৰ পাৰ হৈ যাবলৈ সক্ষম হৈছিল, তাৰ নিমিত্তে নিশ্চয় গুৰিডোখৰত পিতাকৰ কটকটীয়া নিয়ম-নীতি আৰু সত্ৰীয়া ধৰ্মশিক্ষাৰ বান্ধোনে তেওঁক উলামূলা পছোৱা কুৰুৱাই লৰাব নোৱৰা কৰি থোৱা নিমিত্তে।

# ষষ্ঠ অধ্যায়

ওঠৰশ নব্বৈ খ্ৰীষ্টাব্দত কলিকতাৰ এছেম্বলী মহাবিদ্যালয়ৰ পৰা স্নাতকৰ শেষ পৰীক্ষা দি লক্ষ্মীনাথে শিৱসাগৰলৈ আহিল। আন আন অসমীয়া ছাত্ৰৰ দৰে প্ৰতি বছৰে ঘৰলৈ নাহি তেওঁ দুবছৰৰ মূৰত এবাৰকৈহে আহে। কাৰণ, অনৰ্থক ধন খৰচৰ শংকা আৰু পৰীক্ষা দি আজৰি হৈ লৈ কলিকতাতে থাকি কলেজৰ চাৰি দুৱাৰৰ বাহিৰ ওলাই আন আন উপযোগী জ্ঞান আৰ্জি লোৱাৰ তেওঁৰ অদম্য হেঁপাহ! শেতেলিখনত বাগৰিয়ে শ্ৰীনাথে কোৱা পুৰণি কথাবোৰ খগেন্দ্ৰনাথ বেজৰ মনত পৰিবলৈ ধৰিলে।

'শিৱসাগৰলৈ অহাৰ এমাহমানৰ পাছত হঠাতে এদিন কলিকতাৰ পৰা এখন টেলিগ্ৰাম আহিল। টেলিগ্ৰামখন শ্ৰীনাথৰ হাতত পৰাত উধাতু খাই লৰি গৈ মাত দিলে—'লক্ষ্মী, ইউ অৰ্ গ্ৰেজুৱেটেড্।' লক্ষ্মীনাথে পঢ়ি চালে—'লক্ষ্মীনাথ এণ্ড কৈলাস আৰ্ গ্ৰেজুৱেটেড্।' কৈলাসচন্দ্ৰ শৰ্মা বৰুৱা নগাঁৱৰ লোক। পিতৃয়ে খবৰটো পাই পোনেই গোসাঁইঘৰত সোমাই থাপনাৰ ফালে মূৰ থৈ সাষ্টাংগে সেৱা কৰিলে। থাপনা মানে—কীৰ্তন, দশম, নামঘোষা, ৰত্নাৱলী পুথি থাপনাত থৈ তাৰ ওপৰত পাহে পাহে সোঁণ-ৰূপৰ ফুল লগোৱা বগা কাপোৰ এখন দি ঢাকি থয়। বৰকাঁহ বজাই, বাহিৰলৈ ওলাই আহি পুতেকৰ মূৰত হাত দি আশীৰ্বাদ কৰি আদৰ কৰি মূৰ সুঙিলে। পিতৃদেৱৰ চকু দুটি আনন্দত সেমেকি উঠিল।'

'সেই সময়ত স্নাতক হোৱাটো অসমত এক অসাধাৰণ কথা। যোৰহাটৰ সুবিখ্যাত জগন্নাথ বৰুৱা অসমৰ ইমূৰৰ পৰা সিমূৰলৈ তেতিয়া বি-এ জগন্নাথ বুলি জনাজাত। অৱশ্যে উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰৰ আনন্দৰাম বৰুৱাই যদিও তেওঁৰ আগতেই স্নাতক হৈছিল, কিন্তু বিলাতত তেওঁ চিভিল ছাৰ্ভিচ আৰু বেৰিষ্টাৰী সুখ্যাতিৰে পাছ কৰি অহা বাবে অসমৰ ৰাইজে তেখেতৰ বি-এ পাছ্ কৰা সৰু খ্যাতি তল পেলাই, তেৰাৰ চিভিলিয়ান খ্যাতি ওপৰ কৰি ধৰি অসমৰ প্ৰথমজনা স্নাতক বুলি জগন্নাথ বৰুৱাক 'বি-এ জগন্নাথ' বুলি কৈছিল।

'অসম চৰকাৰে স্নাতক হোৱা থলুৱা ব্যক্তিক চৰকাৰী হাকিমৰ মোহনীয়া চাকৰি স্ব-ইচ্ছাৰে যাচিছিল। লক্ষ্মীনাথক দুবাৰো একষ্ট্ৰা এছিষ্টেণ্ট্ কমিছনাৰ পদ যাচিলে, এবাৰ কমিছনাৰ লটমেন্ জনছনে আৰু আনবাৰ চীফ্ কমিছনাৰ ছাৰ হেন্ৰী কটনে। কিন্তু, লক্ষ্মীনাথে তাত সঁহাৰি নজনাই কলিকতালৈ উভতি গৈ ৰিপন কলেজৰ আইন শ্ৰেণীত আৰু প্ৰেছিডেন্সী কলেজৰ স্নাতকোত্তৰ মহলাত পঢ়িবলৈ ধৰিলে। হাকিমৰ চাকৰি প্ৰত্যাখ্যান কৰাৰ নিমিত্তে তেওঁৰ পিতৃ আৰু বৰ-ককায়েক গোবিন্দ বিৰক্ত হ'ল।'

'কলিকতা উচ্চ ন্যায়ালয়ত টুইডেল নামেৰে এজন বৃদ্ধ এংলো-ইণ্ডিয়ান উকীল

আছিল। লক্ষ্মীনাথ টুইডেলৰ আৰ্টিকোল ক্লাৰ্ক' হৈ সোমাল যাতে আইন পৰীক্ষাত উঠি ওকালতি আৰম্ভ কৰাত পলম নহয়। মানুহে পাণ্ডে, ঈশ্বৰে ভাঙে! লক্ষ্মীনাথে মাত্ৰ ছমাহমান কাম শিকাৰ পাছতে টুইডেলৰ মৃত্যু হ'ল। তাৰ পাছত লক্ষ্মীনাথ ভবানীপুৰত থকা নামজ্বলা উকীল দিগম্বৰ চাটুৰ্জীৰ ওৰে চাপি, তেওঁৰ আৰ্টিকুল ক্লাৰ্ক হ'ল। কিছুদিনৰ পাছত চাটুৰ্জী উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশৰ আসনত বহাত লক্ষ্মীনাথৰ বিৰক্তি লাগিল। বোলো—আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধাতাই বোলে মই তোৰ পিছে পিছে যাম!'

'ইফালে আইন পৰীক্ষালৈ আৰু বেছিদিন নাই। লক্ষ্মীনাথে নিতৌ উচ্চ ন্যায়ালয়লৈ গৈ আদালতত মোকৰ্দমাৰ বিচাৰ, উকীল বেৰিষ্টাৰৰ বক্তৃতা আৰু চৱাল-জবাববোৰ শুনিছিল। এড্ভোকেট্ জেনেৰেল ছাৰ চাৰ্লছ প'ল, ষ্টেণ্ডিং কাউন্সিল ফিলিপ্স্, বেৰিষ্টাৰসকলৰ ভিতৰত বাঘ নামখ্যাত জেক্সন, বেৰিষ্টাৰ পিউ, আদিৰ মোকৰ্দমা পৰিচালনা আৰু তৰ্কা-তৰ্কি চাই লক্ষ্মীনাথে নথৈ আনন্দ পাইছিল। নতুন বেৰিষ্টাৰ এছ-পি সিংহ, আশুতোষ চৌধুৰী, বোমকেশ চক্ৰবৰ্তী, এইসকলেও লক্ষ্মীনাথৰ মনোযোগ আকৰ্ষণ কৰিছিল।'

'আইন শ্ৰেণীৰ অধ্যাপকসকল আছিল—প্ৰখ্যাত কৃষ্ণকমল ভট্টাচাৰ্য, গুৰুদাস বেনাৰ্জী। হিন্দু ল' পঢ়ুৱাইছিল—গোপালচন্দ্ৰ সৰকাৰ শাস্ত্ৰীয়ে।'

'সিফালে প্ৰেছিডেন্সী কলেজত ইংৰাজী বিষয় পঢ়োৱায় সুবিখ্যাত প্ৰফেছৰ চাৰ্লছ টনিয়ে। লক্ষ্মীনাথৰ সহপাঠীসকলৰ ভিতৰত জোড়াসাঁকোৰ ক্ষীতিন্দ্ৰ নাথ আৰু সুধীন্দ্ৰনাথ ঠাকুৰো আছিল।'

'মাজে-সময়ে লক্ষ্মীনাথে বন্ধুসকলৰ সৈতে থিয়েটাৰ চাবলৈ যায়। পূৰ্ববংগীয়সকলৰ অনেকে কলিকতাত থিয়েটাৰ চাবলৈ আহি দিনৰ তিনি বজাত শিয়ালদহ ৰে'ল-ষ্টেচনত নামি ভেৰোণীয়া গাড়ীত উঠি পোনপটীয়াকৈ গৈ কলিকতাৰ উত্তৰ অঞ্চলত থকা 'ষ্টাৰ', 'বেংগল' আৰু 'নেচনেল' থিয়েটাৰত নামি টিকট কিনি, তাক দিনৰ চাৰি বজাৰ পৰা ঘাইকৈ শনিবাৰে আৰম্ভ হোৱা থিয়েটাৰত বহি এখনৰ পাছত এখনকৈ নাটৰ ভাওনা হেঁপাহ পলুৱাই চাই, পাছদিনা পুৱা কুকুৰাই ডাক দিয়াৰ সময়ত থিয়েটাৰৰ যৱনিকা পৰিলে তেওঁলোক ওলাই আহি ভেৰোণীয়া গাড়ীৰ তৃতীয় শ্ৰেণীত উঠি গংগাস্নান কৰি পুনৰ শিয়ালদহ ৰে'ল ষ্টেচনলৈ গৈ নিজ বাসভূমিলৈ গতি কৰে। মাজে মাজে লক্ষ্মীনাথেও ওৰেটো নিশা থিয়েটাৰ চাই পাছদিনা পুৱাহে মেছত সোমাইছিল।

# সপ্তম অধ্যায়

সিংহদুৱাৰ চাহবাগিচাৰ বাবে গুৱাহাটীৰ কুলি ডিপোৰ পৰা কুলী নিবলৈ ব্ৰজনাথ বেজবৰুৱাই ভায়েক শ্ৰীনাথক পাচিলে।

গুৱাহাটী পাই পিচদিনা শ্ৰীনাথ গৈ খগেন্দ্ৰনাথ বেজৰ ঘৰ ওলালহি। শ্ৰীনাথক দেখি বেজে মাত দিলে, 'অ' কিহে শ্ৰীনাথ অহা অহা ; পিছে তোমাৰ খা-খবৰ দেখোন নোহোৱাই হ'ল?'

শ্ৰীনাথে বুলিলে, 'ছাৰ, সেইবাবেইতো খবৰবোৰ গোটাই আপোনাৰ চোতাল পালোহি। লক্ষ্মীনাথে বি-এ পাছ কৰি আইন আৰু এম-এ একেলগে পঢ়িছিল নহয়, পিছে তেৰা স্নাতক হৈ উঠাৰ পাছৰে পৰা আকৌ বিয়া নামৰ শব্দটোৱে পিছে পিছে খেদি ফুৰিবলৈ ধৰিলে! উপায়বিহীন হৈ লক্ষ্মীনাথে সংকল্প কৰিলে—যিদিনা তেওঁ আৰ্জি খুব পৰা হয়গৈ আৰু সহধৰ্মিণীকো খুৱাই-বুৱাই সুখত ৰাখিব পৰা হয়, তেতিয়াহে, বিয়াৰ ভাৱনা মনলৈ আনিব! কিন্তু পাকচক্ৰত ভগৱানো ভূত হয় বুলি কথা এষাৰ আছে। আকাশে-বতাহে কেৱল লক্ষ্মীনাথৰ বিয়াৰে কথা! কলিকতাৰ পৰা আহি, তেওঁ শিৱসাগৰ পালেহি, তাতো একেই কথা, সেইবাৰ আয়েও তেওঁৰ বিয়াখন পাতিবই, একেবাৰে উঠি-পৰি লাগিছে!'

'লক্ষ্মীনাথ পুনৰ কলিকতালৈ গ'ল। গুৱাহাটীৰ ৰাধাচৰণ বৰুৱাৰ ভায়েক উমাচৰণ বৰুৱা কিছুদিনৰ বাবে কলিকতাবাসী হৈ আছিল। কাৰণ ককায়েক ৰাধাচৰণ বৰুৱাই অসম এৰি কিছুকাল গুপ্তভাৱে থাকি আৰ চি বেঞ্জামিন নাম লৈ দিল্লী প্ৰভৃতি ঠাইত ব্যৱসায়-বাণিজ্য কৰা বাবে উমাচৰণে কলিকতাৰ ব্যৱসায় চম্ভালিধ লগীয়াত পৰিছিল। তেওঁ লক্ষ্মীনাথক বৰ মৰম-চেনেহ কৰিছিল। কলিকতাৰ প্ৰতিপত্তিশালী স্থানীয় মানুহৰ সৈতে তেওঁৰো ভাল জনা-শুনা আছিল। মুখাৰ্জী উপাধিধাৰী এজন লোক বৰুৱাৰ সহপাঠী আছিল। এদিন বৰুৱাৰ সৈতে মুখাৰ্জী লক্ষ্মীনাথৰ ঘৰলৈ আহি চা-চিনাকি হৈছিল। তাৰ দিনচেৰেক পাছতে উমাচৰণ বৰুৱাই হাঁহি হাঁহি লক্ষ্মীনাথক ক'লে—মুখাৰ্জীৰ দুগৰাকী বিবাহযোগ্য কন্যা আছে, যিকোনো এজনী তোমাক দিব খুজিছে। তোমাক দেখি-শুনি তেওঁৰ পছন্দ হৈছে। ধন-বস্তুও যথেষ্ট দিব। পিছে তোমাৰবা মতামত কি?'

'বৰুৱাৰ কথাষাৰ লক্ষ্মীনাথে পাতলাই দিলে যদিও দিনচেৰেকলৈকে কথাষাৰ তেওঁৰ কাণত কুহুলিয়াই আছিল। সেই সময়ত অসমৰ পৰাও বিয়াৰ প্ৰস্তাৱবোৰ নানান বাটেদি লক্ষ্মীনাথলৈ আহিবলৈ ধৰিছিল। কিন্তু, তেওঁ অলৰ-অচৰ হৈ আইন আৰু ইংৰাজী সাহিত্যত এম-এ পঢ়াত মগ্ন হৈ পৰিল।'

'হৰিবিলাস আগৰৱালাৰ পৰিয়ালৰ সৈতে বেজবৰুৱা পৰিয়ালৰ ঘনিষ্ঠ বন্ধুত্ব

বহুদিনৰ। গোবিন্দ বেজবৰুৱা কলিকতাত থকা সময়ছোৱাত এবাৰ তেওঁ আগৰৱালা পৰিয়ালৰ সৈতে ভাৰত ভ্ৰমণ কৰিছিল। লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰৰ মাজত অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ হকে প্ৰগাঢ় বন্ধুত্বই গঢ় লৈ উঠে। চন্দ্ৰকুমাৰক ঘৰৰ সকলোৱে 'মাজিউ' বুলি মাতে বাবে লক্ষ্মীনাথেও সেইদৰে মতে। চন্দ্ৰকুমাৰে লক্ষ্মীনাথক 'বেজ' বুলি সম্বোধন কৰে। কিছুদিনৰ পাছত হেমচন্দ্ৰ গোস্বামীও দুয়োৰো লগ লাগে আৰু তেওঁলোক 'ত্ৰিনিটি' হৈ পৰিল অৰ্থাৎ একেই তিনি, তিনিয়েই এক।'

'বৈকুণ্ঠনাথ দত্ত নামৰ বৃদ্ধ বাঙালী ভদ্ৰলোক এজনে ১০ নম্বৰ আৰ্মেনিয়ান ষ্ট্ৰীটলৈ আহি ডাঙৰীয়া হৰিবিলাস আগৰৱালাৰ ব্যৱসায়ৰ হিচাপ-পত্ৰ চাই দিছিল। বৈকুণ্ঠ বাবু জোড়াসাঁকোৰ ঠাকুৰ পৰিয়ালৰ ভিতৰতো ঘূৰি ফুৰা লোক আৰু ব্ৰাহ্ম ধৰ্মৰ উপাসক। এদিন কথা-প্ৰসংগত বৈকুণ্ঠ বাবুৱে ডেকা তিনিওজনৰ আগত মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ তৃতীয় পুত্ৰ স্বৰ্গগত হেমেন্দ্ৰনাথ ঠাকুৰৰ আঠগৰাকী সুন্দৰী কন্যাৰ নামকেইটা উল্লেখ কৰিলে—প্ৰতিভা, প্ৰজ্ঞা, অভিজ্ঞা মনীষা, সুনৃতা, শোভনা, সুষমা আৰু সুদক্ষিণা। দিনচেৰেক পাছতে ঠাকুৰবাড়ীৰ পৰা সোধনি আহিল মাজিউৰ আগত, লক্ষ্মীনাথৰ বাবে ৰূপৱতী, গুণৱতী প্ৰজ্ঞাসুন্দৰীক যাচি। কইনাৰ ফ'টো এখনো ঠাকুৰবাড়ীৰ পৰা পঠিয়ালে। মাজিউ আৰু হেম গোসাঁয়ে বেজক হাঁহি-মাতি কলৈ—এতিয়া আৰু আকাশৰ তৰা লেখিব নালাগে আদি কথা কওঁতে কওঁতে পঁচিশ বছৰীয়া লক্ষ্মীনাথৰ মন কুমলিল। ওঠৰশ এসত্তৰ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত জন্ম লভা প্ৰজ্ঞাসুন্দৰীৰ বিদ্যা, বুদ্ধি গুণৰাজিৰ সবিশেষ লক্ষ্মীনাথৰ কৰ্ণগোচৰ হ'ল। দিনক-দিনে লক্ষ্মীনাথৰ মনৰ সংকল্প দৃঢ় হৈ পৰিল। মাজে মাজে তেওঁ যেন এটা চিনাকি সুৰ শুনে। ক'ৰবাৰ চিনাকি বাঁহীৰ সুৰ!'

'ঠাকুৰবাৰীতো বিবাহ একপ্ৰকাৰ স্থিতীকৃত হৈ উঠিল। বিবাহৰ প্ৰস্তাৱ প্ৰায় গৃহীত হোৱাৰ পাছতো দৰা-কইনাৰ মাজত 'কোৰ্টশ্বিপ' অৰ্থাৎ বিয়াৰ উমেদাৰি চলা নাছিল। পৰস্পৰৰ চিত্তাকৰ্ষণৰ নিমিত্তে মায়াৰ খেলৰ ভাবনা কৰা নাছিল ; পূৰ্বৰাগৰ উমা জুইকুৰা ফুঁৱাই ফুঁৱাই জ্বলোৱা নাছিল।'

এনেতে খগেন্দ্ৰনাথ বেজে সুধিলে, 'কিয় অসমত জানো....?'

'হয়, অসমতো লক্ষ্মীনাথৰ বিয়াৰ প্ৰস্তাৱৰ প্ৰবল টৌৰ কোব বাৰুকৈয়ে উঠিবলৈ ধৰিলে।'

'ইফালে মহা বাৰুণীৰ উৎসৱ উপলক্ষে গংগাস্নান কৰিবলৈ পিতৃদেৱ, মাতৃদেৱী, ভাতৃ লক্ষ্মণ সহিত আমিও কলিকতা পালোহি। মেডিকেল ষ্ট্ৰীটৰ ঘৰ এটা ভেৰোণীয়াকৈ লৈ এদিন থকাৰ পাছতে লক্ষ্মণ মাউত পৰিল আৰু মাত্ৰ বাৰ ঘণ্টা পাছতে চকু মুদিলে। উপস্থিত লোকসকল শোক-সাগৰত বুৰ গ'ল। আমাৰ মাতৃ থানেশ্বৰী দেৱী শোকত জ্বলকা লাগিল। পিতৃও শোকত ম্ৰিয়মান হৈ পৰিল। গংগাগোবিন্দ ফুকন সেই সময়ত কলিকতাতে আছিল আৰু ওৰেটো নিশা বেমাৰীক পৰ দি আছিল। ডাক্তৰ-

কবিৰাজসকলৰ চেষ্টা বিফল হ'ল। সেই ৰাতিয়েই লক্ষ্মণৰ নশ্বৰ দেহ নিমতলা ঘাটত খৰি দিয়া হ'ল।'

তেনেতে খগেন্দ্ৰ মাষ্টৰে হুমুনিয়াহ এটা কাঢ়ি মাত দিলে, 'বুজিছা শ্ৰীনাথ, কথাতে কয়—যেতিয়া ধৰিব কালে, কি কৰিব বেজ ভালে।'

নুমলীয়া পুত্ৰৰ অকাল মৃত্যুত পিতৃদেৱৰ আশাৰ পুলিটি সমূলঞে বিনষ্ট হ'ল। অসমৰ চিৰপ্ৰবাহিত শিক্ষা-দীক্ষা ঘাইকৈ বেজবৰুৱা বংশত 'বুঢ়া ভগনীয়া ৰজাৰ' দিনৰে পৰা চলি অহা আয়ুৰ্বেদিক বিদ্যা অক্ষুন্ন ৰখাৰ মনেৰে পিতৃদেৱে অতি যত্নসহকাৰে নিজৰ মনেৰে শিক্ষা দি লক্ষ্মণক প্ৰস্তুত কৰি তুলিছিল। তেওঁৰ চকুৰ আগতে সেই পুত্ৰৰ মৃত্যু! গংগাগোবিন্দ ফুকন লক্ষ্মণৰ মৃত্যুত মাথোঁ এষাৰ কথা কৈছিল—'ঈশ্বৰৰ ইচ্ছা যে, অসমত এই বংশৰ অত কালৰে পৰা প্ৰচলিত আয়ুৰ্বেদ বিদ্যা লোপ পাব লাগে।'

'বাৰুণীত স্নান কাৰ্যাদি সমাপন কৰি আমি শিৱসাগৰলৈ উভতিলো। মই মোৰ কৰ্মস্থান গোলাঘাটতে ৰৈ গ'লো।'

'তিনি সপ্তাহৰ পাছত বৰ ককাইদেউ গোবিন্দই কলিকতাত থকা লক্ষ্মীনাথলৈ টেলিগ্ৰাম পঠিয়ালে ঃ 'অমুকৰ জীয়েকৰ লগত তোমাৰ বিবাহ ঠিক-ঠাক কৰা হৈছে, শীঘ্ৰে আহি পাব লাগে। সিফালে কলিকতাৰ পৰা লক্ষ্মীনাথে উত্তৰ দিলে—'মাই, মেৰেইজ চেটেলড্ উইথ মহৰ্ষি দেবেন্দ্ৰনাথ টেগৰ'ছ গ্ৰেণ্ড ড্যটাৰ'। ইয়াৰ পাছতো বহুকেইখন টেলিগ্ৰাম দুয়ো পক্ষৰ পৰা আহিল, গ'ল। শেষত লক্ষ্মীনাথে জনালে, 'মাই মেৰেইজ উইল বি চেলিব্ৰেটেড্ টুমৰো পজিটিভ্লি।' অৰ্থাৎ ওঠৰশ একানব্বৈ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ এঘাৰ তাৰিখে লক্ষ্মীনাথৰ বিয়া!'

'কলিকতাৰ শানকিভাংগা নামৰ ঠাইৰ ২ নং ভবানীচৰণ দত্তৰ গলিৰ মেছলৈ আহি মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ বিশ্বস্ত কৰ্মচাৰী এজনে লক্ষ্মীনাথক সুধিলেহি—বিয়াত তেওঁৰ ফালৰ পৰা কণ্ডিচন অৰ্থাৎ দাবী কি? মানে, তেওঁ কিমান টকা বিচাৰে? লক্ষ্মীনাথে ক'লে—'অসমত অসমীয়া মানুহৰ ভিতৰত ধন লৈ ছোৱালী বিয়া কৰোৱা প্ৰথা নাই। অসমীয়াই অন্তৰে সৈতে তেনে প্ৰথাক ঘিণ কৰে। মই বংগদেশৰ ভিতৰত শিক্ষিত, সুমাৰ্জিত আৰু শ্ৰেষ্ঠ পৰিবাৰত বিবাহ সম্বন্ধৰে বান্ধ খাবৰ নিমিত্তেহে প্ৰস্তুত হৈছো, বণিয়াৰ দৰে ধন-বিত বিচাৰি সেই কাৰ্য কৰিবলৈ ওলোৱা নাই।' উত্তৰ শুনি কৰ্মচাৰীজনৰ মুখখন জামৰিলে।

'বাহঃ দেখিলানে লক্ষ্মীনাথৰ কথা, এইহে অসমীয়া ডেকা—মাষ্টৰে ক'লে। বিয়াৰ পাছত পৰিবাৰৰ মুখৰ পৰা এদিন লক্ষ্মীনাথে শুনিলে যে—মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে হেনো নাতি-জোঁৱায়েকক দিবলৈ দহ হেজাৰ ৰূপ বেংকৰ পৰা খাজাঞ্চিৰ হতুৱাই টোপোলা বান্ধি থৈছিল। ঠাকুৰ পৰিয়ালত আগে-পিছে জোঁৱায়েকসকলে তেনেকৈয়ে টকা লয়, তেহেলে সেইজন বিলাত-ফেৰ্তাই হওক কিম্বা স্বদেশতে বংশমৰ্যাদা

আৰু লেখা-পঢ়াত জিলিকাই হওক! গৃহিণীৰ মুখৰ পৰা কথাটো শুনি লক্ষ্মীনাথ দুখিত হোৱা দূৰত থাকক, আত্মগৌৰৱ অনুভৱ কৰি মিচিককৈ মাথোন হাঁহিলে।'

'বিয়াৰ দিনাহে দৰাই কইনাৰ মুখখন দেখিলে হেনো! সেইদিনাই লক্ষ্মীনাথে ব্ৰাহ্মধৰ্মত দীক্ষিত হ'ল। বিয়াত হোম পোৰা নাছিল, কাৰণ আদি ব্ৰাহ্ম-সমাজৰ বিধিমতেই বিবাহ সম্পন্ন হৈছিল। শালগ্ৰাম আৰু হোমৰ বাহিৰে হিন্দু বিবাহৰ আন সকলোবোৰ আচাৰ-ব্যৱস্থা ব্ৰাহ্ম সমাজত আছে। আদি সমাজ বৈদিক কালৰ অপৌত্তলিক আৰ্য হিন্দু সমাজৰ আৰ্হিত গঠিত। বেদ আৰু উপনিষদত তাৰ ভেটি। বেদ-উপনিষদৰ সাৰভাগ গ্ৰহণ আৰু অলাগতিয়াল ভাগ বৰ্জন। এই মূল ভেটিৰ পৰা ফাটি নৱবিধান আৰু সাধাৰণ সমাজ হ'ল।

'বিয়াত সপ্তপদী গমনৰ পাছত কাপোৰৰ ঢাকোনৰ তলত দৰা-কইনা থিয় হৈ শুভদৃষ্টি ঘটিলত, কইনাই ফিক্ কৰি হাঁহোতে দৰাৰ মুখতো হাঁহি বিৰিঙি উঠিল। সিফালে দৰা-বৰণ কৰিবলৈ মহিলাসকলে নাম গালে—

*'আয় ৰে আয়     সোণাৰে জামাই*
*বৰণ কৰিয়া শাঁখ বাজায়ে।*
*দেখোঁ যেন     মেয়ো নাকো*
*সান্না তলায় মন হাৰায়ে।।'*

'লক্ষ্মীনাথৰ সৈতে বিয়া হোৱাৰ আগতে প্ৰজ্ঞাসুন্দৰীৰ বিয়াৰ বাবে শিক্ষিত আৰু সম্ভ্ৰান্ত পৰিয়ালৰ যুৱকৰ পৰা বহুতো প্ৰস্তাৱ আহিছিল। প্ৰত্যেকবাৰতে কন্যাই দৃঢ়ভাৱে অসম্মতি প্ৰকাশ কৰি লক্ষ্মীনাথৰ বেলিকা একেবাৰতে হু বুলি সম্মতি দিলে যদিও তেওঁ হেনো দৰাক আগতে কেতিয়াও দেখা নাছিল!'

'বুজিছা শ্ৰীনাথ সেইবাবেই কথাতে কয়—'বিবাহ দুই আত্মাৰ আধ্যাত্মিক মিলন, ঈশ্বৰৰ ইচ্ছাতহে সংঘটিত হয়।' আমাৰ বুঢ়া-মেঠাই কি কয় জানা—'যি পূৰ্ব জন্মত যাৰ তিল-মাহ খাই আহিছে, তাৰে সৈতেই তেওঁৰ বিয়া।' শুনি বৰ ভালে লাগিছে, কৈ যোৱাচোন।'

'বিয়াৰ তিনিদিনৰ পাছতে ২ নম্বৰ ভৱানীচৰণ দত্ত লেনৰ ঘৰলৈ দৰা উভতি আহিল। এইক্ষেত্ৰত মেছৰ লগৰীয়াসকল আচৰিত হ'ল, কাৰণ তেওঁলোকে ভাবিছিল—লক্ষ্মীনাথে নিশ্চয় শহুৰেকৰ ঘৰত বসতি কৰিব! মেচত সোমায়ে লক্ষ্মীনাথে মাজিউ আৰু হেম গোসাঁইক সাবটি ধৰিলে।'

'ওসঃ কেনে ৰঙ্কুত্বৰ বান্ধোন'—মাষ্টৰৰ মুখৰ পৰা ওলাল।

'সিফালে মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে নিজ গৃহ জোড়াসাঁকোত নাথাকি পাৰ্ক ষ্ট্ৰীটৰ এটা প্ৰকাণ্ড ঘৰ কেৰেয়া কৰি তাতে থাকিবলৈ লৈছিল। জোড়াসাঁকোৰ ঘৰত পুতেক, জীয়েক, নাতি-নাতিনী প্ৰভৃতিৰে ভৰপূৰ, যেন মৌচাক এটাত মৌ-মাখিৰহে থুপ! পাৰ্ক ষ্ট্ৰীটৰ ঘৰত মহৰ্ষিৰে সৈতে বৰপুত্ৰ সুবিখ্যাত দাৰ্শনিক দ্বীজেন্দ্ৰনাথ ঠাকুৰ ;

'অশ্রুমতী', 'সৰোজিনী' প্ৰভৃতি নাটক প্ৰণেতা আৰু প্ৰথমতে কলিকতাত স্বদেশী জাহাজ চলাওঁতা পঞ্চম পুত্ৰ জ্যোতিৰিন্দ্ৰনাথ ঠাকুৰ, মহৰ্ষিৰ বিধৱা বৰ-জীয়াৰী সৌদামিনী দেৱী থাকে। জোড়াসাঁকোৰ ঘৰত মহৰ্ষিৰ নুমলীয়া পুত্ৰ ৰবীন্দ্ৰনাথ, চতুৰ্থ পুত্ৰ বীৰেন্দ্ৰনাথ আৰু ষষ্ঠ পুত্ৰ সোমেন্দ্ৰনাথ থাকে।'

'মহৰ্ষিৰ তৃতীয় পুত্ৰ হেমেন্দ্ৰনাথ ঠাকুৰৰ ওঠৰশ চৌৰাশী খ্ৰীষ্টাব্দতে পৰলোকপ্ৰাপ্তি হয়। তেওঁৰ তিনি পুত্ৰ হিতেন্দ্ৰনাথ, ক্ষিতীন্দ্ৰনাথ, ঋতেন্দ্ৰনাথ আৰু আঠগৰাকী জীয়াৰী জোড়াসাঁকোৰ ঘৰতে থাকে। সৌদামিনী দেৱীৰ পুতেক সত্যপ্ৰকাশ গাংগুলী সপৰিয়ালে আৰু মহৰ্ষিৰ এজন জোঁৱায়েক যদুনাথ মুখাৰ্জী সপৰিয়ালে তাত বাস কৰে। ৰাজকাৰেঙৰ দৰে সেই বিৰাট অট্টালিকা, সাজ-পাৰ, দাৰোৱান, চন্তৰী, কৰ্মচাৰীৰে সৈতে এক বিৰাট ব্যৱস্থাপনা। মহৰ্ষিৰ জমিদাৰীৰ কাছাৰীও সেই টোলৰ ভিতৰতে। মহৰ্ষিৰ পৰিয়ালৰ ভিতৰৰে গগনেন্দ্ৰনাথ ঠাকুৰ, কলাবিদ অৱনীন্দ্ৰনাথ ঠাকুৰ আৰু ভায়েক সমৰেন্দ্ৰনাথ ঠাকুৰো সপৰিবাৰে সেই প্ৰকাণ্ড টোলৰ ভিতৰতে থাকে।'

'অনেক বছৰৰ পাছত জোড়াসাঁকোৰ ঠাকুৰ পৰিয়ালৰ মাজত প্ৰজ্ঞাসুন্দৰীৰ বিয়াখন হোৱা বাবে, বিয়াখনে পৰিয়ালৰ সকলোৰে মন আকৰ্ষণ কৰিলে। কলিকতা উচ্চ ন্যায়ালয়ৰ সুবিখ্যাত বেৰিষ্টাৰ আশুতোষ চৌধুৰীয়ে প্ৰজ্ঞাসুন্দৰীৰ বায়েক প্ৰতিভা দেৱীক আঠ-ন বছৰৰ আগতেই বিয়া কৰাইছিল। মহৰ্ষিৰ মাজুপুত্ৰ সত্যেন্দ্ৰনাথ ঠাকুৰ এজন চিভিলিয়ান। তেওঁৰ সহধৰ্মিণী জ্ঞানদা নন্দিনী, পুত্ৰ সুৰেন্দ্ৰনাথ আৰু জীয়াৰী ইন্দিৰাৰ সৈতে কলিকতা ময়দানৰ দক্ষিণফালে বিজিততলা বা ব্ৰজতলা নামৰ ঠাইত সুকীয়াকৈ এটা প্ৰকাণ্ড বাংলাত বাস কৰে। দিনৌ আবেলি আৰু সন্ধিয়া তাত কলিকতা উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ, বেৰিষ্টাৰ আৰু আন আন গণ্য-মান্য লোকৰ সমাগম হৈছিল। টেনিচ, পাৰ্টি, খেল, সংগীত প্ৰভৃতি তাত দৈনিক কাৰ্যক্ৰমৰ নিচিনা আছিল।'

বলিনাৰায়ণ বৰাও তেতিয়া কলিকতাত চাকৰিসূত্ৰে বাসিন্দা। বৰা ডাঙৰীয়াও মাজে-সময়ে বিজিত-তলাত সমাগত হয়। মিছেছ ঠাকুৰে বৰাৰ সৈতে তেওঁলোকৰ অসমীয়া জোঁৱায়েকক লগ লগাই দিয়াৰ মানসেৰে এদিন ডিনাৰ পাৰ্টি এটা দি বৰা ডাঙৰীয়াক নিমন্ত্ৰণ কৰিলে। সেইদিনা আহিম বুলিও কিবা অসুবিধাত পৰি বৰা ডাঙৰীয়াই নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰিলে।'

'বিয়াৰ পাছত দৰা-কইনাই পাৰ্ক ষ্ট্ৰীটত থকা মহৰ্ষিৰ আশীৰ্বাদ ল'বলৈ গ'ল। মহৰ্ষিয়ে লক্ষ্মীনাথক আশীৰ্বাদ কৰি সোণৰ কলম এটা উপহাৰ দি ক'লে, 'তোমাৰ এই কলম থেকে সুনিপুণ লেখা বেৰুবে'। পুনৰ নাতিনীয়েকৰ মূৰত হাত দি আশীৰ্বাদ কৰি, হাতত সুন্দৰ গোলাপ ফুল এপাহ দি ক'লে—'তোমাৰ যশ-সৌৰভ এই ফুলেৰ সৌৰভেৰ মতো চতুৰ্দিকে বিস্তাৰ হবে'।

'কেইদিনমানৰ পাছত ডেকা কবি ৰবীন্দ্ৰনাথ ৰচিত 'মায়াৰ খেলা' নামৰ নাটকখনৰ অভিনয় কৰা হয়—ব্ৰজতলাত। কবিবৰেও ককায়েক জ্যোতিৰিন্দ্ৰৰ সৈতে সেই নাটকত অভিনয় কৰে। মহিলাৰ ভিতৰত—ইন্দিৰা দেৱী, 'ভাৰতীৰ' সম্পাদিকা মহৰ্ষি কন্যা স্বৰ্গকুমাৰী দেৱীৰ জীয়াৰী সৰলা ঘোষাল, প্ৰজ্ঞা-সুন্দৰী আৰু তেওঁৰ ভনীয়েকহঁতেও অভিনয় কৰে। অভিনয়ৰ শেষত আহাৰ কৰি সকলোৱে পৰম প্ৰীতি লভি ঘৰাঘৰি গ'ল।'

'সুধীন্দ্ৰনাথ, বলেন্দ্ৰনাথ প্ৰভৃতি ডেকাসকলে 'সুহৃদ সমিতি' নাম দি এখন সমিতি জোড়াসাঁকোৰ ঘৰতে পাতে। সভাৰ উদ্দেশ্য— সভ্যসকলৰ মাজত মিলা-প্ৰীতিৰ জিঞ্জিৰিডাল যাতে সুদৃঢ় হয়। তাৰ উপায় উদ্ভাৱন কৰিলে—সাহিত্যচৰ্চা আৰু অন্তত মধুৰ প্ৰীতি-ভোজনেৰে। সমিতিৰ অধিবেশনৰ আলোচনাৰ পৰাই 'সাধনা' নামৰ বঙলা মাহেকীয়া আলোচনীখনৰ জন্ম হয়। প্ৰথম সম্পাদক—সুধীন্দ্ৰনাথ ঠাকুৰ। পাছত সম্পাদনাৰ ভাৰ পৰিল—ৰবীন্দ্ৰনাথৰ ওপৰত। 'সাধনাই' কম দিনৰ ভিতৰতে বাংলা আলোচনীৰ ভিতৰত শ্ৰেষ্ঠ আসন অধিকাৰ কৰিলে যদিও কিছুকালৰ পাছতে অন্তৰ্ধান হ'ল! তাৰপাছত সেই পৰিবাৰৰ মাজৰ পৰা 'পুণ্য' নামৰ বাংলা কাকত এখনৰ জন্ম হ'ল। কাকতখনৰ গুৰি ধৰিলে—হিতেন্দ্ৰনাথ, ক্ষিতীন্দ্ৰনাথ, ঋতেন্দ্ৰনাথ আৰু সম্পাদনাত প্ৰজ্ঞাসুন্দৰী বেজবৰুৱা। পিছে এবছৰৰ পাছত সেইখন কাকতো শূন্যত বিলয়প্ৰাপ্ত হ'ল।'

'জোড়াসাঁকোৰ সাহিত্যিক পুৰুষ আৰু মহিলাসকলে অসমীয়া আৰু বাংলা ভাষাৰ পাৰ্থক্য আৰু বাংলা ভাষাৰ শ্ৰেষ্ঠত্বৰ বিষয় লৈ লাহে লাহে লক্ষ্মীনাথক প্ৰবৃত্ত কৰিবলৈ ধৰিলে। তেওঁলোকৰ ভাব আছিল—পূৰ্ব বংগৰ ভাষা যেনেদৰে নদীয়া-শান্তিপুৰ ভাষাৰ এটা বেবেৰিবাং অৱস্থা বা দুৰৱস্থা, অসমীয়া ভাষাও তেনে। তেওঁলোকৰ ইচ্ছা জোঁৱায়েকে মাতৃভাষাৰ হকে চেষ্টা-চৰিত্ৰ পৰিত্যাগ কৰি বহুল প্ৰচাৰিত বংগ-ভাষাৰ উন্নতি কামনাত ব্ৰতী হওক! আনকি কবিৰো একেই ইচ্ছা। পিছে লক্ষ্মীনাথে দিনকদিনে অজীৰ্ণ পাতকী হৈহে দেখা দিলে। আনকি সাজপাৰৰ ক্ষেত্ৰতো ঠাকুৰ পৰিবাৰত প্ৰচলিত সাজপাৰৰ নিচনা কৰিবলৈ কৰা প্ৰচেষ্টাও লক্ষ্মীনাথে ব্যৰ্থ কৰিলে। পৰিয়ালৰ ডেকাদলৰ অধিপতি ৰবি-ককায়ো গতি বিষম দেখি মৌনাৱলম্বন কৰিলে।'

'লক্ষ্মীনাথক এশ শতাংশ বাঙালী কৰিবলৈ তেওঁৰ সাহিত্যিক জেঠেৰিয়েকসকল আৰু খুলশালীয়েকসকলৰ পৰা আগ্ৰহ পৰিলক্ষিত হয়। এবাৰ ৰবীন্দ্ৰনাথ আৰু লক্ষ্মীনাথৰ মাজত মৃদু তৰ্ক লগাত তেওঁ মুখেৰে গুৰু পৰ্যায়ৰ ব্যক্তিজনাক বিশেষ ন'কলে। তেনেতে ৰবি কাকাই অসমীয়া ভাষাৰ বিষয়ে মন্তব্য প্ৰকাশ কৰি এটি প্ৰবন্ধ লিখিলে। লক্ষ্মীনাথেও তাৰ প্ৰতিবাদ কৰি লিখি 'ভাৰতী'লৈ পঠিয়াই দিলে। প্ৰতিবাদ প্ৰবন্ধটো

খৰা-মূৰা হৈ 'ভাৰতী'ত প্ৰকাশিত হ'ল। তদুপৰি 'পুণ্যতো' প্ৰতিবাদ প্ৰবন্ধটো ওলাল যদিও 'বেজবৰুৱা' উপাধি সলাই 'বিদ্যাবৰ্ষ্য' নামত ওলাল।'

'আচলতে দ্বাৰকানাথৰ মৃত্যুৰ পাছতে ঋণৰ বোজাৰ বাবে ঠাকুৰ পৰিয়ালৰ বিপৰ্যস্ত যুগৰ সূচনা হয়। তথাপিও ঠাকুৰবাড়িৰ আভিজাত্যই বেলেগ। ৰবীন্দ্ৰনাথৰ মাতৃ সাৰদা দেৱীৰ গহনাৰ ক্ষেত্ৰত বৰ চখ আছিল। অৱনীন্দ্ৰ নামে প্ৰবন্ধ এটিত উল্লেখ কৰিছে ঃ *'দিদিমা বলতেন, আমাদেৰ কালে এৰকম ছিল না। আমাদেৰ দস্তুৰ ছিল গয়নাৰ ওপৰে একটি মসুলিনেৰ পটি বাঁধা। আমি বললুম সে কি গয়না ময়লা হয়ে যাবে বলে? তিনি বলতেন—'না ঘৰে আমাৰ গয়না এমনিই পৰতুম, কিন্তু বাইৰে কোথাও যেতে হ'লেই হাতেৰ চুড়ি-বালা-বাজু পৰে ভাল কৰে মসলিনেৰ টুকৰো দিয়ে বেঁধে দেওয়াটাই দস্তুৰ ছিল তখনকাৰ দিনে। ওই মস্‌লিনেৰ ভিতৰ দিয়ে গয়নাগুলো একটু একটু ঝক্ ঝক্ কৰতে থাকত।... দেখা গয়না তো পৰে বাঈজি নটীৰা, তাৰা নাচতে নাচতে হাত নেড়ে চেড়ে গড়নাৰ ঝক্‌মকনি লোককে দেখায়। খোলা গয়নাৰ ঝক্‌মকনি লোককে দেখানো, ও সব হচ্ছে ছোটলকি ব্যাপাৰ।'*

'মহৰ্ষি দেবেন্দ্ৰনাথৰ তৃতীয় পুত্ৰ প্ৰজ্ঞাসুন্দৰীৰ পিতৃ হেমেন্দ্ৰনাথে দৰা হৈ পিন্ধিছিল ডিঙিত মুক্তা আৰু হীৰাৰ মালা, হাতত সোণৰ বালা আৰু দুহাতৰ আঙুলিত দ্যুতি বিচ্ছুৰিত মহাৰ্ঘ্য পাথৰৰ আঙঠি।'

গগনেন্দ্ৰনাথ ঠাকুৰৰ সৰু ছোৱালী সুজাতাই সেই সময়ত ঠাকুৰবাড়ীৰ জীয়াৰীসকলে কেনেধৰণে গহনা পৰিধান কৰিছিল তাৰ বিষয়ে উল্লেখ কৰিছে ঃ *'সে সময় বিয়ে বা উৎসবে ঠাকুৰবাড়িৰ মেয়েৰা দিনেৰ বেলায় পৰতেন সোণাৰ গয়না, বিকেলে মুক্তোৰ গয়না এবং ৰাতে হীৰে জহৰতেৰ গয়না। দিনেৰ সোণালী আলোয় সোণাৰ জলুস বাড়ে আৰু ৰাতেৰ আলো ঠিকৰে পড়ে হীৰে জহৰতে তাই এই সাজ বিন্যাস।'*

হেমেন্দ্ৰনাথৰ দ্বিতীয় কন্যা প্ৰজ্ঞাসুন্দৰীকো সোণ, ৰূপ, হীৰা, মুক্তাৰে সজাই-পৰাই কন্যাদান কৰে।

ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই অৱসৰ গ্ৰহণ কৰি সপৰিয়ালে কলিকতাত আছিল যদিও লক্ষ্মীনাথৰ বিয়াৰ সময়ত তেওঁ স্ত্ৰীসহ কলিকতাৰ বাহিৰত থকা বাবে নিমন্ত্ৰণ ৰক্ষা কৰিব পৰা নাছিল। ৰায়বাহাদুৰৰ বৰপুত্ৰ কৰুণাভিৰাম আৰু মাজুপুত্ৰ কমলাভিৰামে ১৩ নম্বৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ চিটি কলেজত পঢ়িছিল আৰু নুমলীয়া পুত্ৰ জ্ঞানদাভিৰাম 'হাৰে' স্কুলৰ ছাত্ৰ।

*বিয়াৰ সম্পৰ্কত* জ্ঞানদাভিৰামে লক্ষ্মীনা[illegible]ত লিখিছিল— '....আপোনাৰ বিয়াৰ সময়ত মোৰ পিতৃদেৱ আৰু মাতৃদেৱী, [illegible] কৰুণাভিৰাম সৈতে উত্তৰ-

পশ্চিম ভাৰতত ফুৰিবলৈ গৈছিল। বাইদেউ স্বৰ্ণলতাক জীয়েকহঁতৰ সৈতে কলিকতাৰ ডাক্তৰ মোহিনীমোহন বসুৰ ঘৰত, মোক আৰু মাজু ককাইদেউ কমলাক, তেতিয়া কলিকতাতে থকা মাণিকচন্দ্ৰ বৰুৱাৰ ঘৰত দেউতাই থৈ গৈছিল। কমলা আৰু মই সুকীয়াকৈ আপোনাৰ বিয়াৰ কাৰ্ড একোখন পাইছিলো আৰু পাই ৰং পাইছিলো। আপুনি আমাক 'আপুনি' বুলি সম্বোধন কৰা দেখি ৰঙত আমি দুয়ো ওফন্দি উঠিছিলো। কনকলাল বৰুৱা আৰু ভুবনচন্দ্ৰ বৰুৱাৰ (হে স্টান) সৈতে আমি শানকিভাঙাৰ পৰা গৈ আপোনাৰ বিয়াত উপস্থিত হৈছিলোহঁক। আপোনাৰ লেখাত আছে যে—আমাৰ দেউতাক আপুনি বিয়াত নেদেখিলে! সেই কথাটো স্পষ্ট নোহোৱা বাবে কোনোবাই ভাবিব পাৰে যে—সেই বিয়া দেউতাৰ অনভিপ্ৰেত আছিল, সেই দেখি তেওঁ বিয়ালৈ নগ'ল। তেনে নহয়। বৰং দেউতা আৰু আয়ে সেই বিয়াৰ সম্বন্ধত বৰ সন্তোষ পাইছিল।'

'লক্ষ্মীনাথৰ বিয়াৰ দিনচেৰেক পাছতে গুণাভিৰাম ঘূৰি আহি সস্ত্ৰীক লক্ষ্মীনাথক ঘৰলৈ নিমন্ত্ৰণ কৰি বৰ মৰম-চেনেহ কৰি ভাত এসাঁজ খুৱালে। গংগা গোবিন্দ ফুকন ডাঙৰীয়াৰ পৰিয়াল বিয়ালৈ নিমন্ত্ৰিত হৈয়ো যোৱা নাছিল। পাছত দৰা-কইনাক বৰ আগ্ৰহ কৰি নিমন্ত্ৰণ কৰি আনি ভোজ-ভাত খাবলৈ মাতি আদৰ-সাদৰ কৰি গল্ড-স্মিথৰ 'ডেজৰ্টেড ভিলেজ' পুথিখন বিয়াৰ যৌতুক স্বৰূপে দিলে। অৱশ্যে বিয়াখনত কলিকতাত থকা বন্ধুবোৰ অসমীয়া ছাত্ৰ-ছাত্ৰী গোটা খায়হি।'

'বিয়াৰ দুমাহমানৰ পাছতে লক্ষ্মীনাথ হঠাতে অকলে গৈ শিৱসাগৰ ওলালগৈ! পিতৃ-মাতৃয়ে তেওঁক পাই নথৈ সন্তোষ পালে। হেৰোৱা ৰতন ঘূৰাই পাই দুয়ো বুকুত সামৰি ল'লে যদিও পুত্ৰৰ কৰ্মত তেওঁলোকে মৰ্মান্তিক বেজাৰ পাইছিল। অৱশ্যে, ডাঙৰীয়া দীননাথ বেজবৰুৱা প্ৰাচীন মতাৱলম্বী নৈষ্ঠিক ব্ৰাহ্মণ যদিও উদাৰ ভাৱাপন্ন ব্যক্তি আছিল। আইয়েক বৰ সৰল প্ৰকৃতিৰ মহিলা। পুতেকৰ বিয়াৰ খবৰ পাই তেওঁ শিৱসাগৰৰ কালীপ্ৰসাদ চলিহা প্ৰভৃতি বিজ্ঞ লোকসকলক মতাই আনি পৰামৰ্শ কৰিছিল—কলিকতাৰ ঠাকুৰ পৰিয়ালৰ ওপৰত কেনেকৈ মোকৰ্দমা এটা ৰুজু কৰি ক্ষতিপূৰণেৰে সৈতে তেওঁৰ ল'ৰাটোক দখল কৰিব পাৰি। কাৰণ তেওঁ ভাবিছিল, ঠাকুৰহঁতে প্ৰবঞ্চনা কৰি তেওঁৰ হোজা পোনাটোক ভুলাই তেওঁৰ বুকুৰ পৰা কাঢ়ি নি ঘৰজোঁৱাই কৰি ল'লে। এনে অন্যায় অধৰ্মৰ প্ৰতিকাৰ হ'বই লাগিব।'

'তদুপৰি বিয়াৰ কিছুদিনৰ পাছতে শিৱসাগৰৰ জনদিয়েক অসমীয়া ছাত্ৰ কলিকতাৰ পৰা উভতি আহিলত আয়ে তাৰে এজনক মতাই নি পুতেকৰ কথা সোধাত ছাত্ৰজনে ক'লে—লক্ষ্মীনাথে গৈ ঠাকুৰৰ ঘৰত ঘৰজোঁৱাই চাপি থকাটো সঁচা, যদিও সি কথাটো লুকুৱাবলৈ মাজে মাজে অসমীয়া ল'ৰাৰ মেছত থাকেগৈ; সি শহুৰেকৰ ঘৰলৈ গ'লে দুৱৰীৰ হাতত নিজৰ নাম লিখি, টিকট অৰ্থাৎ কাৰ্ড পঠিয়াই নিদিলে ভিতৰ সোমাব

নোৱাৰে। ভিতৰৰ পৰা হুকুম নহালেকে ৰৈ থাকিব লাগে।'

'আঐ দেহি, ডাঙৰীয়াণীয়েনো কেনেকৈ সহ্য কৰে, তেওঁৰ পোনাকণ ঘৰজোঁৱাই হৈ থকাটো!' মাষ্টৰে চিন্তা কৰি ক'লে।

'বিয়াৰ পাছত লক্ষ্মীনাথ ঘৰলৈ আহোতে আয়ে তেওঁক কাষতে বহুৱাই কৈছিল—'যিদিনাই তোৰ তাঁৰবাৰ্তাটো শিৱসাগৰ পালেহি, সেইদিনাই কথাটো চাৰিওফালে বিয়পি পৰিল। দেউতাৰ আৰু মই শোকত ব্যাকুল হৈ পৰিলো। চহৰৰ মানুহৰ মুখে মুখে কথাটো। ইফালে শিৱসাগৰৰ বাঙালীসকলৰ মাজতো কথাটোৰ তুমুল আলোচনা চলিল! কলিকতাৰ ঠাকুৰসকল বাঙালীৰ শিৰৰ মুকুট; এনেহেন ঠাকুৰৰ ঘৰত অসমীয়া এটাৰ বিয়া হ'ব পাৰেনে? নানান ধৰণৰ বু-বু, বা-বা চলাত আমাৰ কালীপ্ৰসাদ চলিহা বোপাই শিৱসাগৰৰ চিভিল-চাৰ্জন হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ ওচৰলৈ গ'ল, কথাটোৰ গম-গতি ল'বলৈ। বানুৰ্জীয়ে চলিহাক ক'লে, 'জোড়াসাঁকোত কেইবাঘৰো ঠাকুৰ আছে, তাৰে কোনোবা ছাল ছিগা ভিকহু এঘৰত খুব সম্ভৱ এইখন বিয়া!' কালীপ্ৰসাদ বোপাৰ পৰা কথাটো শুনি মোৰ আমঠু ক'লা পৰি গ'ল জান, মোৰ সোণ! ডাক্তৰ চাহাবে হেনো আৰু কৈছিল, 'দেবেন্দ্ৰনাথ ঠাকুৰৰ ঘৰত যদি বিয়া হৈছে, তেন্তে তাত হেনো তই ঘৰজোঁৱাই সোমাইছ, নহ'লে বিয়া হোৱা অসম্ভৱ!'

'কেইদিনমান পাছত লক্ষ্মীনাথ কলিকতালৈ আহিল। তাৰ চাৰিমাহমান পাছত লক্ষ্মীনাথে অসমত থকা বঙালী বন্ধু এজনৰ সৈতে এদিন কলিকতাৰ শ্যাম বজাৰৰ ফালে পুৰা নমান বজাত খোজ কাঢ়ি ফুৰিবলৈ যাওঁতে হঠাতে বন্ধুজনে দেখুৱালে, 'সৌটো ডাক্তৰ বানুৰ্জীৰ ঘৰ। তেওঁ শিৱসাগৰত চিভিল চাৰ্জন হৈ আছিল। অলপতে অৱসৰ লৈ আহিছে।' কৌতূহলবশতঃ ঘৰটোলৈ চাওঁতে লক্ষ্মীনাথৰ চকুত পৰিল পেটুৱা এজনে উদং গাৰে একোছা লগুণ ডিঙিত ওলোমাই ঘৰৰ পিৰালিতে বহি লগুৱা এটাৰ হতুৱাই গাত তেল ঘঁহাইছে।'

বন্ধুজনে পুনৰ ক'লে, 'সেইজনেই হেমবাবু।'

লক্ষ্মীনাথে বন্ধুজনক সুধিলে, 'এওঁৱেইনে শিৱসাগৰৰ ফিট্‌ফাট বানুৰ্জী চাহাব, যিগৰাকীৰ চাহাবী ঢঙে ইউৰোপীয়ান চাহাবকো চেৰ পেলাইছিল!'

বিয়াৰ ছমাহমান পাছত কলিকতাত লক্ষ্মীনাথে এদিন শিক্ষাগুৰু চন্দ্ৰমোহন গোস্বামীক লগ পাই প্ৰণাম জনালে। গোস্বামীয়ে প্ৰিয় ছাত্ৰজনক মৰমেৰে ক'লে,—'*তুমি ঠাকুৰবাড়ীতে বিয়ে করেছ, আমি খুব খুসী হয়েছি। কিন্তু, নিজের বংশের সম্মান ঠিক রেখে চলো। তুমি ওদের বলে দিও—তোমরা যেমন বেংগলে বড়লোক, আমরাও আসামে তেমন। কোন বিষয়েই হীনতা স্বীকার করবোনা।*'

'গুৰুদেৱক কৃতজ্ঞতা জনাই প্ৰণাম কৰি লক্ষ্মীনাথে বিদায় মাগিলে।'

এনেতে খগেন্দ্রনাথ মাষ্টৰে দিয়া চাহ-জলপান খাই উঠি শ্ৰীনাথে দেখিলে সন্ধিয়া নামি আহিছে। শ্ৰীনাথে বহাৰ পৰা উঠি ক'লে, 'তেনেহ'লে আজিলৈ উঠো—ছাৰ। দুদিনমানৰ ভিতৰতে প্ৰায় এশমান কুলী গোটাব লাগিব।'

তাকে শুনি খগেন্দ্ৰ মাষ্টৰে ক'লে, —'অ' তুমিতো কেইদিনমান দিনৰ দিনটো পল্টন বজাৰৰ কুলী ডিপোতে বোন্দাপৰ দি থাকিব লাগিব। আবেলিপৰে ইয়ালৈকে আহিবা, ময়ো অকলে থাকো।'

সেইবুলি খগেন্দ্ৰ মাষ্টৰে শ্ৰীনাথক কিছুদূৰ আগবঢ়াই দিলে।

ছাত্ৰীবাৰীৰ পৰা পল্টন বজাৰৰ পথটোত বাট বুলি থাকোতে দুই-চাৰিটা লেম্পপ'ষ্টত কেৰাচিন তেলৰ চাকি মানুহ এজনে জ্বলাই যোৱা দেখি শ্ৰীনাথে ভাবিলে—'কলিকতাৰ নিচিনাকৈ গুৱাহাটীতো পথবোৰ পোহৰাই থোৱাৰ ব্যৱস্থা হ'ল। আমাৰ ফালে বা কেতিয়ামানে হ'বগৈ!'

# অষ্টম অধ্যায়

দিনৰ দিনটো শ্ৰীনাথে পল্টন বজাৰৰ কুলী ডিপোত ইফাল-সিফাল কৰি কুলী চৰ্দাৰ জনাৰ্দন মাহাতু আৰু মান সিঙৰ বাবে বৈ বৈ বেলি মূৰৰ তালু পালেহি। তাৰপাছত জপনাখনৰ কাষতে থকা আম গছজোপাৰ তলত বোন্দাপৰ দিওঁতে দিওঁতে বেলি লহিয়ালে। খঙতে তেওঁ চৌহদটোৰ ভিতৰতে পাক এটা মাৰি দক্ষিণৰ জপনাখনেৰে পাৰ হৈ পশ্চিমলৈ ইটা পৰা সেন্দূৰীয়া পথটোৰে খোজ দিলে।

কিছু দূৰৈৰ পৰাই শ্ৰীনাথক চকামকাকৈ দেখা পাই খগেন্দ্ৰ মাষ্টৰে দুখোজমান আগবাঢ়ি আহি মাত দিলে, 'অ' শ্ৰীনাথ আহি পালাহি, একেবাৰে ঘামি-জামি পৰিছাচোন, হাত-মুখখন ধুই-মেলি অকণ জিৰাই-শতাই লোৱাহি। ৰ'বা, বকুল বৰা চাউল অকণ আছে, মইজুহালত অকণ জাল দিওঁগৈ।'

'কিছু সময়ৰ পাছত খগেন্দ্ৰ মাষ্টৰে জাতি বাঁহৰ চুঙা দুটা, দৈ অকণ, লালী গুৰ অকণ তাতে ঢালি দি বানবাটি এটা শ্ৰীনাথৰ সন্মুখত থ'লেহি। ধৰা, শ্ৰীনাথ পেটটো অলপ জুৰ পেলাই লোৱা। পিছে দৈখিনিহে বৰ ভাল নহয়। ক'ৰনো আমাৰ আঁহতগুৰিৰ নৈৰ পাৰৰ চৰৰ ম'হৰ এঠালতীয়া দৈ পাবা এই গুৱাহাটী চহৰত!'

শ্ৰীনাথে হাঁহি এটি মাৰি ক'লে, 'হ'ব দিয়ক, আমাৰ কথাতে কয় নহয়, 'দৈৰ পানী এৰীয়াৰ কানি'।

হাঁহিৰ ৰোল উঠিল!

ছাৰ, তেনেহ'লে কালিৰ পিছৰডোখৰ শুনক, 'কলেজ বন্ধ হোৱাত ২ নম্বৰ ভবানীচৰণ দত্তৰ গলিত থকা অসমীয়া ছাত্ৰসকল অসমলৈ উভতি যোৱা বাবে মেছটো ভাঙি গ'ল। সেই ঘৰটোত গংগাগোবিন্দ ফুকন ডাঙৰীয়া থাকিবলৈ ল'লে। আনহাতে লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰ শোভাৰাম বসাক লেনত ভেৰোণীয়া ঘৰ এটা লৈ থাকিবলৈ ল'লে। দিনচেৰেক তাতে থকাৰ পাছত অৰ্থাৎ ওঠৰশ বিৰানৱৈ খ্ৰীষ্টাব্দৰ প্ৰথম অৰ্ধত চন্দ্ৰকুমাৰে কলিকতা এৰি পাটনালৈ বি-এ পঢ়িবলৈ গ'ল। মাজে-সময়ে হৰিবিলাস আগৰৱালা ডাঙৰীয়াও তাতে থাকে। আনন্দচন্দ্ৰ আগৰৱালাও তাতেই থাকি কলেজত পঢ়ে। মাজিউ আৰু বেজে তাত থাকিয়েই 'জোনাকী' চলায় বাবে আনন্দচন্দ্ৰক কিছুদিনৰ বাবে সহায়ক হিচাপে পালে। তদুপৰি লক্ষেশ্বৰ শৰ্মাও কিছুদিনৰ নিমিত্তে তাতে থাকিলহি।'

গলখেকাৰি কেইটামান মাৰি শ্ৰীনাথে কৈ গ'ল—'কেইমাহমানৰ পাছত মহেন্দ্ৰনাথ গুপ্ত নামৰ ব্যক্তি এজনে তেওঁৰ খোটালিটো এৰি দিয়াত ভোলানাথ বৰুৱা সেই খোটালিৰ [redacted] হ'ল। ভোলানাথ নগাঁও জিলাৰ কলিয়াবৰৰ চতিয়াল মৌজাৰ

মৌজাদাৰ খৰঙী বৰুৱা বংশৰ ঘনশ্যাম বৰুৱা আৰু ভোগদৈ দেৱীৰ পুত্ৰ। পিতৃৰ মৃত্যুৰ পাছত তেওঁ গুৱাহাটীলৈ আহি পেহাক হাবিৰাম বৰুৱাৰ ঘৰত থাকি এণ্ট্ৰেন্স মহলালৈ পঢ়ি শিক্ষা লাভৰ অদম্য ইচ্ছাক হেঁচা দি থৈ চাকৰিত সোমাবলগীয়া হ'ল।'

'হায় ঐ, শিক্ষা লাভৰ নিমিত্তে অদম্য ইচ্ছা থকাতো তেওঁ পঢ়িব নোৱাৰিলেনে।' মাষ্টৰে আক্ষেপ কৰিলে।

'হাবিৰাম বৰুৱাৰ পুত্ৰ মাণিকচন্দ্ৰ আৰু অন্নদাৰাম ফুকনে প্ৰতিষ্ঠা কৰা 'বৰুৱা-ফুকন টিম্বাৰ কোম্পানী'ত মাহে ত্ৰিশ টকা দৰমহা লৈ ভোলানাথ চাকৰিত সোমাইছিল। পাছলৈ নিজ যোগ্যতাৰ বলত সেই কোম্পানীৰ মেনেজাৰ হৈ গাৰো পাহাৰলৈ গ'ল। সেই সময়ছোৱাত গাৰো পাহাৰত ক'লাজ্বৰে মহামাৰী ৰূপ লোৱাত ভোলানাথ গুৱাহাটীলৈ গুচি আহিল। ক'লাজ্বৰত পৰি বহুতো বনুৱা আৰু কৰ্মচাৰীৰ একেলগে মৃত্যু হোৱাত আৰু কিছুসংখ্যকে মৃত্যুৰ ভয়ত অন্য ঠাইলৈ গুচি যোৱাত, কোম্পানীৰ অপূৰণীয় ক্ষতি হ'ল। কলিকতাৰ কেইবাটাও ইংৰাজ কোম্পানী আৰু স্থানীয় মাৰোৱাৰীৰ পৰা লোৱা ঋণ পৰিশোধ কৰিবলগীয়া গধুৰ বোজা কেৱল মাণিকচন্দ্ৰ বৰুৱাই ল'ব লগা হ'ল। কাৰণ, ইতিমধ্যে কোম্পানীৰ আন গৰাকী অংশীদাৰ অন্নদাচৰণ ফুকনৰ মৃত্যু হ'ল!'

বুজিছা শ্ৰীনাথ, তাকে কয়—'মানুহে পাঙে, ঈশ্বৰে ভাঙে'। দিয়া, তাৰ পিছৰছোৱা কৈ যোৱা।'

'ভোলানাথ গাৰো পাহাৰৰ পৰা গুৱাহাটীলৈ আহি ইফালে-সিফালে ঘূৰি ফুৰা দেখি পেহাকৰ দ্বিতীয়গৰাকী পুত্ৰ ফটিকচন্দ্ৰ বৰুৱাৰ পৰিবাৰে দিয়া পাঁচশ টকা মূলধন লৈ কলিকতালৈ গ'ল। যোৱাৰ আগতে কেইদিনমান গুৱাহাটীত ঘূৰি ফুৰি ভোলানাথে এড়ী, মুগা, পাট আৰু ৰেচমৰ ৰপ্তানিৰ ব্যৱসায় আৰম্ভ কৰিলে। কলিকতালৈ গৈ তেওঁ গাৰো পাহাৰৰ পৰা কপাহ নি মেক্‌লিউদ কোম্পানীক বিক্ৰী কৰিবলৈ ধৰিলে। কিছু টকা হাতত গোট খোৱাত তেওঁ 'বি ব্ৰাদাৰ্ছ' নাম দি এখন ফাৰ্ম খুলি চেগুন কাঠৰ কাৰবাৰ আৰম্ভ কৰিলে। আচানচোলত ঘৰ এটা ভাড়া লৈ চেগুন কাঠৰ সৈতে অসমৰ চাহপাতো বিক্ৰী কৰিবলৈ ধৰিলে। ইফালে বেংগল-নাগপুৰ ৰে'লৱেত অলপ-অচৰপ স্লীপাৰো যোগান ধৰিলে।'

'হু, তাৰ পাছত'—মাষ্টৰে ক'লে।

'অগাধ পৰিশ্ৰম, ধৈৰ্য আৰু সহিষ্ণুতাৰ নিমিত্তে ভোলানাথ বৰুৱাৰ ব্যৱসায় ধন ধৰি উঠাত ক্ৰমান্বয়ে তেওঁক সফলতাৰ ৰেঙণিয়ে ভুমুকি মাৰি ধৰিলে। তেওঁ নতুন উদ্যম পালে। সেই সন্ধিক্ষণতে ভোলানাথে থাকিবলৈ লোৱা শোভাৰাম বসাক লেনৰ মেছটোত স্বাধীন মনৰ লক্ষ্মীনাথক লগ পালে।

'লক্ষ্মীনাথ 'বৰুৱা-ব্ৰাদাৰ্ছ'ৰ চাকৰিত সোমাল। কিন্তু, ওঠৰশ তিৰানব্বৈ খ্ৰীষ্টাব্দৰ মাজমানৰ পৰা সৰবৰহী, সুচতুৰ ব্যৱসায়ী বুদ্ধিত পটু ভোলানাথ বৰুৱাই লক্ষ্মীনাথক

যুটীয়াভাৱে ব্যৱসায় কৰিবলৈ মন স্থিৰ কৰি নিজৰ ব্যৱসায়ৰ অংশীদাৰ ব ৰ্ ল'লে।'

'ভোলানাথ বৰুৱাৰ গাত খাকী ৰঙৰ ডিঙি নোখোলা কোট, লং ণ্ট, মূৰত ক'লা বা ছাই বৰণীয়া টুপী, হাতত সদায় ছাতি, একোছা মোছ আৰু থুঁ ৰত দাড়িৰ সৈতে এজন ব্যক্তিত্বসম্পন্ন লোক। ম'হতকৈ শিং চৰাৰ দৰে লক্ষ্মী থো সম্পূৰ্ণ চাহাবী। কোট, পেণ্ট, টাইৰ সৈতে আগৰ পাগুৰীৰ সলনি হেট্ পৰিহি  লক্ষ্মীনাথক ভোলানাথে প্ৰথম দিনাৰে পৰা চাহাব, চাহাব বুলি মাতিছিল, কাৰণ তে কৈ মাতিলে লক্ষ্মীনাথে গৰ্ব অনুভৱ কৰে।'

'ইফালে ভোলানাথে কোম্পানীৰ নামটো 'বি ব্ৰাদাৰ্ছ'ৰ সলনি 'বি বৰুৱা এণ্ড কোম্পানী' কৰিলে। চুৰ্চুৰিয়াকৈ আৰম্ভ কৰা কাঠ বিক্ৰীৰ বাবে বংকুবিহাৰী কৰ নামৰ এজন কৰ্মচাৰী ৰাখে। তাৰপাছত বেংগল-নাগপুৰ ষ্টেচন গুইলকেৰ আৰু মনোহৰপুৰৰ সৰুসুৰাকৈ ৰে'লৰ স্লিপাৰৰ ব্যৱসায় কৰিবলৈ মনস্থ কৰি ভোলানাথে চৰকাৰী বন বিভাগৰপৰা তাকৰীয়াকৈ গছ 'ৰয়েলটী'ত বন্দোবস্ত কৰি সেই কাৰ্যত হাত দিলে। সেই কামৰ নিমিত্তে ভোলানাথে নিজৰ বংশৰ সম্পৰ্কীয় ককায়েক গোপীনাথ বৰুৱাক নগাঁৱৰ পৰা আনি শোভাৰাম বসাক লেনৰ ঘৰত ৰাখোতে লক্ষ্মীনাথে কেইসংখ্যামান 'জোনাকী' গোপীনাথ বৰুৱাক প্ৰকাশক হিচাপে নাম দি উলিয়ায়। অৱশ্যে গোপীনাথে গ্ৰাহকসকললৈ জোনাকী পঠিওৱা, হিচাপ ৰখা আদি কাম কৰে। পাছত ভোলানাথে তেওঁক গুইলকেৰা আৰু মনোহৰপুৰৰ ব্যৱসায় ক্ষেত্ৰলৈ লৈ গ'ল।'

'বি বৰুৱা এণ্ড কোম্পানীৰ কাঠৰ ব্যৱসায় ক্ৰমান্বয়ে ঠন ধৰি উঠিবলৈ ধৰিলে। আকৌ মানুহৰ আৱশ্যক হোৱাত ভোলানাথে তেওঁৰ ভাগিনীয়েক বলীনাৰায়ণ বৰাৰ ভাতৃ মহীনাৰায়ণ বৰাক উত্তৰ গুৱাহাটীৰ পৰা আনি লক্ষ্মীনাথৰ লগতে থ'লেহি।'

'ওঠৰশ চৌৰানব্বৈ খ্ৰীষ্টাব্দৰ আৰম্ভণিতে ভোলানাথৰ প্ৰস্তাৱ অনুসৰি লক্ষ্মীনাথে শোভাৰাম বসাক লেনৰ ঘৰ এৰি ১৪ নম্বৰ গোপীকৃষ্ণ লেনৰ ঘৰ এটালৈ উঠি আহিল। কিছুদিনৰ পাছতে লক্ষ্মীনাথে পত্নী প্ৰজ্ঞাসুন্দৰীকো জোড়াসাঁকোৰ শহুৰেকৰ ঘৰৰ পৰা সেই ঘৰলৈ লৈ আনিলে। নতুন ঘৰটো যথেষ্ট ডাঙৰ আৰু দুমহলীয়া। ঘৰটোৰ সন্মুখৰ ফালে ভোলানাথ আৰু পিছৰফালে পৰিয়ালসহ লক্ষ্মীনাথ থাকিবলৈ ল'লে। তেওঁলোকৰ খোৱা-বোৱা একেলগেই চলিল। মহীনাৰায়ণ বৰাকো মনোহৰপুৰ ষ্টেচনত থাকি কাম কৰিবলৈ পঠোৱা হ'ল। ইফালে ঘৰলৈ গৃহিণী অহাৰ পাছত বিভিন্ন খাদ্যদ্ৰব্যৰ প্ৰকোপ চৰিল। নতুন নতুন ব্যঞ্জন প্ৰজ্ঞাসুন্দৰীয়ে তৈয়াৰ কৰিব ধৰিলে। নানানবিধ ৰন্ধনত তেওঁ পাৰ্গত। কড়াই মুৰ্গ, পাহাড়ী-টিক্কা, চিকেন বিৰিয়ানি, ইলিশ পুই, টক ইলিশ, ডাঁটা ট্যাংৰাৰ ঝোল আদি উপকৰণ সামগ্ৰী খাই লক্ষ্মীনাথ আৰু ভোলানাথৰ জিভাৰ পানী পৰি থকা হ'ল।'

'ইফালে লক্ষ্মীনাথ ব্যস্ত হৈ পৰিল কলিকতাক কেন্দ্ৰ কৰি সকলো কাৰবাৰ চম্ভালিবলৈ। মাজে মাজে তেওঁ বি এন আৰ লাইনত থকা ষ্টেচনবোৰলৈ যায়। ভোলানাথ বৰুৱাই লাইনৰ ফালে সকলোবোৰ ঠাইতে ঘূৰি ফুৰিবলৈ ধৰিলে। দিনকদিনে তেওঁলোকৰ ব্যৱসায়ৰ ডাল-পাতবোৰ ওলাব ধৰিলে।'

'লক্ষ্মীনাথে জোড়াসাঁকোৰ ঠাকুৰবাড়ীৰ জোঁৱাই কাৰণে কলিকতাৰ অভিজাত শ্ৰেণীৰ সৰহভাগ লোকৰ লগতে চিনা-জনা আৰু তেওঁলোকৰ আদৰ-সাদৰো পায়। ভোলানাথে লক্ষ্মীনাথক নিজা ভায়েক বুলিয়েই মানুহক চিনাকি কৰি দিছিল। সেই সূত্ৰে অভিজাত শ্ৰেণীৰ দুৱাৰো ভোলানাথ বৰুৱালৈ মুকলি হৈ পৰিল! ব্যৱসায় সম্পৰ্কত বা মানুহক এনেয়ে দেখা-সাক্ষাৎ কৰাৰ নিমিত্তে দুয়ো একেলগে ফুৰিবলৈ ধৰিলে।'

ৰ'বা শ্ৰীনাথ, এটা কথা, 'লক্ষ্মীনাথে আকৌ ভোলানাথৰ কথামৰ্মে নিজৰ সাতাম-পুৰুষীয়া উপাধিতো সলালে কিয়?'

'অ' সাউদ ভোলানাথ বৰুৱাৰ কথাত লক্ষ্মীনাথে নিজৰ 'বেজবৰুৱা' উপাধিৰ বৰ্ণ-বিন্যাস সলাই এল এন বি, বৰুৱা কৰাৰ কাৰণ—মিঃ বি বৰুৱাৰ সহোদৰ আকৌ বেজবৰুৱা কেনেকৈ হ'ব?'

'জানো পাই! সেইবোৰনো কি ব্যৱসায়ৰ কায়দা কিটিপ। আমি তেনেবোৰ কথাৰ পাক তৰ্কিবই নোৱাৰো।' মাষ্টৰে ক'লে।

'তেওঁলোকৰ ব্যৱসায় আৰম্ভ কৰাৰ আদিছোৱাত মানে ধৰক পাঁচ বছৰমানলৈ নিজৰ গাড়ী, ঘোঁৰা আৰু কেৰাণী, মহৰীৰ অস্তিত্ব সমূলি নাছিল। নিতাই গৌৰ দুই-ভাই নিতৌ ট্ৰাম গাড়ীত বা পদব্ৰজে ফুৰিছিল। ভোলানাথে ট্ৰামৰ পৰা নামি পদব্ৰজৰ আশ্ৰয় ল'লেই প্ৰায়ে গায়—

*'চল ৰে মন যাই ৰে কাশী*
*বাবা বিশ্বনাথকে দেখে আসি।*
*কাশী গেলে দেখতে পাব*
*ক'ত শত যোগী ঋষি।'*

মাষ্টৰে গম্ভীৰ হৈ ক'লে—'তাৰ মানে ভোলানাথ ধৰ্মভীৰু লোক।'

শ্ৰীনাথে কৈ গ'ল—'মানুহক নানান কৌশলেৰে বশ কৰা বিদ্যাত সাউদ ভোলানাথ পটু। বেংগল ট্ৰেডিং কোম্পানীৰ ফৰেষ্ট মেনেজাৰ মিষ্টাৰ হুইফিনৰ হেড্-কোৱাৰ্টাৰ আছিল—পানপোছ ষ্টেচনত। তাত হুইফিন্ বৰ চাহাব, ছোট চাহাব ৰাইট্ আৰু দুই-চাৰিজন ইউৰোপীয় সহকাৰী আছিল। মিষ্টাৰ বি বৰুৱাই লাহে লাহে হুইফিন্ চাহাবক সন্তুষ্ট কৰি বেংগল টিম্বাৰৰ তলত ঠিকাদাৰ হৈ স্লিপাৰ যোগাবলৈ বন্দবস্ত কৰিলে জংঘল লোৱা আৰু স্লিপাৰ কটোৱা প্ৰভৃতি সকলো খৰচ বেংগল টিম্বাৰে প্ৰতি

সপ্তাহতে বি বৰুৱা এণ্ড কোম্পানীক দিবলৈ ধৰিলে। চন্দন নগৰ নিবাসী বাবু বটকৃষ্ণ পাল নামেৰে এজনে বি এন আৰ লাইনত ঠিকাদাৰী কৰি কিছুদিন স্লিপাৰৰ কাম কৰিছিল। তেওঁক বি বৰুৱা এণ্ড কোম্পানীৰ ছাব কেণ্ট্ৰেক্টৰ কৰি ল'লে আৰু কোম্পানীয়ে ফাইনেন্স্ কৰিবলৈ ধৰিলে। বটকৃষ্ণ বাবু কৰ্মক্ষম আৰু উপযুক্ত ব্যৱসায়ী লোক। সোনকালে বি বৰুৱা এণ্ড কোম্পানীৰ এক বৃহৎ বৃক্ষই কৰি পেলালে।'

'বাৰু, শ্ৰীনাথ গাংপুৰ ক'তনো?' মাষ্টৰে সুধিলে।

'গাংপুৰ এখন কৰতলীয়া ৰাজ্য! গাংপুৰৰ ৰজাৰ সৈতে সদাগৰ ভোলানাথ বৰুৱাৰ ঘনিষ্ঠ সম্পৰ্ক গঢ় লৈ উঠিল।'

হঠাতে গাংপুৰ ৰাজ্য প্ৰজা বিদ্ৰোহৰ কবলত পৰিল! গাংপুৰৰ ৰজাই ভোলানাথৰ সাহস আৰু বিচক্ষণতা দেখি সেই বিদ্ৰোহ দমন কৰিবলৈ তেওঁকে পাচিলে। ভোলানাথে দক্ষতা আৰু বুদ্ধিৰ বলেৰে অতি কষ্টসহকাৰে সেই বিদ্ৰোহ দমন কৰি গাংপুৰ ৰাজ্যত শান্তি স্থাপন কৰি ৰাজভাজন হৈ পৰিল আৰু সুদক্ষ ৰাজনীতি জ্ঞানৰ পৰিচয় দিলে। গাংপুৰৰ ৰজা সন্তুষ্ট হৈ এখন শালকাঠৰ জংঘল অতি কম নিৰিখতে বৰুৱাক লীজত দিলে। বটকৃষ্ণ বাবুক সেই শালনিত কাম কৰিবলৈ দিয়া হ'ল। ভোলানাথে পুনৰ লাইনৰ কামত দিনে-নিশাই টাকুৰী ঘূৰাদি ঘূৰিবলৈ ধৰিলে। লক্ষ্মীনাথ কলিকতাতে থাকি দেশী-বিদেশী ব্যৱসায় প্ৰতিষ্ঠানসমূহত ঘূৰিবলৈ ধৰিলে। জাৰ্দিন কোম্পানীৰ কাৰ্যালয়লৈ যোৱাটো আছিল তেওঁৰ দৈনন্দিন কাম। সাধাৰণতে দুপৰীয়া একমান বজাত কাঠৰ ব্যৱসায় কৰোতা দেশী মহাজনসকল জাৰ্দিনত বেংগল টিম্বাৰ কাৰ্যালয়ত গোট খায়হি। বিপিন বিহাৰী দাস আৰু বৰবাবুতো সদাই থাকেই। আড্ডা তিনিমান বজাত ভাঙিলে লক্ষ্মীনাথ খৰ-ধৰকৈ ওলায় 'গিলেণ্ডৰ অবকুনট্' কোম্পানীৰ কাঠৰ ডিপোত বহেগৈ। সেই প্ৰতিষ্ঠানৰ বৰবাবু হৈছে—ক্ষেত্ৰবাবু। তাৰপাচত লক্ষ্মীনাথ-জৰ্জ হেণ্ডেৰ্ছন্, মেকেঞ্জি, লায়েল আদি কোম্পানীৰ কাৰ্যালয়লৈ গৈ আবেলি পাঁচমান বজাতহে আহি ঘৰ পায়হি। তেতিয়ালৈকে বি বৰুৱা এণ্ড কোম্পানীৰ নিজৰববীয়াকৈ গাড়ী-ঘোঁৰা নাছিল, লক্ষ্মীনাথ থকা ঘৰতে কলিকতাৰ কাৰ্যালয় আৰু সেই কাৰ্যালয় কেৰাণী-মহৰি বিবৰ্জিত।'

'দুবছৰমান লক্ষ্মীনাথ পৰিবাৰৰ সৈতে ১৪ নম্বৰ গোপীকৃষ্ণ পাল লে'ৰ ভেৰোণীয়া ঘৰত থাকি বলৰাম দেৱ ষ্ট্ৰীট্ৰ আন এটা ঘৰলৈ উঠি গ'ল। হুইফিন্ চাহাব আৰু সহকৰ্মীসকললৈ সততে ফল আৰু শাক-পাচলিৰ ডালি কলিকতাৰ পৰা প্ৰেৰণ কৰা হয়। লক্ষ্মীনাথে ৰে'লত উঠি নিউ মাৰ্কেট কিম্বা বৰবজাৰৰ ভিতৰতে থকা পোষ্টা বজাৰলৈ গৈ ফল-মূল আৰু শাক-পাচলি কিনি কুলীৰ হতুৱাই পাচিত ভৰোৱাই ওপৰত থৈলা দি সীয়াই, তাৰ ওপৰত নাম লিখি, কুলীৰ মূৰত তুলি দি হাওৰা ষ্টেচনত বুক কৰি ঘৰলৈ ওভতে। মাহেকত অন্ততঃ দহ-বাৰ এনে কাৰ্য কৰিবলগীয়া হৈছিল। বৰদিনৰ

সময়ছোৱাত সেইটো এক বৃহৎ ব্যৱসায় হৈ উঠে। নিউ মাৰ্কেটৰ কেক্ ফল আৰু পাচলিৰ বাস্কেট পঠোৱাৰ অন্ত নাই। তেতিয়ালৈকে তেওঁৰ সহায়ৰ বাবে কাৰ্যালয়ৰ সহায়ক হিচাপে আনকি চাপ্ৰাচী এজনো নাছিল। আচলতে কম খৰচতে যাতে কাৰ্যালয় চলে, সেইটোৱেই তেওঁৰ লক্ষ্য।'

'প্ৰজ্ঞাসুন্দৰী ৰন্ধন বিদ্যাত পটু কাৰণে লক্ষ্মীনাথৰ ব্যৱসায় সম্পৰ্কীয় বন্ধু লোক তথা কাৰ্যকাৰকসকলৰ নিমিত্তে তুৰি-ভোজন মাহেকত তিনি-চাৰিবাৰকৈ ঘৰতে চলে। এনেবোৰ চোৱা-চিতাৰ ভাগ লয়—প্ৰজ্ঞাসুন্দৰীয়ে। বাংলা ভাষাত কোৱাৰ দৰেই, 'জুতো সেলাই থেকে চণ্ডীপাঠ পৰ্যন্ত'। কাৰ্যালয়ৰ প্ৰায়ভাগ কামেই লক্ষ্মীনাথ পৰিবাৰে চম্ভালে, কাৰণ ভোলানাথ বৰুৱা তেওঁলোকৰ নিৰহ-নিপানী ভায়েক, তেওঁৰ ব্যৱসায় মানে তেওঁলোকৰে ব্যৱসায়। মুঠতে, ভোলানাথ আৰু লক্ষ্মীনাথ হৰিহৰ আত্মা!'

'প্ৰজ্ঞাসুন্দৰীয়ে 'আমিষ ও নিৰামিষ' নামৰ বৰ বৰ তিনি খণ্ড ৰন্ধা-বঢ়া পুথি ৰচনা কৰে। তেনে উৎকৃষ্ট সেই বিষয়ৰ কিতাপ বংগদেশত নাই বুলিলেই হয়। অৱশ্যে বিপ্ৰদাস মুখাৰ্জী নামৰ এজনে 'পাক-প্ৰণালী' নামৰ পুথি এখন ৰচনা কৰিছিল যদিও প্ৰজ্ঞাসুন্দৰীয়ে ৰচনা কৰা কিতাপখনৰ সৈতে সেইখনৰ তুলনা নহয় বুলি বহুজনৰ মত।'

'বাঃ, আমাৰ বোৱাৰীৰো গুণৰ তুলনা নাই!' মাষ্টৰে শলাগিলে।

'বিশিষ্ট অসমীয়া' পৰিয়ালৰ প্ৰভাৱ এটি বেজবৰুৱা পৰিয়ালৰ ওপৰত বৰকৈ পৰিছিল। সেই পৰিয়ালটো হ'ল—ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ পৰিয়াল। তেখেতে সুদীৰ্ঘকাল অসমৰ বিভিন্ন ঠাইত হাকিমৰ চাকৰি কৰি নগাঁৱৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল।'

'ৰ'বা শ্ৰীনাথ, এইখিনিতে কথা এটা মনত পৰিছে, তেখেতে অৱসৰ লোৱাৰ পাছদিনাৰ ঘটনা এটা সিদিনা তেওঁৰ পুত্ৰ প্ৰিন্সিপাল জে বৰুৱাই মোক কৈছিল বুলি এইবাৰ খগেন্দ্ৰ মাষ্টৰে বৰ্ণালে ঃ 'দেউতাই পেন্সন পোৱাৰ পাছদিনা গধূলিপৰত বহুতো মানুহে তেখেতক দেখা কৰিবলৈ আহিছিল। সাধাৰণতে যেনেকৈ মানুহেৰে সৈতে কথা কয়, তেনেকৈ কথা কৈ কিছুপৰৰ পাছত বিদায় লৈ দেউতা ভিতৰলৈ আহিল। অলপপৰৰ পাছত পুনৰ ওলাই গৈ দেখে যে, সেই মানুহসকল আমাৰ ঘৰৰ সন্মুখৰ আলিত গোট খাই কথাপাতি আছে। দেউতাই সুধিলে, 'বাটত থিয় হৈ কিয় আছে? ভিতৰলৈ আহি বহকহি।' তেখেতসকলে স্পষ্টভাৱে একো উত্তৰ নিদি নিজৰ ভিতৰতে ইজনে-সিজনৰ ফালে চাই আৰু ফুচ্‌ফুচায়! দেউতাই কয়, কি হৈছে? আপোনাসকল ভিতৰলৈ নাহে কিয়? অলপৰৰ পাছত তেওঁলোক লাহে লাহে ভিতৰলৈ আহিল। দেউতাই তেতিয়া বিহ্বল হৈ ব্যাকুল মাতেৰে সুধিলে—কি হৈছে?

মতিলাল বসু উকীলে হাতত এখন টেলিগ্ৰাম লৈ লাহে লাহে দুখৰ স্বৰত ক'লে, 'স্বৰ্ণ বিধবা হয়েছে।'

'বিনামেঘে যেন বজ্ৰপাত! দেউতাই আঁঠু কাঢ়ি ঈশ্বৰক মাতি কান্দিবলৈ ধৰিলে। দেউতাৰ এনে কান্দোন আমি কেতিয়াও দেখা নাই। তাৰ পাছদিনা কি দুদিনমান পাছতে ডাঙৰ ককাইদেউক লৈ দেউতা কলিকতালৈ গ'ল।'

শ্ৰীনাথে ক'লে, 'অ' ছাৰেও চোন বহু খবৰ ৰাখিছে! আচলতে ল'ৰাহঁতক উপযুক্ত শিক্ষা-দীক্ষাৰে গঢ়ি তুলিবলৈ আৰু কেতবোৰ সামাজিক কাৰণবশতঃ গুণাভিৰাম বৰুৱা সপৰিয়ালে কলিকতাতে থাকিবলৈ ল'লে। ৩৫ নম্বৰ মাণিকতলা ষ্ট্ৰীট্‌ত কিছুদিন থকাৰ পাছত তাৰপৰা উঠি গৈ ২৬ নম্বৰ স্কট্‌চ লেনত থাকিল। সেই গৃহতে ওঠৰশ বিৰানব্বৈ খ্ৰীষ্টাব্দৰ ছাব্বিশ মাৰ্চত শনিবাৰৰ দিনা বিষ্ণুপ্ৰিয়া দেৱীৰ পৰলোকপ্ৰাপ্তি ঘটে। ব্ৰহ্ম সমাজৰ আচাৰ্য পণ্ডিত শিৱৰাম শাস্ত্ৰী প্ৰভৃতি ব্ৰহ্মসকলে মৃতকৰ শৱ বেঢ়ি ব্ৰহ্মসংগীত গালে—

*'ঐ যে দেখা যায় আনন্দধাম*
*ভৱজলধৰ পাৰে।'*

'ব্ৰাহ্মসকলে নিয়ম-নীতিৰে গৰুৰ গাড়ীত শৱটো তুলি নিমতলা ঘাটত সৎকাৰ কৰিবলৈ লৈ গ'ল। ডাঙৰীয়াই ম্যাথোন চাই থাকিল নিমাত নিস্কম্প তৰুৰ দৰে!'

'কিছুদিনৰ পাছত লক্ষ্মীনাথে ৩ নম্বৰ ওল্ড বৈঠকখানাৰ ঘৰটো এৰি দিয়াত বৰুৱা ডাঙৰীয়াৰ পৰিয়ালটো আহি সেই ঘৰটোত সোমালহি। কেইদিনমানৰ পাছতে ডাঙৰীয়াৰ বৰপুত্ৰ কৰুণাৰ জ্বৰ উঠিল। ডাক্তৰ মেক্‌ড'নেণ্ডে কৰুণাক সমুদ্ৰ যাত্ৰা কৰাই আনিবলৈ পৰামৰ্শ দিয়াত ডাঙৰীয়াই আনন্দচন্দ্ৰ আগৰৱালাৰ লগত কৰুণাক জাহাজেৰে ব্ৰহ্মদেশলৈ পঠিয়ালে। আচৰিত কথা, যিকেইদিন কৰুণা জাহাজত আছিল, তেওঁৰ জ্বৰ হোৱা নাছিল। ব্ৰহ্মদেশলৈ যাওঁতে চাৰিদিন, আহোতেও চাৰিদিন লাগে। ৰেংগুনত থাকোতেও কৰুণাৰ গা ভালেই আছিল। কিন্তু কলিকতালৈ উভতি অহাত পুনৰ সেই আপদীয়া জ্বৰে কৰুণাক ধৰিলে। এইবাৰ বৰ পুতেকক লৈ ডাঙৰীয়া পুৰুলীয়ালৈ গ'ল। তাত থাকিও একো উপকাৰ নোপোৱাত কৰুণাক মধুপুৰলৈ গৈ গ'ল। মধুপুৰৰ নিৰ্মল শান্ত-শ্ৰান্ত পৰিবেশতো বিশেষ একো পৰিবৰ্তন নোহোৱাত ওঠৰশ তিৰানব্বৈ খ্ৰীষ্টাব্দৰ বাৰ জুলাইত কৰুণাৰ মৃত্যু হ'ল। বৰপুত্ৰৰ তেনে কৰুণ মৃত্যুত লক্ষ্মীনাথে ডাঙৰীয়াৰ পৰিয়ালটিক শোভাৰাম বসাক লেনত থকা তেওঁলোকৰ ঘৰত ৰাখিলে। গুৱাহাটীৰ ভৰলুমুখৰ নবীনৰাম ফুকনো তাতেই আছিল।'

'অৱশ্যে পাছত পৰিয়ালটো ৮ নম্বৰ কলেজ স্কোৱেৰৰ ভেৰোণীয়া ঘৰ এটালৈ আহিল। তাতেই ওঠৰশ চৌৰানব্বৈ খ্ৰীষ্টাব্দৰ পঁচিশ মাৰ্চত ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা এঁকেশ দিনৰ জ্বৰত ভুগি স্বৰ্গগামী হয়। ডাঙৰীয়াৰ জ্বৰত হেমচন্দ্ৰ গোস্বামীয়ে প্ৰায়ে

ৰাতি উজাগৰে থাকি পৰ দিছিল। হেমচন্দ্ৰই ডাঙৰীয়াৰ ল'ৰা দুটাক ঘৰত পঢ়োৱাইছিলো। লক্ষ্মীনাথ আৰু কলিকতাবাসী অসমীয়া ছাত্ৰসকলেও মাজে মাজে নৰিয়াত পৰ দিছিল। তদুপৰি, অসমীয়া ছাত্ৰসকলে ডাঙৰীয়াৰ শৱদেহ কান্ধত তুলি লৈ নিমতলা ঘাটত দাহ কৰিছিল।'

'ডাঙৰীয়াৰ মৃত্যুৰ পাছত পৰলোকগত জোঁবায়েকৰ ককায়েক ৰজনীনাথ ৰায়ে কমলা আৰু জ্ঞানক স্বৰ্ণৰে সৈতে 'ৰিট্ৰিট' নামৰ তেওঁৰ গৃহলৈ লৈ গ'ল।'

এমাহমানৰ পাছত স্বৰ্ণক দুয়োজনী কন্যাৰে সৈতে লক্ষ্মীনাথ, হেমচন্দ্ৰ আৰু আন আনসকলে আলোচনা কৰি ১৩ নম্বৰ, কৰ্ণৱালিছ ষ্ট্ৰীটত থকা 'ব্ৰাহ্ম গাৰ্লছ স্কুল'ত থ'লে। আনহাতে কমলাভিৰাম আৰু জ্ঞানদাভিৰামক 'ব্ৰাহ্ম বয়জ বোৰ্ডিং হাউছত' থোৱা হ'ল। পিছে, হঠাতে এসপ্তাহৰ পাছতে কমলাভিৰামৰ জ্বৰ উঠিল। লক্ষ্মীনাথে খবৰ ল'বলৈ যোৱাত কান্দোনমুৱা হৈ কমলাভিৰামে ক'লে—'এইবাৰ মোৰ পাল!' কথাষাৰ শুনি লক্ষ্মীনাথৰ মনতো বিষাদে আৱৰি ধৰিলে। ডাক্তৰ নীলৰতন সৰকাৰ আৰু ডাক্তৰ প্ৰাণকৃষ্ণ আচাৰ্যৰ পৰামৰ্শমতে, দুয়োজন কিশোৰকে দাৰ্জিলিঙলৈ পঠিয়াই দি 'লুই জুবিলি চেনিটেৰিয়াম'ত থ'লে। পিছে, তাতো বিশেষ আৰোগ্য হোৱা যেন নেদেখি দুয়োকে কলিকতালৈ আনি বিজিতলাত বাবু পাৰ্বতী টসৰ ঘৰ এটাৰ দুটা কোঠালি কেৰেয়া কৰি তাতে থাকিবলৈ দিয়া হ'ল। টস পূনিয়াৰ এজন উকীল আছিল। সেইবাৰ ডাক্তৰ ক্ৰম্বিৰ চিকিৎসা আৰম্ভ হ'ল। কিন্তু, সেই চিকিৎসাতো কোনো উপকাৰ হোৱা নেদেখি, কমলাভিৰামক এটোৱালৈ পঠিয়াই দিয়া হ'ল। ৰোগীৰ লগত দাৰোগান ৰামভ' বসাক আৰু ব্ৰাহ্মধৰ্মীয় লোক এজনক কুৰি টকা দৰমহাত নিযুক্ত কৰি পঠোৱা হ'ল। ৰজনীনাথ ৰায়ৰ পৰামৰ্শমতে, কমলাভিৰামক ডাক্তৰ আত্মাৰাম পাণ্ডুৰঙৰ চিকিৎসাধীন কৰোৱা হ'ল। মুম্বাইত গুৱাহাটীৰ মথুৰামোহন বৰুৱা আৰু জয়কৃষ্ণ দাসে ডাক্তৰী পঢ়ি থকা বাবে প্ৰায়ে কমলাভিৰামৰ খা-খবৰ লৈছিল। পিছে একো ফল নহ'ল। ৰোগীক মুম্বাইৰ পৰা আনি কলিকতাৰ ভবানীপুৰৰ জগু বাবুৰ দোকানৰ ওপৰত থকা ঘৰ এটাত ৰাখি প্ৰায় চাৰিমাহকাল প্ৰখ্যাত কবিৰাজ দ্বাৰকানাথ ভিষগৰত্ন সেনৰ চিকিৎসাও চলালে। কিন্তু, সকলো ব্যৰ্থ হ'ল। কমলাভিৰাম ঢুকাল। শ্মশানৰ পৰা উভতি আহি লক্ষ্মীনাথ আগচোতালখনতে বহিল। প্ৰজ্ঞাসুন্দৰী, স্বৰ্ণলতা, ৰজনীনাথ ৰায়, হেমচন্দ্ৰ গোস্বামী, ৰমাকান্ত বৰকাকতী, উপেন্দ্ৰনাথ বৰুৱা, ৰাধিকাপ্ৰসাদ বৰুৱা প্ৰভৃতি ব্যক্তিসকলো লক্ষ্মীনাথৰ ওচৰ চাপি অহাত বেজাৰেৰে তেওঁ ক'লে—'এনেদৰে দুবছৰৰ ভিতৰতে সেই জয়-জয়, মৰ-মৰ পৰিয়ালটোত চাৰিটা মৃত্যু। ডাঙৰীয়া গুণাভিৰাম বৰুৱাৰ সন্তানৰ ভিতৰত ৰ'লগৈ আনন্দাভিৰাম আৰু স্বৰ্ণলতা। এতিয়া আমাৰ যাই চিন্তা হ'ল—কেনেকৈ একমাত্ৰ ল'ৰাটিক ৰক্ষা কৰা হ'ব?'

দিনচেৰেক পাছত আনন্দাভিৰামৰ বাবে সমুদ্ৰ যাত্ৰাৰ ব্যৱস্থা কৰা হ'ল। ওঠৰশ

চৌৰানব্বৈ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহৰ পঁচিশ তাৰিখে ডাক্তৰ বিপিন বিহাৰী সৰকাৰো ওলাল এনে উদ্দেশ্যৰে, কাৰণ তেখেতৰো গাটো বেয়া। ব্ৰাহ্মসকলে ভাবিলে—তুলসীৰ লগতে কলপটুৰাৰো মুক্তি! ডাক্তৰ সৰকাৰৰ সৈতে জ্ঞানদাভিৰাম বি আই কোম্পানীৰ 'লাৱজ' নামৰ জাহাজত উঠি কলিকতাৰ পৰা চেন্নাই হৈ মুম্বাই পাওঁতে এমাহ সময় লাগিল। তাৰ পাছত জ্ঞানদাভিৰাম মুংগেৰত থাকিবলৈ ল'লে। গুৱাহাটীৰ ৰাধাকান্ত বৰুৱা মুংগেৰত থকা নিমিত্তে, কিছুদিন জ্ঞানদাভিৰাম তেওঁৰ লগত থাকি পাছত কেৰেয়া কৰি বেলেগ ঘৰত থাকিবলৈ ল'লে।'

গোপীকৃষ্ট লেনত গৃহ প্ৰৱেশ হোৱাৰ এপষেকৰ পাছতে ভোলানাথ বৰুৱা নৰিয়াত পৰিল। শয্যাগত ভোলানাথক লক্ষ্মীনাথে দিনে-ৰাতিয়ে পৰিচৰ্যা কৰাত দুমাহমান পাছত আৰোগ্য হ'ল। তাৰ দিনচেৰেক পাছতে লক্ষ্মীনাথে বি-এল পৰীক্ষাত বহিবলগীয়া হয়।

কিন্তু ওঠৰশ পঁচানব্বৈ খ্ৰীষ্টাব্দৰ পাঁচ জানুৱাৰীত ওলোৱা খবৰত পৰীক্ষাৰ্থীসকলৰ মাজত অসন্তোষে গা কৰি উঠিল। আচলতে সেই বছৰৰ পৰা পৰীক্ষাৰ নিয়ম বদলি কৰি দিয়া বাবে ত্ৰিশগৰাকী পৰীক্ষাৰ্থী বি-এল পৰীক্ষাত সফল নহ'ল। সেইসকলে আইনৰ সাহায্য ল'বলৈ সংকল্প কৰাত অধিবক্তাই আৰ্হি-পত্ৰ প্ৰস্তুত কৰিলে। কিন্তু, আৰ্হি-পত্ৰত চহী কৰাৰ পৰত সকলোৰে পুলুকা মাৰিলে। খেনোৱে কয়—বাবা, মানা কৰেছেন! খেনোৱে কয়—মামা বলেছেন 'খবৰ্দাৰ, তুমি চহী কৰবে না' ইত্যাদি। লক্ষ্মীনাথে ভাবিলে—ইচ্ ৰাম, ইমান দুখেৰে তৰি অনা তাঁতখন সেইখিনিতে সামৰিবলগীয়া হ'ল! তেওঁ সংকল্প কৰিলে, 'আনে চহী দিয়ক-নিদিয়ক, মই দিম!'

শ্ৰীনাথৰ মুখৰ কথাখিনি শুনি খগেন্দ্ৰ নাথ বেজে মাত দিলে, 'বান্ধৰ দুই মূৰ, কথাৰ একমেৰ।' মোৰমতে, লক্ষ্মীনাথে উচিত কামেই কৰিছে, কাৰণ, দুভঁজীয়া কথাৰ মূল্য নাই।

শ্ৰীনাথে কৈ গ'ল, 'মোকৰ্দমা আদালতত উঠিল। উচ্চ ন্যায়ালয়ে কলিকতা বিশ্ববিদ্যালয়ৰ ওপৰত 'বিট্-অৱ-মেণ্ডেমাছ' ইচ্যু কৰাত ছাত্ৰসকলে আনন্দতে নাচিবলৈ ধৰিলে। সমগ্ৰ কলিকতাতে এটা হৈন্‌হৈচেন লাগিল। তাৰ পাছত বিপক্ষে থকা ক্ষমতাশীলসকলৰ মাজত নানান চেষ্টা চৰিত্ৰ চলিবলৈ ধৰিলে, যাতে মোকৰ্দমাত হাৰি বিশ্ববিদ্যালয়ে মান হেৰুৱাবলগীয়া নহয়; ফলত জজ টেলে বিপক্ষে ৰায় প্ৰদান কৰিলে। অৱশ্যে তিনি মাহৰ মূৰত বিশ্ববিদ্যালয়ে এটা পৰিশিষ্ট বি এল পৰীক্ষা পাতিলে। পহিলা দিনা পৰীক্ষাৰ প্ৰশ্ন কাকতৰ উত্তৰ দি লক্ষ্মীনাথ আৰু নগ'ল কাৰণ পৰীক্ষা হলত নিৰীক্ষকসকলে তেওঁক বেঢ়ি লৈ এনেদৰে নজৰ দি বিব্ৰত কৰাত লাগিল যেন তেওঁ এজন দাগী চোৰহে! আনকি পৰীক্ষাৰ বহীখন জমা দিয়াৰ সময়ত কৰ্মকৰ্তা এজনে তেওঁক মোকৰ্দমাত খৰচ হোৱা বিশ্ববিদ্যালয়ৰ ধন দাবী কৰাত, লক্ষ্মীনাথৰ টিঙিচ্‌কৰে খং উঠি 'চলে যাও' বুলি ডাবি দি গুচি আহিল। কিন্তু, সহপাঠীসকলৰ

প্ৰায়ভাগে সেই পৰীক্ষাত উত্তীৰ্ণ হ'ল। খগেন্দ্ৰনাথ বেজে হাঁহি হাঁহি ক'লে, 'বুজিছা তাকে কয়—

*খাই কাৰ্শলা ডালত উঠিল।*

*কাঠি চেলেকাৰ মৰণ মিলিল।।*

বাৰু বাৰু, কৈ যোৱা শ্ৰীনাথ।'

শ্ৰীনাথে ভায়েকৰ কথা কৈ গ'ল, 'পাছত ইংৰাজী সাহিত্যত লক্ষ্মীনাথে এম এ পৰীক্ষা দিলে যদিও কৃতকাৰ্য নহ'ল। হঠাতে, শিৱসাগৰৰ পৰা খবৰ পঠিওৱা হ'ল যে, পিতৃদেৱতা কঠিন নৰিয়াত পৰিছে! সন্তানসম্ভৱা পত্নী প্ৰজ্ঞাসুন্দৰীক জোড়াসাঁকোৰ শাহুৰেকৰ লগত থৈ লক্ষ্মীনাথ শিৱসাগৰ পালেহি।'

'প্ৰজ্ঞাসুন্দৰী ৰন্ধনবিদ্যাৰ উপৰি তৈলচিত্ৰ আঁকাতো পাৰ্গত। শহুৰেকৰ ফটোগ্ৰাফ এখন চাই চাই ডাঙৰকৈ তৈলচিত্ৰ এখন আঁকি লগতে বেনাৰসী পাটৰ চুৰিয়া এখনো শিৱসাগৰলৈ পঠিয়াই দিলে।'

'পিতৃদেৱে কলিকতাত থকা বোৱাৰীয়েকৰ ভক্তিৰ চিনস্বৰূপে পঠিওৱা উপহাৰৰ নিমিত্তে আশীৰ্বাদ দি নৰিয়া গাৰেই গা-ধুই উঠি চুৰিয়াখন আনন্দমনে পিন্ধি গোসাঁইঘৰত নাম-প্ৰসংগত বহিল। মোক কোৱাত, তৈলচিত্ৰখনো চ'ৰাঘৰৰ বৰখুটা এটাত আঁৰাই থ'লো।' 'লক্ষ্মীনাথ দহ-বাৰদিনমান শিৱসাগৰত থকাৰ পাছত এটা জৰুৰী কামৰ নিমিত্তে ভোলানাথ বৰুৱাই টেলিগ্ৰাম কৰি তেওঁক মাতি পঠিয়ালে। দেউতাকক তাঁৰ-বাৰ্তাখন দেখুৱাই নৰিয়াপাটীতে বিদায় লৈ লক্ষ্মীনাথ উভতিল।'

'ইফালে পিতৃদেৱে তেওঁৰ মৃত্যু সমাগত বুলি বুজিব পাৰি, তেওঁৰ গুৰুঘৰ কমলাবাৰী সত্ৰত পাৰ্থিৱ শৰীৰ পেলাবলৈ মনতে থিৰ কৰিলে আৰু নাৱেৰে তালৈকে যাবলৈ ওলাল। ককাইদেউহঁতে তালৈ গ'লে নৰিয়া বাঢ়িব বুলি ভয় কৰি, সেই সময়ত যোৱাটো উচিত নহ'ব বুলি আপত্তি কৰিলে, কিন্তু তেখেতে নিজ সংকল্পৰ পৰা বিচলিত নহৈ আন বন্ধু মানুহৰ দ্বাৰাই নাও দুনি বন্দোৱস্ত কৰাই লৈ কমলাবাৰী সত্ৰ পালেগৈ।'

'সত্ৰত গৈ তেৰাই কি কৰিলে?' খগেন্দ্ৰনাথ বেজে আগ্ৰহেৰে সুধিলে।

'সত্ৰত নিজ গুৰু, ভকত, বৈষ্ণৱ আৰু স্ত্ৰী-পুত্ৰাদিৰে পৰিবৃত হৈ, অন্তকালৰ সকলো কৰ্তব্য সমাপন কৰি কুৰি-পঁচিশ দিনমান ঈশ্বৰৰ নাম লৈ পৰম আনন্দ লভিলে। শেহলৈকে সজ্ঞানে থাকি ঈশ্বৰৰ নাম উচ্চাৰণ কৰি একান্তচিত্তে তেৰাৰ চৰণত আত্ম-সমৰ্পণ কৰি ওঠৰশ পঁচানব্বৈ খ্ৰীষ্টাব্দৰ সাতাইশ মে' তাৰিখে শুক্লা তৃতীয়া তিথিত পুৱা আঠ বজাত তনুত্যাগ কৰিলে।

শ্ৰীনাথৰ মুখেৰে দীননাথ ডাঙৰীয়াৰ বৈকুণ্ঠ প্ৰয়াণৰ কথা শুনি হুমুনিয়াহ এটা কাঢ়ি খগেন্দ্ৰনাথ বেজে ক'লে, 'ডাঙৰীয়াৰ মৃত্যুত অসমৰ প্ৰচুৰ ক্ষতি হ'ল। তেৰাৰ

মৃত্যুত 'আসাম-টাইমছ' কাকতে লিখিছিল, 'আমি বৰ শোকেৰে শিৱসাগৰত অৱসৰ লৈ থকা সহকাৰী কাৰ্যবাহী দণ্ডাধীশ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ মৃত্যুৰ বাতৰি লিখিবলগীয়াত পৰিলো। মে' মাহৰ সাতাইশ...। পূজ্যপাদ ডাঙৰীয়াৰ মৃত্যু, অসমৰ জাতীয় হানি বুলিব লাগে।'

'৯ জুনৰ 'দি ষ্টেট্ছমেন' কাকতে ডাঙৰীয়াৰ মৃত্যু সম্পৰ্কে লিখিছিল, .... 'আসামে এগৰাকী সুবিখ্যাত লোক হেৰুৱালে। তেওঁৰ মৃত্যু এক জাতীয় ক্ষতি আৰু সেই মৃত্যুত ইউৰোপীয় আৰু ভাৰতীয় মানুহ শোকাকুল হৈ পৰিছে। তেওঁ আসামৰ ৰজাসকলৰ দিনৰ সামাজিক, ৰাজনৈতিক আৰু ধৰ্মসম্বন্ধীয় সকলো বিষয়তে জীৱন্ত বুৰঞ্জী স্বৰূপ আছিল। গত বৃহস্পতিবাৰৰ দিনা তেওঁৰ শ্ৰাদ্ধ বৰ সমাৰোহেৰে সমাপিত হ'ল। মৃতকৰ প্ৰতি সন্মান দেখুৱাবৰ নিমিত্তে উপায়ুক্ত মিষ্টাৰ থনাহানে সেইদিনা এক বজাত কাছাৰী আৰু আন আন কাৰ্যালয়সমূহ বন্ধ কৰিছিল।'

কিছুসময় মৌনতা বিৰাজ কৰাৰ পাছত খগেন্দ্ৰনাথ বেজে সুধিলে, পিছে, এটা কথা নহয় শ্ৰীনাথ, কুলী চৰ্দাৰ জনাৰ্দন আৰু মানসিঙৰ কিবা বতৰা পালানে?'

'নাই ছাৰ, দুয়োজন ভাটিৰ পৰা আহিবলগীয়া ৰে'লৰ নিমিত্তে আমিনগাঁৱতে বোন্দাপাৰ দি আছে হ'ব পায়! মই কালিলৈ পুবাৰ ভাগত এবাৰ তালৈকে যাম বুলি ভাবিছো।'

খগেন্দ্ৰনাথ বেজে পুনৰ ক'লে, 'হ'ব দিয়া, ময়ো ওলাম, সিদিনাও গৈ ভালেই পালো। কাইলৈ আমাৰ বিদ্যালয়ো বন্ধ। বুজিছা শ্ৰীনাথ কালিলৈ পাতিহাঁহ এজনীকে আনিম দিয়া, মাহৰ দালিৰে সৈতে বৰ সোৱাদ, দুয়ো ডগৰি খাম দিয়া, কি কোৱা হাঁ হাঁ হাঁ।

ইফালে নৰিয়াৰ পৰা উঠা ভোলানাথ বৰুৱা বৰ দুৰ্বল হৈ আছে। সিদিনা প্ৰজ্ঞাসুন্দৰীয়ে যতনাই দিয়া কুকুৰাৰ চুপ, ভাত খাই-বৈ তেওঁ বিছনাত পৰিল। বহু সময়ৰ বিৰতিত তেওঁৰ টোপনি আহিল। সপোনত তেওঁ দেখিলে এগৰাকী পৰীৰ দৰে লাৱণ্যময়ী নাৰীয়ে যেন তেওঁৰ ওচৰত বহি গা-মূৰ পিহি আছে!

পাছদিনা তৰকাৰি কাটি থকা প্ৰজ্ঞাসুন্দৰীয়ে লক্ষ্মীনাথক সুধিলে, 'মানুহজনে বিয়া নকৰায় কিয়?

'অ' এদিন কথাটো উলিয়াম ৰ'বা।' লক্ষ্মীনাথে উত্তৰ দিলে।

# দশম অধ্যায়

পিছদিনা বাতিপুৱাতে উজান বজাৰ ঘাটত গুৰু-শিষ্যৰ মিলন হ'ল। নাৱখন কিছুদূৰ আগবঢ়াৰ পাছত শ্ৰীনাথে ক'লে,

'ছাৰ, কথা এটা ক'বলৈ পাহৰিছিলো, লক্ষ্মীনাথ গোপীকৃষ্ট লেনৰ ভেৰোণীয়া ঘৰটোত থাকোতে আমেৰিকাৰ পৰা আমাৰ মাজুজনা ককাইদেউ ডাক্তৰ গোলাপচন্দ্ৰ বেজবৰুৱা আহি কিছুদিন কলিকতাত থাকিল। পাছত এছ এছ মেকনৰেই নামৰ জাহাজ এখনত কলিকতাৰ গাৰ্ডেন বিচৰপৰা কুলীৰ তত্ত্বাৱধায়ক ডাক্তৰ স্বৰূপে পুনৰ আমেৰিকলৈ ঘূৰি গ'ল। তেখেত ওঠৰশ চৌৰানব্বৈ খ্ৰীষ্টাব্দৰ আঠাইশ মে'ৰ দিনা আহি কলিকতা পাইছিলহি।

'সেই বছৰতে ছাব্বিশ জুনত জোড়াসাঁকোৰ মাকৰ ঘৰত প্ৰজ্ঞাসুন্দৰীৰ এটি কন্যাসন্তান ওপজে। কন্যাটিৰ নাম ৰাখিলে—সুৰভি।'

'লক্ষ্মীনাথে 'ৰংগলাল লক্ষ্মীনাৰায়ণ কোম্পানী' নামৰ এটি ব্যৱসায় প্ৰতিষ্ঠান গঢ়ি তুলিলে। ইফালে জ্ঞানাদাভিৰাম বৰুৱা ওঠৰশ পচানব্বৈ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত মুংগেৰৰ পৰা উভতি আহি বায়েক স্বৰ্ণলতাৰ সৈতে ভবানীপুৰৰ ১ নম্বৰ জেলিয়াপাৰা ৰোডত আছিল। অৱশ্যে সেই সময়ত ময়ো কলিকতাতে আছিলো। লক্ষ্মীনাথ আৰু মই ভবানীপুৰলৈ গৈ দুয়োৰো খা-খবৰ ল'লো। মে' মাহৰ চৈধ্য তাৰিখে তেওঁলোক দুয়ো প্ৰখ্যাত বৈজ্ঞানিক জগদীশ বসুৰ পৰিয়ালৰ সৈতে দাৰ্জিলিঙলৈ ওলালত, আমি দুয়ো গৈ মাত দি আহিলো। সেই বছৰতে ছেপ্টেম্বৰৰ তিনি তাৰিখে জ্ঞানাদাভিৰামে পোন্ধৰ বছৰ বয়সতে বিলাতলৈ বুলি যাত্ৰা কৰিলে। তেওঁৰ ভাৰতীয় সহযাত্ৰীসকল হ'ল—যোগেন্দ্ৰনাথ পাল, সত্যেন্দ্ৰনাথ সেন, সুকুমাৰ সেন আৰু আবুল ফজল মহম্মদ। ব্ৰিটিছ ইণ্ডিয়া নেভিগেচন কোম্পানীৰ 'ডনেৰা' নামৰ জাহাজখনেৰে গৈ সাত অক্টোবৰৰ দিনা তেওঁ লণ্ডনৰ ৰয়েল এলবাৰ্ট ড'কত উঠিলগৈ। তেওঁ বিলাতৰ চেলেমচ্ ফোৰ্ডৰ (এছেক্স) কিং এডৱাৰ্ডছ স্কুলত পঢ়ি সাতানব্বৈ খ্ৰীষ্টাব্দৰ জুন মাহত 'লণ্ডন মেট্ৰিক' পৰীক্ষাত বহে। কিন্তু পাছৰ বছৰত অসুস্থতাৰ বাবে জ্ঞানাদাভিৰামে কলিকতালৈ উভতি আহিল।

'অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা'খন লক্ষ্মীনাথৰ পক্ষে কঠীয়াতলী। তেওঁ সেই সভাৰ অধিৱেশনবোৰত 'অসমীয়া ভাষা' শীৰ্ষক প্ৰবন্ধকেইটা কম দক্ষে লিখা। মই তেওঁৰ দিনলিপিবোৰ সংগ্ৰহ কৰি থৈছো।

তেওঁৰ দিনলিপিৰ কেইআষাৰমান শুনক ছাৰ —**১৮৯৫ চন, এক জানুৱাৰী (মঙ্গলবাৰ)** ঃ অসমীয়া ভাষাৰ প্ৰবন্ধ আগেয়ে লিখা আছিল। আবেলি ভালকৈ সংশোধন কৰা হ'ল।

**দুই জানুৱাৰী ঃ** পুৱা ৰমাকান্ত বৰকাকতীক দেখা কৰি 'অসম ভ্ৰমণ' ঘূৰাই দিলো, ক'লো শনিবাৰে আবেলি চাৰি বজাত বক্তৃতা দিব পাৰিম। বক্তৃতাটো ৰাতি নকল কৰিলো।

**চাৰি জানুৱাৰী ঃ** কালিৰ পৰা অসুস্থ। ঘৰতে বক্তৃতা নকল কৰি শেষ কৰিলো।

**পাঁচ জানুৱাৰী ঃ** সন্ধিয়া সময়ত অ-ভা-উ-সা সভাত বক্তৃতা দিলো। বক্তৃতা শুনি সকলোৱে আনন্দ পালে, কিন্তু মোৰ মনত যেন কিবা এটা উহ্য হৈ থাকিল! মনতে ভাবিলো আৰু এটা বক্তৃতা দিব লাগিব।

**ওঠৰ জানুৱাৰী ঃ** আবেলিৰ পৰা অসমীয়া ভাষাৰ দ্বিতীয় বক্তৃতা লিখিবলৈ আৰম্ভ কৰা হ'ল। গোটেই দিন ঘৰত থাকি বক্তৃতা লিখিলো।

**বিশ জানুৱাৰী ঃ** বক্তৃতাৰ কিছু অংশ লিখিলো।

**এঘাৰ জানুৱাৰী ঃ** আজিও বক্তৃতাৰ কিছু লিখিলো।

**দুই ফেব্ৰুৱাৰী ঃ** খোৱাৰ পাছত মই ঘৰতে দ্বিতীয় বক্তৃতাটো কিছু লিখো।

**ন ফেব্ৰুৱাৰী ঃ** গোটেই দিন ঘৰতে, বক্তৃতাৰ কিছু অংশ লিখো।

**এঘাৰ ফেব্ৰুৱাৰী ঃ** আজি বক্তৃতাৰ কিছুদূৰ লিখো। সন্ধিয়া ৰমাকান্ত বৰকাকতী আৰু শিৱৰাম শৰ্মা বৰদলৈ দেখা কৰিবলৈ আহে। তেওঁলোকৰ লগত 'জোনাকী' আৰু 'অসমীয়া ভাষা' সম্বন্ধে অনেক কথা হ'লো। মোক আৰু এটা বক্তৃতা দিবলৈ অনুৰোধ কৰিলে। মই যে লিখি থৈছো তেওঁলোকে নাজানে।

**ওঠৰ ফেব্ৰুৱাৰী ঃ** গোটেই দিন ঘৰতে। 'অসমীয়া ভাষা'ৰ কিছু লিখিলো।

**উনৈশ ফেব্ৰুৱাৰী ঃ** ইমানবোৰ বাহিৰা সাংসাৰিক কামৰ ভিতৰত সাহিত্য চৰ্চা কৰা টান। আৰু ভাষাৰ বিষয়ে খৰখেদাকৈ যেনে-তেনে লিখা নাযায়। যি হওক, ইমান দিনৰ মূৰত দ্বিতীয় বক্তৃতা লিখি শেষ কৰা হ'ল।

**একৈশ ফেব্ৰুৱাৰী ঃ** দ্বিতীয় বক্তৃতা নকল কৰি শেষ কৰিলো। বৰকাকতীৰ চিঠি অনুযায়ী মঙ্গলবাৰে বক্তৃতা দিব পাৰিম। কনকলৈ বুলি চিঠি লিখিলো।

**সাতাইশ ফেব্ৰুৱাৰী ঃ** অ-ভা-উ-সা সভাত আচৰিত ভিৰ। মিষ্টাৰ আৰ ঢেকিয়াল ফুকন সভাপতি। বক্তৃতা দিলো।

**এঘাৰ মে' ঃ** বৰকাকতীৰ যেহলৈ 'অসমীয়া ভাষা' বক্তৃতা ঘূৰাই আনিলো। শেষ

পাতটো হেৰাল।

**তেইশ মে'** ঃ অসমীয়া ভাষাৰ তৃতীয় বক্তৃতা লিখিবলৈ ঠিক কৰো।

**এঘাৰ জুন** ঃ ইমানদিনৰ মূৰত অসমীয়া ভাষাৰ তৃতীয় বক্তৃতা লিখিবলৈ আৰম্ভ কৰো।

**বাৰ জুন** ঃ বক্তৃতাটো কিছু লিখা হ'ল।

**তেৰ জুন** ঃ বক্তৃতাটো কিছুল লিখা হ'ল।

**চৈধ্য জুন** ঃ বক্তৃতাটো কিছু লিখা হ'ল।

**ওঠৰশ ছিয়ানবৈ (১৮৯৬) খ্ৰীষ্টাব্দ**

**তেইশ ফেব্ৰুৱাৰী** ঃ অসমীয়া ভাষাৰ চতুৰ্থ বক্তৃতা লিখিবলৈ আৰম্ভ কৰো।

**আঠাইশ ফেব্ৰুৱাৰী** ঃ চতুৰ্থ বক্তৃতাটো লিখা শেষ কৰো।

**উনত্ৰিশ ফেব্ৰুৱাৰী** ঃ চতুৰ্থ বক্তৃতাটো ভালকৈ নকল কৰো।

**তিনি মাৰ্চ** ঃ অ ভা উ সা সভাত চতুৰ্থ বক্তৃতা দিয়া হ'ল। সভাপতি ঘনশ্যাম বৰুৱা।

**তেইশ ছেপ্টেম্বৰ** ঃ অসমীয়া ভাষাৰ পঞ্চম বক্তৃতা লিখি ভালকৈ পঢ়ি নকল কৰি শেষ কৰো।

**ছাব্বিশ ছেপ্টেম্বৰ** ঃ অ ভা উ সা সভাত পঞ্চম বক্তৃতা দিওঁ।

মূঠৰ ওপৰত 'অসমীয়া ভাষা' বিষয়ক বক্তৃতাটো ইমান দীঘল আছিল যে, বাৰখন অধিবেশনতো (১৮৯৫-৯৬) লক্ষ্মীনাথে বক্তৃতা দি শেষ কৰিব নোৱাৰিলে। যি অৱশেষ ৰ'ল, তাৰ দুটা বক্তৃতা মধুৰামোহন বৰুৱা সম্পাদিত 'আসাম বন্তি' আৰু এডভোকেট অব আসাম'ত প্ৰকাশিত হ'ল। বাকীখিনি সময়োপযোগী কৰি লক্ষ্মীনাথে 'বাঁহী'ৰ প্ৰথম সংখ্যাত থাপি-সাঙ্কি থ'লে।

অ ভা উ সা সভাই অকল কলিকতাতে নহয় অসমৰ প্ৰায় সকলো ঠাইতে শাখা খুলিলে। নতুন নিয়মমতে জিলা, মহকুমা আদিত অন্ততঃ দহজনতকৈ বেছি সদস্য থাকিলে, তাত একোখন শাখা সভা থাকিব পাৰে। ইতিমধ্যে কহিমা, তেজপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, গোলাঘাট, যোৰহাট, নগাঁও, গোৱালপাৰা, বৰপেটা আৰু গুৱাহাটীত সভাৰ শাখা স্থাপিত হ'ল।

ইফালে কলিকতাত থকা নগাঁৱৰ ৰত্নধৰ বৰুৱা, যোৰহাটৰ ৰমাকান্ত বৰকাকতী, শিৱসাগৰ গুজানন বৰুৱা আৰু গোলাঘাটৰ ঘনশ্যাম বৰুৱাই শেক্সপীয়েৰৰ কমেডি অব এৰৰছ' নামৰ লঘু পৰিস্থিতিমূলক নাটকখন 'ভ্ৰমৰংগ' নাম দি অনুবাদ কৰি লক্ষ্মীনাথক চাবলৈ দিয়ে। লক্ষ্মীনাথে নাটকখনত কলিমনৰ বচনবোৰ নতুনকৈ লিখি, সেই বচন

পোনেই ৰত্নধৰ বৰুৱাক কলিমনৰ ভাও দিয়াই কোৱাই চালে। কলিকতাৰ ২ নম্বৰ ভৱানীচৰণ দত্ত লেনৰ মেচত 'ভ্ৰমৰংগ' নাটকৰ অভিনয়ো হ'ল। লক্ষ্মীনাথে মায়াপুৰৰ নিৰঞ্জন, ৰজনীকান্ত বৰদলৈয়ে সোণাৰি আৰু কনকলাল বৰুৱাই-মালতী আদি ভাও ল'লে। অভিনয়ৰ মাজতে আৱশ্যক অনুসৰি প্ৰত্যুৎপন্নমতিৰে লক্ষ্মীনাথে 'হেৰ ছাই খুঁচৰি থকা সোণাৰি' বুলি ৰজনীকান্ত বৰদলৈক প্ৰয়োগ কৰিছিল।

ওঠৰশ ছিয়ানব্বৈ খ্ৰীষ্টাব্দৰ আৰম্ভণিতে লক্ষ্মীনাথ পৰিয়ালসহ গোপীকৃষ্ণ লেনৰ পৰা ১২৭ নং বলৰাম দত্ত লেনৰ ঘৰ এটালৈ আহিল। ঘৰটো যথেষ্ট আহল-বহল। সেই সময়তে লক্ষ্মীনাথে সৰু টংগা এখন আৰু ঘোঁৰা এটা কিনি ল'লে। তেওঁ প্ৰথমদিনা ঘোঁৰা-গাড়ীত উঠি যাওঁতে কচোৱানটোৱে মূৰত ডাঙৰ পাগুৰি মাৰি, পাগুৰিটোৰ সন্মুখত গাড়ীৰ গৰাকীৰ নাম থকা পিতলৰ বৰ বৰ আখৰ লগাই দীঘল চাপকন-চোলা আৰু ঠেঙা পিন্ধি হাতত চাবুক লৈ ঘোঁৰা চলাইছিল ; আৰু চহিচটোৱে গাড়ীৰ পিছফালে হাকোটাৰে ধৰি থিয় হৈ, মালিকৰ নাম লিখা পিতলৰ বৰ বৰ আখৰ লগাই দীঘল চাপকন-চোলা আৰু ঠেঙা পিন্ধি হাতত চাবুক লৈ ঘোঁৰা চলাইছিল ; আৰু চহিচটোৱে গাড়ীৰ পিছফালে হাকোটাৰে ধৰি থিয় হৈ, মালিকৰ নাম লিখা পিতলৰ বৰ বৰ আখৰ পাগুৰিত লগাই, গাত কোট, কঁকালত ছালৰ কমৰবন্ধ মাৰি, তলডোখৰত খঁৰা পটলুং আৰু আঁঠুৰ তলৰ পৰা সৰু-গাঁঠিলৈকে কাপোৰৰ পৰি বান্ধি 'হেয়, ঐ চগৰৱালা, তফাৎ যাওঁ' বুলি কলিকতাৰ বাটত ৰিঙিয়াই যায়। তেতিয়া লক্ষ্মীনাথৰ নিজকে বৰমানুহ যেন বোধ হয়। এবাৰ লগত মহো যাওঁতে লক্ষ্মীনাথে কৈছিল—'ইচ্ চিনাকি মানুহ লগ নাপাওঁ কিয়'!

'লক্ষ্মীনাথৰ দৈনন্দিন জীৱনটো ইমান ব্যস্ততাপূৰ্ণ যে—কেনেকৈ তেওঁ সাহিত্য চৰ্চাৰ আহৰি পায় মই বুজি নাপাওঁ। অৱশ্যে এইক্ষেত্ৰত প্ৰজ্ঞাসুন্দৰীৰ অনুপ্ৰেৰণা আৰু ত্যাগৰ কথা স্বীকাৰ কৰিবই লাগিব। ঘৰত চাহ, ভাত, গান, বাজনা, ছবি আঁকা সকলোবোৰ ৰজনজনাই ৰাখিও, অহৰহ এটা সৃষ্টিৰ পৰিবেশ বজায় ৰাখে। 'অন্নচিন্তা চমৎকাৰা'—যিগৰাকী লোকে পুৱাৰ পৰা গধূলিলৈকে অন্ন-বস্ত্ৰৰ চিন্তা কৰিব লাগে, নিৰস কাঠৰ কাৰবাৰত আত্মনিয়োগ কৰিব লাগে, বিদেশত নিজৰ সম্ভ্ৰম বজাই ৰাখি চলিব লাগে, সেইজনৰ সাহিত্য চৰ্চাৰ সুযোগ-সুবিধাৰ কথা সহজে অনুমেয়। তথাপি তেওঁৰ দিনলিপিৰ কেইখিলামান পাত চালে আচৰিত হ'ব লাগিব—'

**ওঠৰশ পচানব্বৈ (১৮৯৫) খ্ৰীষ্টাব্দ**

**বিশ মাৰ্চ : পুৱা 'ভদৰী' গল্পৰ কিছু লিখো।**

**তেইশ মাৰ্চ : 'ভদৰী' গল্পটো শেষ কৰো।**

**বোল্ল মে' : 'স্বৰ্গাৰোহণ' লিখো।**

**সোতৰ মে' : 'স্বৰ্গাৰোহণ' লিখি শেষ কৰি সংশোধন কৰো।**

চব্বিশ জুলাই : 'কল্যাণৰ পাৰত' গল্পটো লিখো।

সাত আগষ্ট : 'ভেমপুৰীয়া মৌজাদাৰ' গল্পটো লিখো।

ওঠৰশ চিয়ানৱৈ খ্ৰীষ্টাব্দ

তেৰ জানুৱাৰী : 'শিৱসাগৰ' গল্পটো লিখো।

চৈধ্য জানুৱাৰী : 'শিৱসাগৰ' গল্পটো বেচ সৰু-সুৱা এখন উপন্যাস হ'ব। 'জোনাকী'ত ছপাবলৈ পঠালো।

ন নবেম্বৰ : 'মিলাৰামৰ' তৃতীয় অধ্যায় পঢ়ি শেষ কৰিলো।

ওঠৰশ সাতানৱৈ খ্ৰীষ্টাব্দ

সাতাইশ মাৰ্চ : 'চোৰ' গল্পৰ কিছু লিখো।

'সেই বছৰৰে বাৰ জুনত সংঘটিত বৰভূঁইকঁপৰ প্ৰলয়ংকৰী ৰূপৰ আভাস এটা লক্ষ্মীনাথে তেওঁৰ দিনপঞ্জীত লিখি থৈছে। সেই সময়ত জ্ঞানদাভিৰাম বৰুৱা বিলাতৰ পৰা আহি লক্ষ্মীনাথৰ ঘৰতে আছিল। পাছত স্বৰ্গই দুয়োজনী জীয়াৰীৰে সৈতে বেণ্টিঙক লেনত চাৰি-পাঁচ মাহমান থাকি ২৫০ নম্বৰ গ্ৰেণ্ডট্ৰাংক ৰোডৰ ঘৰ এটাত জ্ঞানদাভিৰামৰ স'তে থাকিল।'

'সময়বোৰ এনে ব্যস্ততাপূৰ্ণভাৱেই উকলি গ'ল।

সিফালে ওঠৰশ নিৰানৱৈ খ্ৰীষ্টাব্দৰ চৈধ্য ফেব্ৰুৱাৰীৰ দিনা বিয়লিপৰত লক্ষ্মীনাথে প্ৰজ্ঞাসুন্দৰীৰ সৈতে গৈ ক্ষীৰোদ ৰায়চৌধুৰীৰ লগত স্বৰ্ণলতাৰ বিবাহৰ দিহা কৰি থৈ আহিল। পাছদিনাই হুগলী মহাবিদ্যালয়ৰ অধ্যক্ষ ৰায়চৌধুৰীৰ সৈতে স্বৰ্ণলতাৰ পুনৰবাৰ বিবাহ হ'ল। উপাসনাৰ পাছত ৰেজেষ্ট্ৰীও হ'ল। ৰেজেষ্ট্ৰীত লক্ষ্মীনাথো এগৰাকী সাক্ষী। বিয়াৰ পাছত শিয়ালদহ ষ্টেচনৰ ওচৰতে হেৰিচন ৰোডৰ ক্ষীৰোদ বাবুৱে জ্ঞানৰ নিমিত্তে জ্ঞানৰ ধনেৰে এটা পকীঘৰ সজায়। তাতে ক্ষীৰোদ বাবু আৰু স্বৰ্ণলতাও কিছুদিন থাকিল। ইতিমধ্যে ক্ষীৰোদ বাবুয়ে উৰিষ্যাৰ কটক চহৰৰ ৰেভেন্সা মহাবিদ্যালয়ৰ অধ্যক্ষ পদ পাই স্বৰ্ণলতাক কলিকতাতে থৈ গুচি গ'ল। কিন্তু, হঠাতে এদিন হেৰিছন ৰোডৰ ঘৰটোৰ তলত এন্দুৰ মৰা দেখি, স্বৰ্ণৰ ভাত ৰন্ধা বামুণজনকে ৰখীয়া কৰি থৈ আটাইকেইটাকে প্ৰজ্ঞাসুন্দৰীয়ে নিজ গৃহত নি ৰাখিলে। পাছত কন্যা দুটিৰে সৈতে স্বৰ্ণলতাক কটকত থকা ক্ষীৰোদ বাবুৰ তালৈ পঠিয়াই দিলে।'

'সেই সময়তে লক্ষ্মীনাথে 'কলিকতা মিছেলেনিয়াছ ষ্ট্ৰোৰ্ছ'ৰ পাতনি মেলিলে।'

অহৰহ কথা পাতি আহি থাকোতে নাৱৰীয়াই নাওখন আনি আমিনগাঁৱৰ ঘাট পালেহি। দুয়ো ভত্তাতেৰাকৈ ৰে'ল ষ্টেচন পালেহি। ষ্টেচনত ইফালে-সিফালে খা-খবৰ লৈ গম পোৱা গ'ল—কুলী চৰ্দাৰ জনাৰ্দন সিঙে কুলী আনিবলৈ উৰিষ্যা, মধ্যপ্ৰদেশ

পাইছেগৈ, দুই-এদিনতে আহি পোৱাৰ কথা। অৱশ্যে মান সিং বোলাজনে বোন্দাপৰ দি আমিনগাঁৱতে আছে। তাৰ ভায়েকৰ পাণদোকান এখন আছে, ষ্টেচন প্ৰাংগণত, মান সিং হেনো তাতেই থাকে।

দুয়োজন গৈ মান সিঙক লগ ধৰি গম পালে, ইতিমধ্যে জনাৰ্দন সিঙে এশ কুলী লৈ হেনো অসমলৈ উভতিছে। কাইলৈকে আহি পোৱাৰ কথা। শ্ৰীনাথৰ মনত ক্ষণিক হ'লেও ৰং লাগিল কুলীবোৰ আহি পালে অন্ততঃ সোনকালে শিৱসাগৰলৈ যাব পাৰিব। লৰালৰিকৈ দুয়ো আহি ঘাট পালেহি। ঘাটত পোহাৰী এজনীয়ে মাছকেইটামান লৈ বহি আছিল। শ্ৰীনাথে হালধীয়া বৰণ হৈ পৰা বৰালী মাছ এটা লৈ ক'লে, 'ছাৰ, কেনে হ'ব?'

হাঁহি এটা মাৰি খগেন্দ্ৰ মাষ্টৰে ক'লে, 'এহ ; কৈছাহে নে আৰু, আমাৰ বাৰীৰ পিছৰ মিঠা ঔবোৰ পকিব লাগিছে। বুঢ়া বৰালীয়ে মিঠা ঔৱে বঢ়িয়া হ'ব, বুজিছা। তেনেহ'লে মাটি মাহৰ দালি আৰু পাতি হাঁহৰ আঞ্জাৰ সোৱাদ যেন পাওঁ, নে কি কোৱা?'

'ঠিক আছে ছাৰ, পিছে আপোনাৰ সৈতে আৰু কিছুদিন থাকিলে ঘৰত ৰন্ধা জোল জিভাত নালাগিব যেন পাওঁ।'

'এহ শ্ৰীনাথ কিনো ক'ম তোমাক, বোলো কথাতে কয় নহয়—'খাবলৈ নোপোৱাৰ পেট ডাঙৰ, পিন্ধিবলৈ নোহোৱাৰ কঁকাল ডাঙৰ'। তথাপিও তোমাক এবাৰ আমাৰ গাঁৱৰ ঘৰলৈকে নিম ৰ'বা। অন্ততঃ লক্ষ্মীনাথ জন্ম হোৱা নৈ কাষৰীয়া ঠাইখনতো দেখুৱাব পাৰিম।'

# একাদশ অধ্যায়

আমিনগাঁও ঘাটৰ পৰা নৈৰ পাৰে পাৰে নাওখন উজাই আহিবলৈ ধৰিলে। ঘোঁৰাজান পাৰ হৈয়ে দিহিং সত্ৰৰ নামঘৰৰ মণিকূটটো চকুত পৰিল। তাৰপাছতে অশ্বক্ৰান্ত দেৱালয়। দেৱালয়ৰ কাষৰ প্ৰকাণ্ড শিলচটা আৰু আঁৰ-পৰ্বতৰ মাজেৰে নাওখনে গতি কৰাত শ্ৰীনাথে আৰম্ভ কৰিলে, 'কলিকতাৰ কালীকৃষ্ণ প্ৰামাণিকৰ কেলেডনীয়া ডকৰ সহকাৰী প্ৰবন্ধক অতুলকৃষ্ণ ঘোষ বাবুৰে সৈতে লক্ষ্মীনাথৰ বৰ বন্ধুত্ব হৈছিল। এদিন গধূলি ভোলানাথ বৰুৱাৰ লগত লক্ষ্মীনাথে জীয়েক সুৰভিক লৈ হাওৰাত থকা অতুল কৃষ্ণ বাবুৰ ঘৰলৈ গ'ল। হাওৰাৰ কেলেডনীয়া ডকৰ ওচৰতে তেওঁৰ ঘৰ। ভোলানাথ বৰুৱাক সুৰভিয়ে ক'লে, 'দেখ হাওৰাৰ জেঠা, হাওৰাটা আমাৰ ভাল লাগে। কলকাতা আৰ ভাল লাগছে না। তোমাৰ বাড়ীৰ কাছেই আমাদেৰ জন্য একটা বাড়ী কিনে নাও, আমৰা হাওৰায় চলে আসব।'

অতুল কৃষ্ণ বাবুৱে তাইৰ গাত হাত ফুৰাই মৰম কৰি ক'লে :

—'মা, আমি নিশ্চয় বলছি, আমাৰ বাড়ীৰ কাছেই একটা বাড়ী ঠিক কৰে দিব, দিন সাতেকেৰ মধ্যেই।'

বাটত আহোঁতে ভোলানাথে সুৰভিক সুধিলে, 'হঠাতে তেনেকৈ ক'বলৈ তোমাৰ মনত কেনেকৈনো ভাব হ'ল, আইজনী?'

সুৰভিয়ে একো উত্তৰ নিদি মিচিক্‌কৈ হাঁহিলে।

'অতুল কৃষ্ণ ঘোষ হাওৰাৰ এজন প্ৰতিপত্তিশালী আৰু জনপ্ৰিয় লোক। ইউৰোপীয় আৰু ভাৰতীয়সকলে তেওঁক শ্ৰদ্ধা কৰে। সঁচাকৈয়ে সাতদিনৰ ভিতৰতে তেওঁ ৩৭ নং ডবছন্ ৰোডত ঘৰ এটা ঠিক কৰিলে। প্ৰায় আঢ়ৈ একৰ মাটিত ডাঙৰ টোলেৰে সৈতে এক মহলীয়া ঘৰটো দেখি লক্ষ্মীনাথৰ মন চাল খালে। সেই ঘৰটো আছিল—মিছেছ ডিক্সন্ নামৰ এগৰাকী মহিলাৰ। শতিকাটোৰ প্ৰথম মাহতে বাৰ হেজাৰ টকাত ঘৰটো কিনি লোৱা হ'ল—ভোলানাথ বৰুৱাৰ নামত। কাৰণ বি বৰুৱা লক্ষ্মীনাথৰ বৰ ভাই। এনে ভাবেই লক্ষ্মীনাথৰ গোটেইটো মন তেতিয়া লোণত আচাৰৰ গোট টেঙাটো খৰাই খোৱাদি থৈছিল।'

'ঘৰটো কিনি লক্ষ্মীনাথে সোনকালে প্ৰয়োজনীয় মেৰামত কৰাই, চুণৰ কাম কৰাই ৰঙ দিয়াই চমৎকাৰ কৰি পেলালে। সেই বছৰৰ পাঁচ মাৰ্চৰ দিনা তাত আদি ব্ৰাহ্ম সমাজৰ আচাৰ্য পণ্ডিত হেমচন্দ্ৰ বিদ্যাৰত্নৰ হতুৱাই উপাসনা কৰাই বন্ধু-বান্ধৱক নিমন্ত্ৰণ কৰি গৃহ-প্ৰৱেশ কৰিলে। চৌহদৰ চাৰিওফালে ইটাৰ বেৰ, চাকৰ-নাকৰৰ ঘৰ, ঘোঁৰা-গাড়ীৰ ঘৰ, বহল বাট-পথ, কটক (গেট) আদিৰ ব্যৱস্থা কৰা হ'ল। মাত্ৰ তিনি

মাহমানৰ ভিতৰতে সেইটো ৰম্যপুৰী যেন লগা হৈ পৰিল। সৰু পুখুৰী এটা পোতাই ল'ন টেনিছ্ গ্ৰাউণ্ড এখনো সাজিলে। দুয়োকাষে বহি জিৰণি ল'বলৈ বগা মাৰ্বল শিলৰ বেঞ্চ পতালে। ফুল আৰু ফলৰ বাগিচা কৰি জকমকীয়া কৰা হ'ল।'

'এবছৰৰ পাছতে ঘৰটো দুমহলীয়াও কৰিলে। সমুখৰ মুকলি ঠাইত আৰু এটা পকীঘৰ সাজি তাতে বিলিয়াৰ্ড টেবুল থৈ বিলিয়াৰ্ড খেলাৰো দিহা কৰা হ'ল। লক্ষ্মীনাথে সদায়ে ইণ্ডিয়া ক্লাবত বিলিয়াৰ্ড খেলে। বন্ধু-বান্ধৱৰ সৈতে নিজ গৃহতে হেঁপাহ পলুৱাই খেলাৰ নিমিত্তে অতুল কৃষ্ণ বাবুৰ পৰামৰ্শ অনুসৰি বিলিয়াৰ্ড খেলৰ ঘৰটোও সজাই লৈছিল। কিন্তু, সেই ঘৰত আৰু বিলিয়াৰ্ড টেবুল নুঠিল। বাৰ হাজাৰ টকা মূল্যৰ ঘৰটো প্ৰায় লাখ টকা মূল্যৰ সম্পত্তি হৈ পৰিল। লক্ষ্মীনাথে ৰ'দ-বতাহ মূৰত লৈ দিনে-নিশাই পৰিশ্ৰম কৰি সেই কাৰ্য ৰং মনেৰে সমাপন কৰি তুলিলে।'

'বাঃ বঢ়িয়া কথা!' মাষ্টৰে ক'লে।

'সেই বছৰৰে মাৰ্চ মাহত জ্ঞানদাভিৰাম বৰুৱাই দ্বিতীয় বাৰৰ বাবে বিলাতলৈ যাত্ৰা কৰে। তেওঁ 'কেলিডোনিয়া' নামৰ জাহাজেৰে বিলাতলৈ গৈ 'গ্ৰেজ ইন'ত বেৰিষ্টাৰী পঢ়িলে। তেওঁৰ অনুৰোধমৰ্মে দহ অক্টোবৰত লক্ষ্মীনাথে তেওঁলৈ ছকুৰি টকা (আশী পাউণ্ড) মনিঅৰ্ডাৰ কৰি পঠিয়ালে। পাছৰ বছৰ নৱেম্বৰ মাহত গুৱাহাটীৰ পৰা যোৱা তৰুণৰাম ফুকনক আগবঢ়াই আনিবলৈ জ্ঞানদাভিৰাম 'গ্ৰেজ ইন'ৰ পৰা চিয়াৰিং ক্ৰছ ষ্টেচনলৈ গ'ল।'

'সেই বছৰৰ সোতৰ নৱেম্বৰত জোড়াসাঁকোৰ শহুৰেকৰ ঘৰত লক্ষ্মীনাথৰ দ্বিতীয়গৰাকী কন্যা অৰুণাৰ জন্ম হয়। সুৰভি তেতিয়া আইতাকৰ লগতে আছিল। অৰুণাৰ জন্মৰ পিছদিনা পুৱা লক্ষ্মীনাথক দেখি সুৰভি লৰৰি আহি ক'লে, 'চোৱাচোন দেউতা, সকলোৱে মোৰ ভণ্টিজনীক ক'লা বুলিছে। তুমি চাই যোৱাহিচোন, তাই দেখোন ক'লা নহয় ; মাথোন মোতকৈ অলপমান কম বগা। তাকে লৈ মই সকলোৰে সৈতে কাজিয়া কৰি আছো, জানা।'

লক্ষ্মীনাথে জীয়েকৰ গালত হাত ফুৰাই মৰম পতিয়াই ক'লে, 'মই চামগৈ এতিয়াই। আই, তুমি বেজাৰ নাপাবা, তোমাৰ ভনীয়েৰা কেতিয়াও ক'লা হ'ব নোৱাৰে!'

সুৰভিৰ বয়স তেতিয়া পাঁচ বছৰ পূৰ হৈছিলহে। কিন্তু, তিনি-চাৰি বছৰ বয়সতে ইংৰাজী-নাৰ্ছাৰী ৰাইমচৰ বৰ বৰ কিতাপ তাই মুখস্থ কৰিব পাৰিছিল। তাইৰ কথা-বাৰ্তাও মিঠা আৰু বয়সীয়া মানুহৰ দৰে সংযত আছিল। ভয় মনত নাছিলেই!

চাহাব হিচাপে চলা-ফুৰা কৰা লক্ষ্মীনাথে সুৰভিৰ বাবে হিন্দুস্থানী আয়া ৰাখি হিন্দী আৰু ইংৰাজী ভাষা শিকাইছিল। অসমীয়া আৰু বাংলা ভাষা সুৰভিয়ে ক'ব পাৰিছিল যদিও লিখিবলৈ শিকা নাছিল আৰু যথেষ্ট বাংলা ভাষাতে কথা-বতৰা পাতিছিল। কিন্তু বিধিৰ নিঠুৰ বিধানত তেনেজনী অপৰাজিতা ছোৱালীৰ ডিপ্‌থেৰিয়া ৰোগত পৰি সেই বছৰৰে শেষৰ মাহটোৰ চতুৰ্থ দিনা মৃত্যু হ'ল।

সুৰভিক যমৰ বুকুত দি হিয়া ভাগি টুকুৰা-টুকুৰ হৈ পৰা পিতৃ-মাতৃয়ে অৰুণাক লৈ জোড়াসাঁকোৰ পৰা হাওৰাৰ গৃহলৈ উভতি আহিল।'

বুজিছা শ্ৰীনাথ, 'এই পৰিবৰ্তনশীল জগতত কোনো বস্তুৱেই সদায় উগ্ৰ হৈ নাথাকে। ইংৰাজী ভাষাত এবাৰ কথা আছে—'টাইম ইজ এ গ্ৰেট হিলাৰ।' গীতাৰ দ্বিতীয় অধ্যায়ৰ অষ্টাবিংশ শ্লোকটোত কৈছে—

*'অব্যক্তাদীনি ভূতানি ব্যক্তমধ্যানি ভাৰত।*
*অব্যক্তনিধনান্যেৰ তত্ৰ কা পৰিদেৱনা।।'*
*অৰ্থাৎ,*
*প্ৰাণীবোৰ আদিতে অব্যক্ত ;*
*মাথোন মাজতে ব্যক্ত অৰ্থাৎ প্ৰকাশিত ;*
*আৰু মৰি গ'লেও আকৌ অব্যক্ত হয়।*
*এতেকে তাৰ নিমিত্তে শোক কিয়?*

চিভিলিয়ান সত্যেন্দ্ৰনাথ ঠাকুৰৰ বিদূষী কন্যা ইন্দিৰাই কণমানি সুৰভিৰ মৃত্যুত এটি কবিতা লিখি বেজবৰুৱা দম্পতীক অৰ্পণ কৰিলে—

*'সুৰভি ছিল তোমাৰ নাম,*
*তাই বুঝি ফুলেৰ মতন*
*সৌৰভ কৰিয়া বিতৰণ*
*দুদিনে ত্যজিলে মৰ্ত্যধাম।*
*সে সৌৰভ চিৰদিন বাত*
*বহিল মোদেৰ এই ঘৰে,*
*তুমি থাক দেৱতাৰ তৰে*
*অমল অমল পাৰিজাত।'*

# দ্বাদশ অধ্যায়

শ্ৰীনাথে কৈ গ'ল, 'উনৈশ শ এক খ্ৰীষ্টাব্দত প্ৰকাশ পালে লক্ষ্মীনাথৰ প্ৰথম কিতাপ 'লিতিকাই'। প্ৰেছৰ পৰা অনা প্ৰথম কপিটো প্ৰজ্ঞাসুন্দৰীৰ হাতত তুলি দি লক্ষ্মীনাথে ঈশ্বৰৰ নাম ল'লে।'

'ইফালে গুৱাহাটীৰ মাণিকচন্দ্ৰ বৰুৱাৰ 'বৰুৱা-ফুকন টিম্বাৰ কোম্পানী' পতন হোৱাৰ পাছত ভোলানাথ বৰুৱাই কাঠৰ ব্যৱসায় কৰা খবৰটো কণাকণি হৈ অসমত ওলাল। সেই কোম্পানীত ভোলানাথ বৰুৱা যদিও দেখাদেখিকৈ অংশীদাৰ নাছিল, তথাপি তেওঁৰ পাছত ধন-বিত হোৱা নিমিত্তে তেওঁক হেঁচা দিলে কোম্পানীৰ পাওনাদাৰসকলৰ টকা-পইচা কিছু ওলাব বুলি ঠাৱৰ কৰি ভোলানাথকো সাঙুৰি ডিগ্ৰী কৰালে। স্কেলেন্ নামৰ এংলো-ইণ্ডিয়ান এজনে আকৌ পাওনাদাৰসকলৰ পৰা মাজতে কিছু টকা ঘটিবৰ মন কৰি এই বিষয়ত বিশেষ তৎপৰ হৈ উঠিল। তেওঁ কলিকতাৰ পৰা গুৱাহাটীলৈ গৈ সংবাদদাতা স্বৰূপে ষ্টেটচ্‌মেন কাকতত এটা বাতৰি উলিয়ালে, তাতে মাণিকচন্দ্ৰ বৰুৱাৰ দেনাৰ হিচাপ দি, ভোলানাথ বৰুৱাৰ নামটোও উল্লেখ কৰি দিলে। গোটেই অসমত ৰাষ্ট্ৰ হৈ গ'ল যে, ভোলানাথ বৰুৱাই 'বৰুৱা-ফুকন টিম্বাৰ কোম্পানী'ৰ টকা লৈ আহি, সেই কোম্পানীক ফেল কৰোৱাই নিজে কলিকতাত ব্যৱসায় কৰিছেগৈ!'

খগেন্দ্ৰ মাষ্টৰে হাঁহি হাঁহি ক'লে, 'তাকে কয়—'উলুৰ লগত বগৰী পোৰা। বাৰু শ্ৰীনাথ, কৈ যোৱা বাকীছোৱা।'

'উপায়বিহীন হৈ ভোলানাথে অভিযোগটো অস্বীকাৰ কৰি লক্ষ্মীনাথক সকলো কথা ব্যক্ত কৰাত তেওঁলোকৰ 'বি বৰুৱা এণ্ড কোম্পানী'ৰ পৰা কিছু ধন মাণিকচন্দ্ৰ বৰুৱাক দিয়া হ'ল। লক্ষ্মীনাথে সকলো সময়তে ভোলানাথ বৰুৱাৰ সন্মান ৰক্ষা কৰাটো প্ৰথম আৰু প্ৰধান কাম বুলি গণ্য কৰে। সেই সময়ত ভোলানাথ বৰুৱা বেংগল-নাগপুৰ লাইনৰ পৰা মাজে-সময়েহে কলিকতালৈ আহে। কলিকতাৰ সকলোবোৰ কাম চোৱা-চিতাৰ ভাৰ আছিল লক্ষ্মীনাথৰ ওপৰত। অৱশ্যে কাৰ্যক্ষেত্ৰৰ পৰা কলিকতালৈ মাজে-সময়ে আহি ভোলানাথে একপ্ৰকাৰ লক্ষ্মীনাথৰ পৰা আঁৰত থাকি সকলোবোৰ প্ৰত্যক্ষ কৰে। ব্যৱসায়ৰ সকলো টকা-পইচা লক্ষ্মীনাথৰ নামতে বেংকত থোৱা হয়। সেই বেংকবোৰ হ'ল—ক্ৰেডিট্ ডে লিঅ'নিচে, নেচনেল বেংক, কেলকাতা বেংক, হিন্দুস্থান বেংক, হংকং এণ্ড চাংহাই বেংকিং ক'ৰপৰেচন ইত্যাদি।'

'বাঃ, ভোলানাথ বৰুৱাৰ কি পৰিকল্পনা! খগেন্দ্ৰ মাষ্টৰে ক'লে।

'ব্যৱসায়ৰ প্ৰথমডোখৰত ভোলানাথ বৰুৱাই অসমৰ পৰা অহা, তেওঁৰ সম্পৰ্ক থকা নথকা কোনো মানুহৰে সৈতে দেখা নকৰে। আনকি তেওঁৰ ককায়েক হেমকান্ত বৰুৱা নগাঁৱৰ পৰা দুবাৰো আহি লক্ষ্মীনাথহঁতে থকা বলৰাম দে ষ্ট্ৰীটৰ ঘৰত উঠে যদিও ভায়েক ভোলানাথে তেওঁক দেখা নিদি লক্ষ্মীনাথৰ হতুৱাই কলিকতাৰ কালীঘাটত থকাৰ ব্যৱস্থা কৰোৱাই অলপ ধন-বিত দিয়াই ওভোতাই পঠিয়াইছিল। হেমকান্তৰ পুতেকসকল অৰ্থাৎ ভোলানাথৰ নিজা ভতিজাসকলৰ প্ৰতিও তেওঁ কলিকতাত তেনে আচৰণকে কৰে। ফলত তেলৈঁলোকৰ বংশৰ লোকে ভাবে—ধূৰ্তং লক্ষ্মীনাথৰ কু-পৰামৰ্শ শুনিহে ভোলানাথে কুটুমক তেনে ব্যৱহাৰ কৰে। পিছে লক্ষ্মীনাথে তেনেদৰে চলিবলগীয়া হোৱা বাবে আহুকাল আৰু অস্বস্তিহে অনুভৱ কৰে। অসমৰ পৰা কলিকতালৈ অহা প্ৰায় সকলোবোৰ মানুহৰ প্ৰতি ঘাইকৈ গুৱাহাটীৰ আলহীৰ প্ৰতি তেওঁৰ আচৰণ তেনেকুৱাই। ব্যতিক্ৰম মাথোঁ ভাগিনীয়েক হৰনাৰায়ণ বৰা আৰু আন দুই-এজনৰ বেলিকা। লক্ষ্মীনাথে তাৰ কাৰণবোৰ নিজে নিজে বিশ্লেষণ কৰি গুণা-গঁথা কৰিলেও মনতে ভাবে তেওঁৰ প্ৰতি থকা প্ৰগাঢ় ভাতৃস্নেহৰ প্ৰেৰণাতে নিশ্চয় ভোলানাথে বংশ-কুটুমৰ মানুহকো বিসৰ্জন দিছে!'

ইমানপৰে মৌন হৈ কথাখিনি শুনি থকা খগেন্দ্ৰনাথ মাষ্টৰে মাত দিলে, 'বুজিছা শ্ৰীনাথ, তুমি যিয়েই নোকোৱা, আমাৰ ভাষাত এষাৰ কথা আছে, 'তেজ ধুলে উটে, মঙহ ধুলে নুটে'। বাৰু কৈ যোৱাচোন বাকীছোৱা।'

'বি এন আৰ লাইনত কৰা কাঠৰ ব্যৱসায় কেইমাহমানহে বিপুলভাৱে বিস্তৃতি লভিলে। লক্ষ্মীনাথে প্ৰতি সপ্তাহতে বিভিন্ন ক্ষেত্ৰলৈ সপ্তাহত কলিকতাৰ পৰা দহ-পোন্ধৰ হাজাৰৰ পৰা ত্ৰিশ-পয়ত্ৰিশ হাজাৰ পৰ্যন্ত ধন পঠিয়াবলগীয়া হয়। সাধাৰণতে কেৰাণী বা বিশ্বাসী চাপ্ৰাচীয়ে সেই ধন সৰবৰাহ কৰে যদিও সৰহ ধনৰ আৱশ্যক হ'লে লক্ষ্মীনাথে নিজেই লৈ যায়। জংঘলৰ কামবোৰ গৱৰ্ণমেণ্টৰ কাৰেন্সী নোটেৰে নচলে। নোটবোৰ ভঙাই গোটা টকা, আধলি, সিকি আৰু এক অনা, দুই অনা কৰি নপঠিয়ালে কাম অচল হৈ পৰে। কাৰণ অশিক্ষিত কৰতীয়া, গাৰোৱান আৰু কুলীবোৰে নোটৰ মূল্য নুবুজে।'

'হয়। সেই প্ৰথা আমাৰ অসমতো প্ৰযোজ্য—' খগেন্দ্ৰ মাষ্টৰে দোহাৰিলে।

'এবাৰ কুৰি হাজাৰ টকা লৈ যাওঁতে টোপনিৰ জালত ঝাড়চোগোড়া ষ্টেচনত নামি নগৈ লক্ষ্মীনাথ ৰায়গড় ষ্টেচন পালেগৈ। নিশা একমান বজাত যেতিয়া ঝাৰচোগোড়া ষ্টেচনত ৰে'ল এবাৰ সময়ত বজা দীঘলীয়া হুইচেলৰ শব্দত তেওঁৰ টোপনি ভাঙিল! সিফালে এপেৰা ধন! সেৰাটো টকাৰ ভৰত ইমান গধুৰ হৈ পৰিছিল

যে, এজন মানুহে লৰাবকে নোৱাৰে। লক্ষ্মীনাথে নিৰুপায় হৈ ভাবি-গুণি থাকোতে ৰে'লগাড়ী চেকুৰি গৈ পিছৰটো ষ্টেচন ৰায়গড় পালে। ঝৰচোগোড়াৰ পৰা ৰায়গড়লৈ দুঘণ্টাৰ বাট। তাতে আকৌ পাঁচ মিনিটৰ বেছি গাড়ীখনো নাৰাখে। ইফালে ৰাতি তিনি বজাত ক'তনো কুলী পোৱা যাব, উপায়বিহীন হৈ লক্ষ্মীনাথে নিজেই পেৰাটো টানি-আঁজুৰি চোঁচৰাই নি কোনোমতে প্লেটফৰ্মত পেলাই দি নামি আহিল। ষ্টেচন্-মাষ্টৰগৰাকী এজন বাঙালী ভদ্ৰলোক। লক্ষ্মীনাথৰ বিড়ম্বনাৰ কথা শুনি, তেওঁ আশ্বাস দি ক'লে যে, 'এঘণ্টামানৰ পাছতে মালগাড়ী এখন ঝৰচোগোড়ালৈ উভতি যোৱাৰ সময়ত ফিৰিংগী গাৰ্ডজনক কৈ তাতে তেওঁক পঠিয়াই দিব ; আৰু কুলী এজনক মাতি পেৰাটোও মালগাড়ীতে তোলাই দিব। সেইমতেই কাম হ'ল। পাছদিনা পুৱা আঠমান বজাতহে লক্ষ্মীনাথ ঝৰচোগোড়া ষ্টেচন গৈ পালে।'

শ্ৰীনাথে দীঘলীয়া উশাহ এটি টানি কৈ গ'ল—

'এনেধৰণৰ ব্যক্তিগত সুখ-দুখৰ মাজতে বি বৰুৱা এণ্ড কোম্পানীৰ ব্যৱসায়ৰ ন-জোনৰ ঁদৰে ক'লা, ক'লাকৈ দিনৌ বাঢ়ি আহিবলৈ ধৰিলে। কলিকতাত কাঠৰ ব্যৱসায় কৰোতা দেশী ব্যৱসায় প্ৰতিষ্ঠানৰ ভিতৰত বি বৰুৱা কোম্পানীৰ অৱস্থা মুধচ চোওঁ-চোওঁ হ'লগৈ। ইংৰাজ ব্যৱসায় প্ৰতিষ্ঠান জাৰ্দিন স্কীণৰ কোম্পানীয়েও বি বৰুৱা কোম্পানীৰ প্ৰতিপত্তি দেখি মেনেজাৰ গিৰীশ বাবু আচৰিত হৈ পৰিল! ইফালে বাৰ্মা-যুদ্ধৰ সময়ত ক্ৰোড়পতি হৈ পৰা মাৰোৱাৰী ব্যৱসায়ী ভগৱান দাস বগুলাৰ প্ৰতিষ্ঠানৰ আগৰ প্ৰতিপত্তি যথেষ্ট কমি গৈছিল। চিমনলাল গেণ্ডেৰীবালা, মতিলাল ৰাধাকিষণ প্ৰভৃতিয়ো বি বৰুৱা এণ্ড কোম্পানীৰ কামত হাত পাতিবলগীয়া অৱস্থাত পৰিল। কালীকৃষ্ণ প্ৰামাণিকৰ ফাৰ্মৰো চাল তেতিয়া ভাটী বয়সৰ ফালে। ইপিনে অতুল বাবু বি বৰুৱা এণ্ড কোম্পানীত সোমোৱাৰ কিছুদিনৰ আগেয়ে তেওঁলোকৰ চেগুণ কাঠৰ ব্যৱসায় বিভাগত থকা বাবু কিশোৰীমোহন সিংহ বি বৰুৱা এণ্ড কোম্পানীলৈ আহিছিল। তেওঁ কাঠৰ ব্যৱসায় আৰু হিচাপ-পত্ৰৰ খাটাবোৰ নিয়মমাফিক ৰখাত বৰ নিপুণ। মুঠতে, তেওঁলোকৰ ব্যৱসায়ৰ জয়জয়-ময়ময় অৱস্থা বিৰাজমান।'

শ্ৰীনাথ ইংৰাজীত এষাৰ কথা আছে, 'নথিং চাক্‌চিডছ্ লাইক চাক্‌চেছ্ অৰ্থাৎ সিদ্ধিয়ে সিদ্ধিক আনে। গ'অন প্লিজ।'

সেই সময়ছোৱাত লক্ষ্মীনাথ কিমান ব্যস্ত হৈ পৰিছিল, সেয়া তেওঁৰ দিন-পঞ্জীৰ পাতকেইখিলা চালেই বুজা যায়। খগেন্দ্ৰ মাষ্টৰে সেইখনত চকু ফুৰালে।

উনৈশ শ দুই খ্ৰীষ্টাব্দ।

*এক জানুৱাৰী :* মোৰ গৃহিণী বেবীৰে সৈতে ঝৰচোগোড়ালৈ গ'লো।

শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ৩৮ নং ডবছন ৰোডৰ ঘৰত মোৰ সৈতে থাকিলহি।

*দহ জানুৱাৰী ঃ* বি বৰুৱা ঝৰচোগোড়াৰ পৰা পালেহি। মই বেংগল বেংকৰ পৰা দহ হাজাৰ টকা আনিলো। জাদ্দিনে দহ হাজাৰ টকাৰ চেক এখন দিছিল, সেইখন বেংগল বেংকত জমা দিলো।

*চৈধ্য জানুৱাৰী ঃ* ২০০০ টকা বেংগল বেংকৰ পৰা আনিলো।

*পোন্ধৰ জানুৱাৰী ঃ* বি বৰুৱাই ১,৫০০ টকা লৈ ঝৰচোগোড়ালৈ গ'ল। মোৰ 'জিপ্‌চি' নামৰ কুকুৰটোও তেওঁ লৈ গ'ল।

*ষোল্ল জানুৱাৰী ঃ* আমাৰ ঠিকাদাৰ বটু বাবুক ৫০০ টকা দিলো।

*সোতৰ জানুৱাৰী ঃ* বেংগল বেংকৰ পৰা ১০,০০০ টকা আনিলো।

*ওঠৰ জানুৱাৰী ঃ* জে এছ কোম্পানীৰ পৰা ১০,০০০ টকাৰ চেক্ পাই বেংকত জমা দিলো। বটু বাবুৰ হাতত দহ হাজাৰ টকা নগদ বি বৰুৱালৈ পঠিয়াই দিলো। জে এছ কোম্পানীৰ নামত আমাৰ হৈ টিক্ টিম্বাৰৰ টেণ্ডাৰ দিবলৈ কিশোৰী বাবু লক্ষ্ণৌলৈ গ'ল।

*উনৈশ জানুৱাৰী ঃ* ঠিকাদাৰ অক্ষয় বাবুৰ হিচাপত ডাক্তৰ প্ৰাণকৃষ্ণ আচাৰ্যই মোক ১,৫০০ টকা দিলে।

*বিশ জানুৱাৰী ঃ* ১,৫০০ টকা বেংকত জমা দিলো। শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা আজি অসমলৈ গ'ল।

*বাইশ জানুৱাৰী ঃ* জাৰ্দ্দিনৰ পৰা ১০,০০০ টকা আনিলো।

*পঁচিশ জানুৱাৰী ঃ* ১৫,০০০ টকা লৈ ঝৰচোগোড়ালৈ গ'লো। তাত গৃহিণী আৰু ছোৱালী ভালে আছে দেখিলো।

*সাতাইশ জানুৱাৰী ঃ* ঝৰচোগোড়াৰ পৰা সম্বলপুৰলৈ সস্ত্ৰীক আনি জে এন সেনৰ (গবৰ্ণমেণ্ট প্লীডৰ) ঘৰত ৰ'লো। তেওঁলোকে বৰ আদৰ কৰি ৰাখিলে। টেনিছ খেলিলো আৰু সম্বলপুৰৰ অনেক ঠাই তেওঁলোকেৰে সৈতে ফুৰিলো।

*আঠাইশ জানুৱাৰী ঃ* সম্বলপুৰতে আৰু দুদিনমান থাকিবৰ মন গৈছিল ; কিন্তু বি বৰুৱাই মাতি পঠিয়ালে দেখি কলিকতালৈ উভতি যাবলৈ ঝৰচোগোড়ালৈ গ'লো। ২০,০০০ টকা বি বৰুৱাক দিলো।

*ত্ৰিশ জানুৱাৰী ঃ* ঝৰচোগোড়াৰ পৰা আজিহে কলিকতালৈ ৰাওনা হ'লো।

*একত্ৰিশ জানুৱাৰী ঃ* কলিকতাত জৰ্দিনৰ পৰা ১৫,০০০ টকাৰ চেক আনিলো। ৬,০০০ বেংকৰ পৰা ড্ৰ কৰিলো। তাৰপাছত ই বি এছ আৰ অৰ অফিচ শিয়ালদহলৈ গৈ টকা আনিবৰ চেষ্টা কৰি নাপালো।

*এক ফেব্ৰুৱাৰী ঃ* ৬,০০০ টকা পান্নালাল দাৰোৱানৰ হাতত ঝৰচোগোড়ালৈ পঠিয়ালো। ১৫,০০০ বেংকত জমা দিলো।

*দুই ফেব্ৰুৱাৰী ঃ* বি বি ঝৰচোগোড়াৰ পৰা পালেহি। মই অ', এগু আৰ আৰ অৰ কিটিং চাহাবক আমাৰ আৰু জাৰ্দিন স্কীনবৰ চেগুণ কাঠ দেখুৱাবলৈ শিৱপুৰৰ টিম্বাৰ ৱাৰ্ডলৈ গ'লো।

*সাত ফেব্ৰুৱাৰী ঃ* জাৰ্দ্দিনৰ পৰা ১৬,০০০ টকাৰ চেক্ পাই বেংগল বেংকত জমা দিলো।

*আঠ ফেব্ৰুৱাৰী ঃ* বি বৰুৱাই ১৬,০০০ টকা লৈ ঝৰচোগোড়ালৈ গ'ল।

*পোন্ধৰ ফেব্ৰুৱাৰী ঃ* শাল স্লিপাৰৰ হিচাপত জাৰ্দিনৰ পৰা ১৫,০০০ টকাৰ চেক পাই বেংগল বেংকত জমা দিলো। বটু বাবুৰ হাতত ১০,০০০ টকা ঝৰচোগোড়ালৈ পঠিয়ালো।

*সোতৰ ফেব্ৰুৱাৰী ঃ* বি বৰুৱাৰ কথামতে শ্ৰীযুত এম চি বৰুৱাক ২০০ টকা দিলো।

*উনৈশ ফেব্ৰুৱাৰী ঃ* এম চি বৰুৱা ভুৱনেৰে সৈতে আসামলৈ উভতি গ'ল।

*একৈশ ফেব্ৰুৱাৰী ঃ* জাৰ্দিনৰ পৰা ১৫,০০০ টকাৰ চেক্ পালো। কালী-কৃষ্ণ প্ৰমাণিকৰ পৰা ৪,৬১০ টকা পালো।

*বাইশ ফেব্ৰুৱাৰী ঃ* ১৫,০০০ টকাৰ চেক্ বেংক অব্ বেংগলত জমা দিলো। ৪,৬১০ টকাও। ৩,০০০ টকা শ্ৰীযুত ৰমাকান্ত বৰকাকতীক দিলো, শ্ৰীযুত মাণিকচন্দ্ৰ বৰুৱাৰ বাবে ইন্ ফুল ছেটেলমেণ্ট অব হিজ ক্লেইম—অৰ্থাৎ, এম চি বৰুৱাই ৰেমফ্ৰিক দিবলগীয়া ধাৰ শোধ। বি বৰুৱা পুৱা পালেহি।

*ছাব্বিশ ফেব্ৰুৱাৰী ঃ* শিৱপুৰত মেকেঞ্চি লায়লৰ হতুৱাই আমাৰ ওপৰঞ্চি কাঠবোৰ নিলামত বেচালো।

*সাতাইশ ফেব্ৰুৱাৰী ঃ* বেংকৰ পৰা ১৫,০০০ আনিলো।

*আঠাইশ ফেব্ৰুৱাৰী ঃ* জাৰ্দিনে ১৫,০০০ দিলে। বি বৰুৱাই সেই টকা লৈ গ'ল।

*দুই মাৰ্চ ঃ* নতুন ঘৰ সজাবলৈ আজিৰ পৰা আৰম্ভ কৰিলো।

*সাত মাৰ্চ ঃ* ১৮,০০০ টকা বেংগল বেংকৰ পৰা আনিলো। ১৫,০০০ টকা জাৰ্দিনৰ পৰা পাই বেংকত জমা দিলো।

*আঠ মাৰ্চ ঃ* ২০,০০০ টকা নগদ লৈ ঝাৰচোগোড়ালৈ গ'লো। ৰাতি অভাৰকেৰিড্ হৈ ৰায়গড় পালোগৈ। মালগাড়ীত উঠি পিচদিনাহে পুৱা অতি কষ্টেৰে ঝাৰচোগোড়া পালোহি। বৰ বিপদ গ'ল।

*ন মাৰ্চ ঃ* আজি মোৰ গৃহিণীয়ে ঝাৰচোগোড়াৰ আমাৰ অফিচৰ কৰ্মচাৰী, ঠিকাদাৰ আৰু ৰে'লৱে বাবুবোৰক ভোজ দিলে। ডাঙৰ ভোজ। সকলো সন্তুষ্ট।

*দহ মাৰ্চ ঃ* সস্ত্ৰীক বেবীৰে সৈতে হাওৱালৈ বুলি ঝাৰচোগোড়া এৰি আহিলো।

*এঘাৰ মাৰ্চ ঃ* হাওৰা পালোহি।

*আঠাইশ মাৰ্চ ঃ* বি বৰুৱালৈ ১৫,০০০ টকা পঠিয়ালো। কটকলৈ যাত্ৰা কৰিলো।

*উনত্ৰিশ মাৰ্চ ঃ* ক্ষীৰোদ বাবুৰ ঘৰত উঠিলো। স্বৰ্ণই মোক দেখি আৰু আনবোৰেও বৰ ৰং পালে।

*ত্ৰিশ মাৰ্চ ঃ* ক্ষীৰোদ বাবুৰে সৈতে কটকত চাবলগীয়া ঠাইবোৰ চাই ফুৰিলো। কদম-ৰচুল (মহম্মদৰ পাদশিলা) চাবলৈকো গৈছিলো।

*একত্ৰিশ মাৰ্চ ঃ* পুৱা চাৰে ছয় বজাত কটক এৰি হাওৰালৈ ৰাওনা হ'লো। ৰাতি সাত বজাত হাওৰা।

*দুই এপ্ৰিল ঃ* টিক্ টিম্বাৰৰ অৰ্ডাৰ এটা বি বৰুৱাই মোক দিলে। গধূলি ৮ বজাত হাওৰালৈ বুলি গাড়ীত উঠিলো।

*চাৰি এপ্ৰিল ঃ* বেংগল বেংকৰ পৰা ১০,০০০ টকা আনি ঝাৰচোগোড়ালৈ পঠিয়ালো। নেচনেল বেংকত চেক দি ২৫,০০০ টকা বেংগল টিম্বাৰ কোম্পানীক দিলো। ১১,০০০ টকা মেকেনজি লিয়াল এণ্ড কোম্পানীক দিলো, ডি এল মাৰ্কা টিক্ টিম্বাৰ সিহঁতৰ পৰা কিনাৰ ৰেচ। কৰ্জন থিয়েটাৰলৈ গ'লো, কমপ্লিমেণ্টেৰী টিকট পাই। শ্ৰীযুত হৰিপ্ৰসাদ নাথৰ পুতেক গোৱালপাৰাৰ পৰা আহি ওলালহি। শিয়ালদহত হৰিনাথেৰে সৈতে তেওঁক থৈ বি বৰুৱালৈ খবৰ দিলো।

*চৈধ্য এপ্ৰিল ঃ* শিৱপুৰত আমাৰ টিম্বাৰ য়াৰ্ডত সজা সুন্দৰ ঘৰত আজি ভোজ এটা দিয়া গ'ল। সকলোৰে নথৈ সন্তোষ।

জোড়াসাঁকোত নৱবৰ্ষত উৎসৱৰ উপাসনালৈ গৈছিলো। 'কৰ্ত্তামশায়' মহৰ্ষিক প্ৰণাম কৰি তেওঁৰ ওচৰত বহিলত মহৰ্ষিয়ে মোক আৰু গৃহিণীক আশীৰ্বাদ কৰিলে। মোক প্ৰশংসা কৰি কথা কৈছিল।

হাওৰাত আমাৰ ঘৰত 'কন্দলী-উৎসৰ্গ' উৎসৱ কৰিলো। পুৱা ন বজাত। 'কৰ্ত্তামশায়ে' পণ্ডিত হেমচন্দ্ৰ বিদ্যাৰত্নক সেই উৎসৱৰ কৰ্তব্য কাৰ্যবোৰ সমাপন কৰিবলৈ পঠিয়াই দিছিল। গধূলি গংগা পুলৰ ওপৰেদি আমাৰ গাড়ী যাওঁতে আজিও এটা দুৰ্ঘটনা ঘটিল। গাড়ীত মই, মোৰ গৃহিণী আৰু দাদা (মোৰ গৃহিণীৰ ককাইদেৱেক হিতেন্দ্ৰনাথ ঠাকুৰ)। আমাৰ লেণ্ডুটনা ঘোঁৰাই উচপ খাই আন গাড়ীত খুন্দা মাৰিলে। গাড়ী আৰু ঘোঁৰাৰ বিশেষ হানি হোৱা নাছিল। তথাপি গাড়ীখন পাছত আনিবলৈ তাতে এৰি, ভেৰোণীয়া গাড়ী এখনত উঠি ঘৰলৈ আহিলো।

*ষোল এপ্ৰিল ঃ* সম্বলপুৰৰ পৰা সস্ত্ৰীক জে এন সেন আমাৰ ঘৰত। তাৰ পাছত খাই-বৈ তেওঁলোক দাৰ্জিলিঙলৈ গ'ল। মই শিয়ালদহত তেওঁলোকক গাড়ীত তুলি দিলো।

*ওঠৰ এপ্ৰিল ঃ* জার্দিনৰ পৰা ১৫,০০০ টকাৰ চেক পাই বেংগল বেংকত জমা দিলো। ১২০০ টকা বেংকৰ পৰা আনি জাৰচোগোড়ালৈ পঠিয়ালো। ৩০০ টকা বি বৰুৱাৰ ইনষ্ট্ৰাকচন মতে ৰবিনাৰায়ণ বৰালৈ পঠিয়ালো। জে এন সেনলৈ (দাৰ্জিলিং) ২০০ টকা (তেওঁৰ টকা মোৰ হাতত আছিল) পঠিয়ালো। প্ৰসাদ দাস বৰালৰ অফিচত ২০০০ টকাৰ কোম্পানীৰ কাগজ ভঙালো—এশত ৯৭/৯০কৈ। মুঠ ২,০৩৭/৯০ পালো। এইটো টিক্ ডিপাৰ্টমেণ্টৰ টকা।

*উনৈশ এপ্ৰিল ঃ* বেংগল বেংকত ১৫,০০০ টকা দিলো।

*পঁচিশ এপ্ৰিল ঃ* বেংগল বেংকৰ পৰা ৮,০০০ টকা আনিলো।

*ছাব্বিশ এপ্ৰিল ঃ* আকৌ ২,০০০ আনিলো। ঝাৰচোগোড়ালৈ ১০,০০০ টকা পঠিয়ালো। বি বৰুৱাৰ ভতিজাক চন্দ্ৰকান্ত অসমৰ পৰা আহিছিল। তেওঁক নন্দকিশোৰৰ লগত ঝাৰচোগোড়ালৈ পঠিয়াই দিলো। আৰ চি নাচকাৰৰ পৰা দহ হাজাৰ ইটা কিনিলো।

*আঠাইশ এপ্ৰিল ঃ* এ বি আৰৰ মিষ্টাৰ চেছচিৰে আজি আমাৰ স্লিপৰ 'পাছ' কৰিলে। মই এটেণ্ড কৰিছিলো।

*ঊনত্ৰিশ এপ্ৰিল ঃ* নগাঁৱৰ পৰা গোলোকচন্দ্ৰ বৰুৱাৰ (বি বৰুৱাৰ ভতিজাক) আহিল। বি বৰুৱাৰ কথামতে তেওঁক ঝাৰচোগোড়ালৈ পঠিয়াই দিলো।

*একৈশ মে' ঃ* শ্ৰীযুত জগন্নাথ বৰুৱা বিলাতত ৰজাৰ ক'ৰোনেচনৰ বাবে নিমন্ত্ৰিত হৈ আসামৰ পৰা আহিল, বিলাতলৈ যাবলৈ। আমাৰ ঘৰতে থাকি খোৱা-বোৱা কৰিলে। বি বৰুৱা আহিল। তেওঁৰ নৰিয়া।

*তেইশ মে' ঃ* শ্ৰীযুত জগন্নাথ বৰুৱাৰে সৈতে ইণ্ডিয়া ক্লাবলৈ গ'লো। জার্দিনৰ পৰা ১৫,০০০ টকাৰ চেক আনিলো।

*চৌব্বিশ মে' ঃ* হৰিনাথৰ হাতত ১০,০০০ টকা ঝাৰচোগোড়ালৈ পঠিয়ালো।

*আঠাইশ মে' ঃ* জগন্নাথ বৰুৱা আজি বিলাতলৈ গ'ল। কৰ্ড মেইলত ব'ম্বেলৈ গ'ল, তাৰ পৰা জাহাজত উঠিব।

*ষোল জুন ঃ* জে এন সেন সস্ত্ৰীক দাৰ্জিলিঙৰ পৰা আহি আমাৰ ঘৰত উঠিল।

*সোতৰ জুন ঃ* সুকুমাৰ ৰায় বেৰিষ্টাৰ আমাৰ ঘৰত আলহী ৰ'লহি।

*ওঠৰ জুন ঃ* সেন সম্বলপুৰলৈ গ'ল।

*ছাব্বিশ জুন ঃ* সুকুমাৰ বেৰিষ্টাৰ আমাৰ ঘৰৰ পৰা ব্ৰাহ্মপাৰাৰ ঘৰলৈ গ'ল।

*সাতাইশ জুন ঃ* বি বৰুৱা বিলাসপুৰলৈ গ'ল। বেংকত ১৫,০০০ টকা জমা দি 'ভাৰতী' নামৰ বাংলা মাহেকীয়া কাকতত ওলোৱা 'বৈদ্যজাতিৰ ইতিবৃত্ত' প্ৰবন্ধৰ সমালোচনা এটা লিখি 'ভাৰতী'ত ছপা কৰিবলৈ পঠিয়ালো।

*তেৰ আগষ্ট ঃ* ঘৰ সজাৰ কাম আজি শেষ হ'ল। খালী ৰং দিয়া আৰু গ্লাচ লগোৱা বাকী।

*দুই ছেপ্টেম্বৰ ঃ* জাৰ্দিনৰ পৰা ৬২,৫০০ টকা পালো। তাৰে পৰা ২০,০০০ টিক টিম্বাৰ হিচাপত দিলো।

*তিনি ছেপ্টেম্বৰ ঃ* 'পুত্ৰবান পিতা' নামৰ প্ৰবন্ধ এটা লিখি 'জোনাকী'ত ছপাবলৈ শ্ৰীযুত সত্যনাথ বৰালৈ (গুৱাহাটী) পঠিয়ালো।

*চাৰি ছেপ্টেম্বৰ ঃ* শ্ৰীজগন্নাথ বৰুৱা বিলাতৰ পৰা উভতিল। লগত শ্ৰীযুত বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যও। ভট্টাচাৰ্যৰে সৈতে কলিকতাৰ কলেজত একেলগে পঢ়িছিলো। দেখি ভাল লাগিল। ঝাৰচোগোড়া ষ্টেচনৰ পৰা বি বৰুৱা, ভুবনচন্দ্ৰ বৰুৱা, শ্ৰীযুত জগন্নাথ বৰুৱাৰে সৈতে একেলগে আহিছিল। জগন্নাথ বৰুৱাই আমাৰ ঘৰতে ব্ৰেকফাষ্ট খালে। আবেলি তেওঁ ইণ্ডিয়া ক্লাবত থাকিবলৈ গ'ল। আমি অসমীয়াসকলে তেওঁক হাওৰাৰ ৰে'ল ষ্টেচন্‌ৰ পৰা আনন্দ কৰি আগবঢ়াই আনিছিলো।

*দহ ছেপ্টেম্বৰ ঃ* শ্ৰীযুত জগন্নাথ বৰুৱা অসমলৈ ৰাওনা হ'ল। শিয়ালদহত আমি তেওঁক বিদায় দিলো। তেওঁ ৰাতি দহ বজাত গোৱালন্দ মেইল গাড়ীত গ'ল।

*একৈশ ছেপ্টেম্বৰ ঃ* বি বৰুৱা বিলাসপুৰৰ পৰা পালেহি। আজি অৰুণাৰ অন্নপ্ৰাসন উৎসৱ। পুৱাই কৰা হ'ল। জোড়াসাঁকোৰ পৰা 'কৰ্ত্তামহাশয়ে' পণ্ডিত হেমচন্দ্ৰ বিদ্যাৰত্নক আৰু এজনক পঠিয়াই দিছিল। বিদ্যাৰত্নই উপাসনাদি কাৰ্য কৰিলে। বি বৰুৱাই অৰুণাৰ মুখত ভাত দিলে। গধূলি অনেক মানুহক ভোজ খুওৱা হ'ল। গ্ৰেণ্ড পাৰ্টি হৈছিল। সকলো সুন্দৰভাৱে সম্পাদিত হ'ল।

*তেইশ ছেপ্টেম্বৰ ঃ* বি বৰুৱা বিলাসপুৰলৈ গ'ল।

*দহ অক্টোবৰ ঃ* মই আজি ৰাতি দহ বজাত গোয়ালন্দ মেইলত উঠি অসমলৈ যাত্ৰা কৰিলো।

*তেৰ অক্টোবৰ ঃ* পুৱা গোৱালন্দ জাহাজত উঠিলো।

*চৈধ্য অক্টোবৰ ঃ* জাহাজত।

*পোন্ধৰ অক্টোবৰ ঃ* গুৱাহাটীত। হেম গোসাঁই আৰু শ্ৰীযুত সত্যনাথ বৰাৰে সৈতে দেখা কৰিলো। হেম গোসাঁয়ে মোক ডাকবঙলাত খুৱাই ৰাতি এ বি আৰ গাড়ীত তুলি দিলে।

*ষোল অক্টোবৰ ঃ* গোলাঘাটত কমাৰবন্ধা আলি ষ্টেচনত নামিলো। শ্ৰীনাথ ককাইদেৱে তাৰেপৰা মোক আগবঢ়াই নিলে। তেওঁৰ ঘৰতে থাকিলো। তাতে মাতৃদেৱীক দেখি মোৰ অপাৰ আনন্দ হ'ল।

*সোতৰ অক্টোবৰ ঃ* গোলাঘাটত। তাতে ১৯ তাৰিখলৈকে আছিলো।

*বিশ অক্টোবৰ ঃ* গোলাঘাট এৰি যোৰহাটলৈ গ'লো। তাত ২৪ তাৰিখলৈকে শ্ৰীযুত গোবিন্দ ককাইদেউৰ লগত আছিলো।

*তেইশ অক্টোবৰ ঃ* শ্ৰীযুত জগন্নাথ বৰুৱাৰ ঘৰত গোবিন্দ ককাইদেউৰে সৈতে নিমন্ত্ৰণ খালো। দুইৰো ভিতৰত কিছুদিনৰ পৰা হোৱা মনোমালিন্য গুচাই দুইকো ভালকৈ মিলাই দিলো।

*চৌব্বিশ অক্টোবৰ ঃ* তাৰপৰা ককিলামুখত 'পেংগুইন' নামৰ জাহাজত উঠি ডিবুৰুত। শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাই মোক জাহাজ ঘাটৰে পৰা আনিলেগৈ। ডিবুৰুত শ্ৰীযুত জগন্নাথ ককাইদেউৰ ঘৰত থাকিলো। শুনিলো, গোলাঘাটত শ্ৰীনাথ ককাইদেউৰ ঘৈণীয়েক মোৰ বৌৰ ল'ৰা এটা জন্ম হোৱাৰ পাছত ঢুকাল। বৰ বেজাৰ লাগিল।

*ছাব্বিশ অক্টোবৰ ঃ* ডিবুৰুগড় এৰি শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাৰে সৈতে তেওঁলোকৰ চাহবাগিচা তামোলপুৰলৈ গ'লো। তাত শ্ৰীযুত বিষ্ণু আগৰৱালাক লগ পালো। তাত বৰ সুখেৰে ৩০ অক্টোবৰলৈকে আছিলো। ৩০ তাৰিখে শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাৰে সৈতে ডিগবৈলৈ গ'লো। তাত মোৰ ককাইদেউ শ্ৰীযুত জয়কৃষ্ণ বেজবৰুৱা আছিল। এৰাতি তেওঁৰ তাতে আছিলো।

*একত্ৰিশ অক্টোবৰ ঃ* ডিবুৰুলৈ উভতি আহি চন্দ্ৰকুমাৰ আগৰৱালাৰ ঘৰত থাকিলো। আগৰৱালাৰ মাকে মোক বৰ মৰম কৰি ৰাখিলে। তেওঁ মোৰ গৃহিণীলৈ পাটৰ ৰিহা-মেখেলা আৰু কাপোৰ দিলে। মোকো কাপোৰ দিলে। মোৰ 'হৰিভকত' শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্যক তাতে লগ পালো।

*দুই নৱেম্বৰ ঃ* ডিবুৰু এৰি ৰাতি ডাক জাহাজত শুলোহি, কাৰণ পুৱাই জাহাজ ভটীয়াই যাব। শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাও মোৰ লগতে। জাহাজখনৰ নাম 'বজাৰ্ড'। আগৰৱালা তেজপুৰত নামিব। অহাৰ আগতে ককাইদেউ শ্ৰীযুত জগন্নাথ বেজবৰুৱাৰ তাত ভাত খাই আহিলো।

*চাৰি নৱেম্বৰ ঃ* শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা তেজপুৰত নামি গ'ল। মই গুৱাহাটীৰ জাহাজঘাট এৰাৰ আগতে দুই-তিনি মিনিটৰ নিমিত্তে হেমচন্দ্ৰ গোসাঁইক আকৌ লগ পাইছিলো। সৰহ সময় কথা-বাৰ্তা পাতিবলৈ নাপাই বেয়া লাগিল।

*ছয় নৱেম্বৰ ঃ* গোৱালগু ঘাট। ৰে'লত আহোতে পোৰাদহ ষ্টেচনত ই বি আৰৰ চীফ্ ইঞ্জিনীয়াৰ আৰু এজেণ্ট ৰায় বাহাদুৰ বলাৰামক তেওঁৰ চেলুন গাড়ীত দেখিলো। তেওঁ আগ্ৰহকৈ মোক তেওঁৰ গাড়ীতে তুলি ল'লে। শিয়ালদহলৈকে তেওঁৰ লগতে আছিলো। ষ্টেচনত গৃহিণী বেবী আৰু অৰুণাক লগ পালো।

*তেৰ ডিচেম্বৰ ঃ* বি বৰুৱাই আহমেদাবাদৰ কংগ্ৰেছলৈ যাব খোজাত তেজপুৰৰ

শ্ৰীযুত পদ্মনাথ বৰুৱালৈ মই টেলিগ্ৰাফ কৰিলো যাতে তেওঁক ডেলিগেট কৰি দিয়ে।

সিদিনাখন ভোলা বৰুৱা ঝাৰচোগোড়াৰ পৰা বিয়লিবেলা আহি কলিকতা পালেহি। সন্ধিয়া ল'নত বহি লক্ষ্মীনাথ আৰু ভোলানাথ বৰুৱাই কথা পাতি আছে। নানান আলোচনা—ব্যৱসায়ৰ পৰা আৰম্ভ কৰি অসমৰ নানা সমস্যা, বিশ্ববিদ্যালয় স্থাপন, ভাষা-সংস্কৃতিৰ কথা। মাজতে প্ৰজ্ঞাসুন্দৰী য়ে কফি আৰু গৰম গৰম পকৰা পৰিবেশন কৰি ভিতৰ সোমোৱাত লক্ষ্মীনাথে উলিয়ালে, 'আপোনাৰ বিষয়ে কিছু খবৰ আছে, কলিকতাৰ দুই-এঘৰ সম্ভ্ৰান্ত মানুহৰ ঘৰৰ পৰা বিয়াৰ প্ৰস্তাৱৰ উপৰি অসমৰ পৰাও দুই-চাৰিঘৰে খোজ-খবৰ কৰিছে। তেখেতসকলৰ বিবাহযোগ্য কন্যা আছে।'

ভোলা বৰুৱাই হাঁহি হাঁহি কথাটো পাতলাই ক'লে, 'নাই এতিয়া ভাটি বয়সত এনেবোৰ লেঠা আৰু লগাব খোজা নাই। হ'ব আৰু কেইদিননো বাকী?'

লক্ষ্মীনাথৰ প্ৰস্তাৱত যে ভোলা বৰুৱা প্ৰসন্ন নহয়, সেই কথা তেওঁৰ চকুযুৰিৰ পৰা ফুটি উঠিল।

'তথাপিও লক্ষ্মীনাথে ক'লে, ভাটি বয়সতেই মানুহক লগ-সংগৰ আৱশ্যক। নে কি কয়?'

'হ'ব, আপোনালোক আছে নহয়, তদুপৰি হাড় পেলোৱা বয়সত বনাশ্ৰমহে উপযুক্ত স্থান।

# ত্ৰয়োদশ অধ্যায়

খগেন্দ্ৰ মাষ্টৰে কোঠাটোত সোমায়ে দেখিলে, শ্ৰীনাথ তেতিয়াও চিলমিল টোপনিত! তেওঁ জলপানৰ বাটি দুটা, মেজখনৰ ওপৰত থৈ দুঘটি পানী আনিও থ'লে। তাৰ পাছত মাত দিলে, 'বোলো শ্ৰীনাথ, হেৰা টোপনিৰ জাল কটাই নাইনে?'

'নাই ....., এনেয়ে অলপ ....' বুলি শ্ৰীনাথ শেতেলিৰ পৰা উঠি ভোট এৰাৰ ডালেৰে দাঁত ঘঁহি ঘঁহি কুঁৱাৰ পাৰ পাই দাঁত-মুখ ধুই কোঠা পালেহি। ইতিমধ্যে খগেন্দ্ৰ মাষ্টৰে বানবাটিত ফিকা চাহ আৰু মিঠৈ এডোখৰ আলহীৰ হাতত তুলি দিলে। খগেন্দ্ৰ মাষ্টৰে নিজেও চাহ টোপাত মুখ দি ক'লে, 'বুজিছা শ্ৰীনাথ, তোমাৰ পৰাই লক্ষ্মীনাথ সম্পৰ্কে বহু কথাৰ ভু পালো দিয়া। তোমাক আগতেই কৈছিলো নহয়, মোৰ প্ৰিয় ছাত্ৰসকলৰ সৰ্বতো উন্নতিয়েই মোৰ আনন্দ!'

কথাষাৰ শুনি শ্ৰীনাথে উত্তৰ দিলে, 'হয়, সেইটো জানো ছাৰ, শিক্ষক হিচাপে মই নিজেও সেইটো অনুভৱ কৰো। লক্ষ্মীনাথৰ কথাৰ পিছৰছোৱা শুনক ঃ উনৈশ শ দুই খ্ৰীষ্টাব্দত লক্ষ্মীনাথক হাওৰাৰ অ'নেৰেৰি মেজিষ্ট্ৰেট নিয়োগ কৰাত তেওঁ এশ এবুৰি কামৰ মাজতো মাজে-সময়ে হাকিম হিচাপে কাছাৰীলৈ গৈ সোধ ল'বলগীয়া হ'ল। তাৰপাছৰ বছৰৰ পৰা কলিকতাত থকা বছৰকেইটাত তেওঁ সমস্ত লেখাসমূহ ৰচনা কৰে। কলিকতা বিশ্ববিদ্যালয়ে অসমীয়া এণ্ট্ৰেন্স্ ক'ৰ্ছৰ নিমিত্তে তেওঁৰ কিছু সংকলন উলিয়াই দিলে। অসমীয়াক নিন্দা কৰি 'উইকলি ক্ৰোনিকল'ত কিবা লেখা প্ৰকাশ হ'লে তাৰ প্ৰতিবাদকল্পে তেজপুৰৰ পদ্মনাথ গোহাঞি বৰুৱাৰ দ্বাৰা সম্পাদিত 'বন্তি'লৈ প্ৰবন্ধ পঠিয়ায়। তদুপৰি শিৱসাগৰ, যোৰহাট আৰু গোলাঘাটৰ 'বেজবৰুৱা বিদ্যালয়ৰ' নিমিত্তে কলিকতাৰ পৰা উপযুক্ত বাঙালী শিক্ষক বিচাৰি নিয়োগপত্ৰ অৰ্পণ কৰি অসমলৈ চালান দিব লাগে।'

শ্ৰীনাথে শেষকণ ফিকাচাহ গলাধঃকৰণ কৰি পুনৰ ক'লে, 'লক্ষ্মীনাথে কলিকতাত বৰ বৰ লোকৰ সংগত 'হাইলাইফ' উদ্‌যাপন কৰি ক্লাব ৰেস্তোৰাঁত উচ্চ জীৱনৰ লগৰীয়া সুৰাপানত ধৰা নিমিত্তে ভাৰ্যা আৰু শাহুআয়েক নীপময়ী দেৱীৰ নিন্দাও সহিবলগীয়া হয়।'

কথাখিনি শুনি খগেন্দ্ৰ মাষ্টৰে সুধিলে, 'তোমালোকৰ সৰুজনা ভাতৃ হৰিনাথকো লক্ষ্মীনাথে কলিকতালৈ নি 'বি বৰুৱা এণ্ড কোম্পানী'ৰ কাৰ্যালয়ত লগাইছিল নহয়?'

'হয় ছাৰ, উনৈশ শ তিনি খ্ৰীষ্টাব্দৰ জুলাই মাহৰ পৰা। ইফালে অক্টোবৰ বাৰ তাৰিখে লক্ষ্মীনাথে অসম অভিমুখে যাত্ৰা কৰিলে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, সত্যনাথ

বৰা, আদিয়ে তেওঁক উজানবজাৰ ঘাটত লগ ধৰি সৌহাৰ্দপূৰ্ণ কথা পাতে। গুৱাহাটীলৈ আহি পোৱাৰ নিশাই উজনিমুৱা ৰে'লত উঠি ষোল তাৰিখে তেওঁ কমাৰবন্ধা পালেহি আৰু তাৰ পৰা পোনে পোনে গোলাঘাটলৈ আহিল। কাৰণ আমাৰ মাতৃদেৱী তেতিয়া তাতেই আছিল। বিশ তাৰিখৰ দিনা পুৱাই লক্ষ্মীনাথ যোৰহাটৰ বৰককাইদেউ গোবিন্দ বেজবৰুৱাৰ ঘৰত উঠিলগৈ। ৰায়বাহাদুৰ জগন্নাথ বৰুৱাই লক্ষ্মীনাথ, কৃষ্ণকুমাৰ বৰুৱা আৰু গোবিন্দ ককাইদেউক তেইশ তাৰিখে ভাত খাবলৈ নিমন্ত্ৰণ কৰিলে। সেই সুযোগতে জগন্নাথ বৰুৱা আৰু গোবিন্দ বেজবৰুৱাৰ মাজত কিছুদিনৰ পৰা চলি থকা মনোমালিন্য শাম কাটে আৰু দুয়োৰো ভালকৈ কথা-বতৰা হয়। পাছদিনা পুৱা লক্ষ্মীনাথে পানী জাহাজেৰে যাত্ৰা কৰি এনিশাৰ পাছতে ডিব্ৰুগড় পালেগৈ। সেই নিশা জগন্নাথ ককাইদেউৰ ঘৰত থাকি লক্ষ্মীনাথৰ অভিন্ন হৃদয় চন্দ্ৰকুমাৰ আগৰৱালাৰ তামোলবাৰী বাগিচাৰ বাসভৱনত আতিথ্য গ্ৰহণ কৰিলে। ত্ৰিশ তাৰিখে দুয়ো ডিগবৈলৈ গৈ পাছদিনা তেল শোধনাগাৰটো দৰ্শন কৰি সন্ধিয়াপৰত আহি ডিব্ৰুগড় পালেহি। ৰাতি লক্ষ্মীনাথৰ হৰিভকত মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যই তেওঁলোকৰ সৈতে ভোজন কৰিলে। চন্দ্ৰকুমাৰৰ মাকে লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰীলৈ কিছু কাপোৰ-কানি উপহাৰস্বৰূপে বান্ধি দিলে। দুয়ো বন্ধু তিনি নৱেম্বৰত দোকমোকালিতে পানী-জাহাজেৰে যাত্ৰা কৰিলে। পাছদিনা পুৱা তেজপুৰত চন্দ্ৰকুমাৰ নামিল, সন্ধিয়া লক্ষ্মীনাথে পাণ্ডুঘাট পালেহি। জাহাজ এৰাৰ আগতে পাণ্ডুঘাটত হেমচন্দ্ৰ গোস্বামীৰ সৈতে লক্ষ্মীনাথৰ সাহিত্য সম্পৰ্কে কিছু কথা-বতৰা হ'ল। ইতিমধ্যে আমি ছয় তাৰিখৰ দিনা কলিকতা পালোগৈ। নৱেম্বৰৰ ষোল তাৰিখে লক্ষ্মীনাথৰ তৃতীয় কন্যা ৰত্নাৱলী ওপজে।'

তেনেতে ইমান সময় ধৈৰ্যৰে কথাখিনি শুনি থকা খগেন্দ্ৰ মাষ্টৰে মাত দিলে, 'শুভদিনৰ আগমন।'

'কিনো ক'ব ছাৰ, ভূতৰ ওপৰত দানহ পৰাৰ দৰে সেই সময়ৰ পৰাই ভোলানাথ আৰু লক্ষ্মীনাথৰ ব্যৱসায় সম্পৰ্কত ঘুণে ধৰিলে, ভুঁইকঁপৰ গুমগুমনি অনুভূত হ'ল। ইপিনে টৌতে খৰ মৰাৰ দৰে লক্ষ্মীনাথে দ্বিতীয়বাৰৰ নিমিত্তে মাদ্ৰাজত লালমোহন ঘোষৰ সভাপতিত্বত বহা জাতীয় কংগ্ৰেছৰ অধিৱেশনত অসমৰ প্ৰতিনিধিৰূপে যোগ দিয়ে। তেওঁ কলিকতালৈ প্ৰতি-যাত্ৰা কৰিলে। সেই মাহৰ আৰম্ভণিৰ পৰাই লক্ষ্মীনাথ আৰু ভোলানাথৰ ভিন-পৰ নোহোৱা মনোভাবটিৰ ভালকৈয়ে সাঁফি লৰিল। ভাই ভাই ক্ৰমান্বয়ে ঠাই ঠাই হ'বলগীয়া হ'ল!'

খগেন্দ্ৰ মাষ্টৰৰ মুখৰ পৰা ওলাল, 'ইস্ ইস্ চোৱাচোন ইমান আপোন বুলি ভাবি লোৱা সত্বেও!'

'ওস্ কিনো ক'ব ছাৰ, লক্ষ্মীনাথে হাড় ভাঙি সজোৱা হাওৰাৰ ৩৮ নং ডবছন ৰোডৰ প্ৰসাদপ্ৰতিম কামৰূপ ভিলা নামৰ গৃহটোত ভোলানাথক থৈ যোল জুনত ছুল্ট গোলা ৰোডৰ কাষত সপৰিয়ালে বসতি কৰিবলৈ ধৰিলে। কেইদিনমানৰ পাছতে লক্ষ্মীনাথে খিদিৰপুৰলৈ ঢাপলি মেলি মিষ্টাৰ ফ্ৰাংকমোৰক লগ ধৰি হাওৰাৰ ২১ নং ৰোজমেৰি লেনৰ 'লৰেলছ' নামৰ ঘৰটো বাৰ হাজাৰ টকাত ক্ৰয় কৰি আঠাইশ আগষ্টত ঘৰ লয়। তাৰপাছৰ পৰাহে ভোলানাথৰ সৈতে লক্ষ্মীনাথৰ মনোমালিন্যৰ কিছু শাম কাটিল।'

হুমুনিয়াহ এটি পেলাই খগেন্দ্ৰনাথ বেজে ক'লে, 'বুজিছা, তেজ ধুলে উটে; মঙহ ধুলে নুটে।'

'হয় ছাৰ, ডাকে এনেয়ে কৈ থৈ যোৱা নাই, ইফালে সেই সময়তে আমেৰিকাত থকা আমাৰ গোলাপ ককাইদেউ পোন্ধৰ বছৰ তাতে চিভিল ছাৰ্জন হিচাপে চাকৰি কৰি অৱসৰ লৈ কলিকতাত লক্ষ্মীনাথৰ লগতে থাকিলহি। অৱশ্যে কেইদিনমানৰ পাছতে তেওঁ হাড়ৰা পৌৰনিগমৰ স্বাস্থ্য বিষয়াৰ চাকৰিত সোমাল।'

'বাৰু শ্ৰীনাথ, মোৰ যিমানদূৰ মনত পৰে, ডাক্তৰ গোলাপচন্দ্ৰ বেজবৰুৱাই কলিকতাৰ বিডন স্কোৱাৰত বহা কংগ্ৰেছ অধিৱেশনত এটি সুন্দৰ বক্তৃতা দিয়া নাছিল জানো?'

'হয় ছাৰ, তেখেত মাহচেৰেক লক্ষ্মীনাথৰ পৰিয়ালৰ সৈতে থকাৰ পাছত হাওৰাৰ গোলাবাড়ী ৰোডৰ ৩৫ নং ঘৰ এটিত সুকীয়াকৈ থাকিবলৈ ল'লে। এনেতে বিলাতৰ 'গ্ৰেজ ইন'ত বাৰিষ্টাৰী পঢ়ি থকা জ্ঞানদাভিৰামে পাঠ্যক্ৰম সম্পূৰ্ণ নকৰাকৈ ওলাই আহি গোলাপ ককাইদেউৰ লগত থাকিবলৈ ল'লে। লক্ষ্মীনাথে জ্ঞানদাভিৰামক উৎসাহিত কৰাত তেওঁ বীমা কোম্পানীৰ এজেণ্ট হৈ পৰিল। জ্ঞানদাভিৰামৰ সৈতে তাতে তিনিমাহ থকাৰ পাছতে হঠাতে গোলাপ ককাইদেৱে তেৰ ছেপ্টেম্বৰৰ দিনা খ্ৰীষ্টান ধৰ্মত দীক্ষিত হৈ প্ৰেছবিটেৰিয়ান গীৰ্জাত এগৰাকী খ্ৰীষ্টান মহিলাক বিয়া কৰালে। তাৰপাছত জ্ঞানদাভিৰামে ওচৰৰে ১ নং বেষ্টিল লেইনত ঘৰ এটা কেৰেয়া লৈ থাকিল। সেই ঘৰটো 'লৰেলছ' আৰু ভোলানাথ থকা 'কামৰূপ ভিলা'ৰ প্ৰায় মাজতে। এনেতে ভোলানাথে পেহাকৰ পুতেক ফটিকচন্দ্ৰ বৰুৱাৰ মাজুপুত্ৰ ভুৱনক (কেপ্টেইন্) বিশ্বনাথ নাম দি বিধিমতে পোষ্যপুত্ৰ কৰি ল'লে। ইফালে জ্ঞানদাভিৰামে জীৱনবীমা কৰাবৰ নিমিত্তে ভুৱনক ধৰিলে। ভুৱনৰো কিছু মন লৰিল যদিও কথাটো পকা কৰিবলৈ ভোলানাথ বৰুৱাৰ ওচৰ চাপোতে তেওঁ ক'লে, হেৰা জ্ঞান, তুমি জানানে, বিশ্বনাথে যদি আজি জীৱন বীমা কৰায়, আজিৰে পৰা তাক আটায়ে শাওপাত দিবলৈ আৰম্ভ কৰিব' ইত্যাদি।'

'অ' পিছে লক্ষ্মীনাথৰ ব্যৱসায়ৰ কি হ'ল—ব্যগ্ৰ হৈ খগেন্দ্ৰ মাষ্টৰে সুধিলে।

'আচলতে বি বৰুৱা, কোম্পানীয়ে কাঠৰ কাৰবাৰৰ বাহিৰেও কয়লা, চাহপাত, মৰাপাত আদিৰ ব্যৱসায়ো কৰে। উৰিষ্যা ৰাজ্যতো ভোলানাথ বৰুৱা 'জুঠ মাৰ্চেণ্ট' বুলিয়ে পৰিচিত। পিছে সেই সময়ৰ পৰা কেৱল চেগুন কাঠৰ ব্যৱসায়ৰ বাহিৰে লক্ষ্মীনাথে বি বৰুৱা এণ্ড কোম্পানীৰ পৰা আঁতৰি আহিল। অৱশ্যে সেই বছৰৰে শেষৰছোৱাত লক্ষ্মীনাথৰ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' নামৰ পুথিখন ছপা হৈ ওলাল। সিফালে তেওঁ ডিচেম্বৰৰ ছাব্বিশৰ পৰা আঠাইশ তাৰিখত মুম্বাইত ছাৰ হেন্‌ৰি কটনৰ সভাপতিত্বত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশনলৈ যায়। লক্ষ্মীনাথে সেইখন অধিৱেশনত সাৰ্বজনিক সভাৰ ফালৰ পৰা অসমৰ প্ৰতিনিধি হিচাপে যোগদান কৰে।'

'তাৰপাছতেই বোধহয় লক্ষ্মীনাথে সপৰিয়ালে অসমলৈ আহিছিল, নহয় জানো?' খগেন্দ্ৰ মাষ্টৰে সুধিলে।

'নহয় ছাৰ, তাৰপাছৰ বছৰতহে, অৰ্থাৎ ঊনৈশ শ পাঁচ খ্ৰীষ্টাব্দৰ পাঁচ অক্টোবৰত লক্ষ্মীনাথ সপৰিবাৰে অসম অভিমুখে যাত্ৰা কৰে। যোৰহাটত কেইদিনমান থাকি বিশ তাৰিখে গধূলি গৰুগাড়ীৰে নিশা ন' বজাত গোলাঘাট পায়হি। তিনিদিনৰ পাছত কমাৰবন্ধাৰ পৰা ৰে'লেৰে ডিব্ৰুগড়লৈ গ'ল। চন্দ্ৰকুমাৰে তিনিচুকীয়া ষ্টেচনৰ পৰা আগবঢ়াই তামোলবাৰী চাহবাগিচালৈ নিলে আৰু সেইনিশাই আমোলাপট্টি নাটঘৰত 'সাবিত্ৰী সত্যবান' আৰু 'ভ্ৰমৰংগ' নাটকৰ অভিনয় চাই সন্তোষ লভিলে। একত্ৰিশ অক্টোবৰৰ দোকমোকালিতে পানী জাহাজখন ডিব্ৰুগড় এৰি পাছদিনা নিশা ন বজাত গুৱাহাটী পালে। ইয়াতে তৰুণৰাম ফুকন প্ৰভৃতিয়ে পৰিয়ালটিক আগবঢ়াই আনি ডাকবঙলাত থ'লে। হঠাতে তিনি নৱেম্বৰত লক্ষ্মীনাথৰ জ্বৰ উঠাত ডাক্তৰ লিংড আৰু আজাৰৰ হুছেইন খানে তেওঁক চিকিৎসা কৰে। দহ তাৰিখে জ্বৰ এৰাত এঘাৰ তাৰিখে তেওঁলোক পশ্চিমমুৱা জাহাজত উঠিল। পিছে জাহাজখন পাছদিনা ধুবুৰীৰ বালিচাপৰিত লাগিল! প্ৰায় কুৰিঘণ্টাৰ মূৰত আন এখন জাহাজেৰে টনাত জাহাজখন চলিল, আৰু চৈধ্য তাৰিখে তেওঁলোক কলিকতা পালেগৈ।'

'শ্ৰীনাথ, পিছে জ্ঞানদাভিৰামৰ খবৰ কি?' খগেন্দ্ৰ মাষ্টৰে সুধিলে

শ্ৰীনাথে ক'লে, 'জ্ঞানদাভিৰামৰ তাঁলৈ বায়েক স্বৰ্ণলতাই ভাগিনীয়েক দুজনীক লৈ কটকৰ পৰা আহি পোৱাত, থকা ঘৰটো কিছু সৰু হোৱা নিমিত্তে ২৫০ নং গ্ৰেণ্ড ট্ৰাংক ৰোডৰ ওপৰ তলা কেৰেয়া লৈ ল'লে। কিন্তু মাহচেৰেক পাৰ নহওঁতে, সেই ঘৰটোৰ তলত পাণৱালা এজনৰ 'প্লেগ' ৰোগ হোৱাত স্বৰ্ণলতাই দুয়োজনী ছোৱালীৰ

সৈতে কটকলৈ উভতিলে আৰু জ্ঞানদাভিৰাম লক্ষ্মীনাথৰ ঘৰতে থাকিল। অৱশ্যে উনৈশ শ ছয় খ্ৰীষ্টাব্দৰ প্ৰথমাৰ্ধত জ্ঞানদাভিৰাম বালিগঞ্জৰ ঝাউতলা ৰোডত এটা ঘৰলৈ উঠি গ'ল। এক জুলাইৰ দিনা জ্ঞানদাভিৰামে জোড়াসাঁকোৰ দাৰ্শনিক পণ্ডিত দ্বিজেন্দ্ৰনাথ ঠাকুৰৰ মাজিউ পুত্ৰ অৰুণেন্দ্ৰনাথ ঠাকুৰৰ বৰজীয়াৰী লতিকা দেৱীৰ পাণি গ্ৰহণ কৰে। সেই বিয়াত লক্ষ্মীনাথ উপস্থিত থাকিব নোৱাৰিলে, কাৰণ কাঠৰ ব্যৱসায় সম্পৰ্কীয় কথাৰ নিমিত্তে ভোলানাথৰ সৈতে তেওঁ কাশ্মীৰলৈ যাবলগীয়া হ'ল।'

'শ্ৰীনাথ, তুমি ভোলানাথ বিলাতলৈ যোৱাৰ কিবা ভু পোৱা নে?' মাষ্টৰে সুধিলে।

'হয় ছাৰ, সেই সময়তে ভোলানাথে উৰিষ্যাৰ ময়ূৰভঞ্জ ৰজাৰ পৰা বিশ বছৰৰ নিমিত্তে এখন কাঠনি লীজত ল'লে। সেই জংঘলৰ পৰা কাঠ কঢ়িয়াবলৈ এটি দীঘল ৰে'লআলি সজোৱাৰ উদ্দেশ্যে যাৱতীয় ব্যৱস্থা ল'বলৈ ভোলানাথে বিলাতলৈ যোৱাৰ পৰিকল্পনা কৰিলে।'

'ইফালে লক্ষ্মীনাথে উনৈশ শ সাত খ্ৰীষ্টাব্দত চুৰাটত বহা ভাৰতীয় জাতীয় কংগ্ৰেছলৈ যোৰহাট সাৰ্বজনীন সভাৰ প্ৰতিনিধি নিৰ্বাচিত হৈয়ো যাব নোৱাৰিলে, কাৰণ সেই সময়ত গোলাপ ককাইদেৱেক ঢুকাল!'

'উস্ কি কৰিবা ঈশ্বৰৰ বিধান!' মাষ্টৰৰ মুখত ওলাল।

'অ' অথনি কি সুধিছিল, ভোলানাথৰ বিলাত যাত্ৰাৰ কথা! উনৈশ শ আঠ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত ভোলানাথে জ্ঞানদাভিৰামক সহযাত্ৰী হিচাপে বিলাতলৈ যাবলৈ অনুৰোধ কৰাত তেওঁ যাবলৈ ওলাল। তেওঁলোক কলিকতাৰ পৰা ৰাওনা হৈ মুম্বাইৰ পৰা চাৰি এপ্ৰিলত এছ এছ মাৰ্‌মাৰা নামৰ জাহাজেৰে বিলাতলৈ যাত্ৰা কৰিলে। ভোলানাথৰ ভাগিনীয়েক ভাৰতচন্দ্ৰ বৰুৱাও সহযাত্ৰী হ'ল। একৈশ এপ্ৰিলত জাহাজখন লণ্ডন পালেগৈ। জ্ঞানদাভিৰামে ভোলানাথৰ পৰা শতকৰা সাত টকা সুতত দুহেজাৰ টকা ধাৰলৈ ল'লে। জ্ঞানদাভিৰাম গৈ ২০ নং জেঅ'গচ ইন পেলেচত থাকিল।'

'সাউদ ভোলানাথ বৰুৱাই বিলাতত পাঁচ মাহ কাল থাকিলে। সেই সময়ছোৱাত তেওঁ লণ্ডন মহানগৰীৰ মাজ-মজিয়াত 'বি বৰুৱা এণ্ড কোম্পানী'ৰ এটা শাখা কাৰ্যালয় খুলিলে। কাৰ্যালয়ৰ বিশেষ পৰামৰ্শদাতা, বেংগল-নাগপুৰ ৰে'লৱেৰ অৱসৰপ্ৰাপ্ত কাৰিগৰ মিষ্টাৰ টেইলৰ নামৰ এগৰাকী ইংৰাজ লোক। ভোলানাথে ৰে'ল আলি বহোৱাৰ যাৱতীয় কাম-কাজ পূৰ্ণ কৰি পাঁচ মাহ পাছত স্বদেশলৈ উভতিলে।'

'ইফালে লক্ষ্মীনাথে হাওৰাৰ কাছাৰীৰ অনৰেৰী বেঞ্চত বহি মোকৰ্দমাবোৰ নিষ্পত্তি কৰাত ব্যস্ত। সেই বছৰৰে ৯ নৱেম্বৰত তেওঁৰ নুমলীয়া কন্যা দীপিকাৰ জন্ম হ'ল। তেনে সময়তে এংলো-ইণ্ডিয়ান লিখা এটিয়ে চৰকাৰ বাহাদুৰৰ পৰা ওলোৱা উষা আলোচনীখন চৰকাৰৰ ৰোষত পৰিল। ভয়তে পেঁপুৱা লাগি উষাৰ সম্পাদকে দায় ভাঙিবলৈ শৰাইত গুৱাপাণ আগ কৰি এংলো-ইণ্ডিয়নে লিখাখিনি কাকতখনৰ বুকুৰ পৰা মোহাৰি পেলালে। এনে আৰু দুই-চাৰিটা কথাত বিৰক্ত হৈ লক্ষ্মীনাথে 'বাঁহী' আলোচনী উলিয়াবলৈ যো-জা কৰিলে।

কথাখিনি মনোযোগেৰে শুনি থকা খগেন্দ্ৰনাথ বেজে মাত দিলে, 'বাঁহী'য়ে বহুতো ন লেখক উলিয়াই আনি 'জোনাকী'ৰ উছাহবোৰ বোৱাই লৈ কুৰি শতিকাৰ মাজভাগ পোৱালেগৈ। 'জোনাকী' যুগৰ কৃপাবৰ বৰুৱা আৰু সাধু কোৱা লক্ষ্মীনাথৰ সৈতে আৰু এজন ভকত গোট খালে। ন-ভকতজনে মহাপুৰুষ আৰু মহাপুৰুষীয়া ধৰ্মৰ মেধি ভাগৱতীৰ লেখীয়াকৈ ধৰ্ম আৰু ৰক্ষাকৰ্তাভাজন হৈ পৰিল। সেই বছৰ লক্ষ্মীনাথৰ 'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱন চৰিত', 'কৃপাবৰ বৰুৱাৰ ওভতনি', 'সুৰভি' নামৰ পুথিকেইখন ছপা হৈ ওলাল।'

'বাৰু, লক্ষ্মীনাথৰ ব্যৱসায়ৰ কি অৱস্থা?'

'ছাৰ, আচলতে ঊনৈশ শ ন খ্ৰীষ্টাব্দৰ পৰা চেগুন ব্যৱসায়ৰ পতনমুখী অৱস্থা। মে' মাহমানৰ পৰা ব্যৱসায় একেবাৰেই শোচনীয় হৈ পৰে। লক্ষ্মীনাথে দুই জুনত ব্যৱসায় সম্পৰ্কে লিখিছে, পূৰ্বৰ ব্যৱসায়টো তুলি দিয়া সময়ত খৰচ বাদ দি তেওঁ ভোলানাথক এঘাৰ হাজাৰ দুশ পঁচিশ টকা পাঁচ পাই ধন দিলে! অৱশ্যে, পুনৰ সেইদৰেই কিছুদিন চলিল, ব্যৱসায়ৰো কিঞ্চিৎ উন্নতি হ'ল যদিও উভয় অংশীদাৰৰ মনোমালিন্যৰ অন্ত নপৰিল। সেই বছৰৰে শেষৰ মাহত জ্ঞানদাভিৰাম বাৰিষ্টাৰ হৈ কলিকতাত কিছুদিন ওকালতি কৰাৰ পাছত দুশ পঞ্চাশ টকা বেতনত অসমত হাকিমৰ চাকৰি কৰাৰ কিছুদিনৰ পাছতে আৰ্ল ল' মহাবিদ্যালয়ৰ অধ্যক্ষ পদ গ্ৰহণ কৰে।'

'বাৰু শ্ৰীনাথ, লক্ষ্মীনাথৰ 'সাধুকথাৰ কুকি' পুথিখন তেতিয়াই প্ৰকাশ হয়, নহয় জানো?'

'মানে দহ খ্ৰীষ্টাব্দৰ মাজডোখৰত প্ৰকাশ হয়। কাৰণ এঘাৰ, ছেপ্টেম্বৰত গোলাঘাটলৈ আহোতে মোৰ হাতত কপি এটা দিছিল। আমাৰ মাতৃদেৱীৰ তেতিয়া জৰাজীৰ্ণ অৱস্থা। লক্ষ্মীনাথক গোলাঘাটৰ চাহমেল এখনত সম্বৰ্ধনা জনোৱা হয়। সেই অনুষ্ঠানৰ গুৰি ধৰিছিল বেণুধৰ ৰাজখোৱাদেৱে। লক্ষ্মীনাথে 'অসমীয়া ভাষা' সম্পৰ্কে এটি দীঘলীয়া ভাষণ দিয়ে। পিচদিনা গৰুগাড়ীত গুচি গৈ পণ্ডিত হেমচন্দ্ৰ

গোস্বামী, যোগেন্দ্ৰনাথ বৰুৱা, জ'জ ৰাধানাথ ফুকন আদিক লগ পালে। পাছত সত্যনাথ বৰা, ৰায়বাহাদুৰ ভুৱনৰাম দাস প্ৰভৃতিৰ লগত দেখা হ'ল। পাছদিনা লক্ষ্মীনাথে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ লগত দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰলৈ গৈ কংগ্ৰেছৰ কাৰ্যক্ৰমৰ বিষয়ে আলোচনা কৰিলে। সেইদিনাই জাহাজত উঠি একৈশ তাৰিখে ধুবুৰী পালে। পাছদিনা ৰে'লৰ যাত্ৰা, তাৰ পৰা দামুদিয়া নৈ পাৰ হৈ ৰাতি ন বজাত ৰে'লত উঠি তেইশ তাৰিখে পুৱা কলিকতা পায়গৈ।

লক্ষ্মীনাথ গৈ কলিকতা পাওঁতে মাতৃদেৱীৰ পৰলোকপ্ৰাপ্তিৰ খবৰটো পোৱাত ম্ৰিয়মান হৈ পৰে আৰু 'মাতৃ শ্ৰাদ্ধ' নামৰ কবিতা এটি লিখি শ্ৰদ্ধাঞ্জলি জনালে।'

'বাৰু শ্ৰীনাথ, লক্ষ্মীনাথৰ 'শংকৰদেৱ' নামৰ পুথিখন কেতিয়া ছপা হৈ ওলাল?' খগেন্দ্ৰনাথ মাষ্টৰে সুধিলে।

'ছাৰ, উনৈশ শ এঘাৰ খ্ৰীষ্টাব্দত লক্ষ্মীনাথৰ 'শংকৰদেৱ' নামৰ পুথিখন ছপা হৈ ওলাল।'

'পিছে চেগুন কাঠৰ ব্যৱসায় একা?' মাষ্টৰে সুধিলে।

'শেহত সেই বছৰৰে সাত ছেপ্টেম্বৰ তাৰিখে ভোলানাথৰ সৈতে লক্ষ্মীনাথৰ চেগুন কাঠৰ ব্যৱসায়ৰ হিচাপ নিষ্পত্তি হ'ল। লক্ষ্মীনাথে তেওঁৰ ভাগৰ টকা ল'লে। পাছত লক্ষ্মীনাথে পুনৰ নিজেই কাঠৰ ব্যৱসায় কৰাৰ কথা চিন্তা কৰিলে। ইতিমধ্যে বি বৰুৱা কোম্পানীৰ 'টিক' বিভাগৰ দুই-চাৰিজন পুৰণি কৰ্মচাৰীয়ে চাকৰি এৰিলে। তাৰ ভিতৰৰে মন্মথ চেটাৰ্জীও এজন। তেওঁ হাওৰাৰ শিৱপুৰৰ কাঠৰ ডিপোৰ কেৰাণী আছিল। তেওঁ লক্ষ্মীনাথক চেগুন কাঠৰ ব্যৱসায় কৰাৰ নিমিত্তে উদগনি দিলে। সকলো ঠিক-ঠাক কৰি চালিমাৰত এখন কাঠৰ গোলাৰ ব্যৱস্থা কৰা হ'ল। লক্ষ্মীনাথৰ পুৰণি দাৰোৱান ৰাধা কিষাণক টকা-কড়ি আদায় কৰা কামত লগোৱা হ'ল। ইতিমধ্যে লক্ষ্মীনাথে ভাতৃ হৰিনাথক 'আসাম বেংগল ষ্টোৰ্চ'ৰ মেনেজাৰ নিয়োগ কৰিলে। কম দিনতে দোকানখনৰ বৰ নাম হ'ল যদিও হৰিনাথে কৰ্মচাৰীৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰা নিমিত্তে দোকানৰ অৱস্থা দিনক দিনে বেয়া হ'বলৈ ধৰিলে। হৰিনাথৰ সৈতে তেওঁৰ পৰিবাৰ হেমলতাও কলিকতাতে আছিল। শেষত সেই বছৰৰ চৌবিশ মে'ত হৰিনাথে সপৰিয়ালে সেই ষ্টোৰৰ কাম এৰি গুৱাহাটীলৈ আহিল। লক্ষ্মীনাথে আসাম-বেংগল ষ্টোৰ্চৰ ধাৰ মাৰিবৰ নিমিত্তে তালতলাৰ পূৰ্ণচন্দ্ৰ কুঁৱাৰৰ পৰা এহেজাৰ টকা ধাৰ কৰি দোকানখন ২ নম্বৰ লালাবাজাৰ ষ্ট্ৰীটলৈ তুলি আনিলে। এইবাৰ উপেন্দ্ৰ সিংহ নামৰ এজনক মেনেজাৰ নিয়োগ কৰিলে।'

হুমুনিয়াহ এটি কাঢ়ি খগেন্দ্ৰ মাষ্টৰে ক'লে, 'বুজিছা শ্ৰীনাথ, বোলো কথাতে কয়—

*ঋণৰ শেষ, ব্যাধিত ৰেখ*
*ইয়াত নাৰাখিবা লেশ।'*

'হয় ছাৰ, এই সময়খিনি লক্ষ্মীনাথৰ জীৱনৰ বৰ দুৰ্যোগপূৰ্ণ বছৰ। জীৱনযুদ্ধত জয়ী হ'বলৈ তেওঁ কি যে পন্থা অৱলম্বন কৰা নাছিল! 'জয়ন্তী' নামৰ মূৰত ঘঁহা সুগন্ধি তেল এবিধ উলিয়াই গ্ৰাহকক আকৰ্ষণ কৰাৰ নিমিত্তে তেলৰ বটলৰ লগত উপহাৰ দিবলৈ লক্ষ্মীনাথে বিলাতৰ পৰা সুন্দৰী নাৰীৰ ফটো এখনো কৰাই আনিলে।'

'হয় নেকি, বাঃ' —মাষ্টৰে হাঁহিলে।

'অতুল বাবুৱে লক্ষ্মীনাথক ব্যৱসায়ত যথেষ্ট সহায় কৰিলে। তথাপিও সেই বছৰৰ বিশ ছেপ্টেম্বৰত তেওঁ ৰোজমেৰি লেনৰ ঘৰটো বন্ধকত দিবলগীয়া হ'ল। চন্দ্ৰকুমাৰ আগৰৱালাই চাহপাত বেচি দুপইচা উপাৰ্জন কৰিবলৈ বান্ধৈক সুযোগ দিলে। আনকি চন্দ্ৰকুমাৰে বান্ধৈলৈ লিখিছিল, গুৱাহাটীত ছাত্ৰসকলৰ বাবে হোষ্টেল কৰি লক্ষ্মীনাথক সপৰিয়ালে তালৈকে গুচি আহিবলৈ অনুৰোধ কৰিলে। লক্ষ্মীনাথে সেই প্ৰস্তাৱত অনিচ্ছা প্ৰকাশ কৰিলে।'

'আনহাতে লক্ষ্মীনাথ 'চিটি অব্ গ্লাচগো ইন্সিওৰেন্স কোম্পানী'ৰ এজেণ্ট হৈ থকা বাবে ছয় ডিচেম্বৰত জ্ঞানদাভিৰাম বৰুৱাই সাত হাজাৰ পাঁচ শ টকা জীৱনবীমা কৰাত লক্ষ্মীনাথে কমিছন পালে পয়সত্তৰ টকা। সেই বিপৰ্যয় এনে পৰ্যায়লৈকেও গ'ল যে, প্ৰজ্ঞা সুন্দৰীয়ে পুৰণা বাতৰিকাকত বিক্ৰী কৰিও ঘৰ চলাবলগীয়া হৈ পৰিল।' কথাখিনি কৈ শ্ৰীনাথে এটা হুমুনিয়াহ এৰিলে।

খগেন্দ্ৰ মাষ্টৰে ক'লে, 'বুজিছা শ্ৰীনাথ এষাৰ কথা আছে, 'নাজানি দৈৱৰ গতি, ওফোন্দা গালিও হয় পাৰ্বতী।'

কিছু চিন্তা কৰি শ্ৰীনাথে ক'লে, 'আচৰিত কথা কি এনে দুৰ্যোগৰ সময়তো লক্ষ্মীনাথে মিষ্টাৰ জে এন সেনৰ অনুৰোধক্ৰমে সম্বলপুৰলৈ গৈ উৰিষ্যাৰ ৰাজ্যপাল ছাৰ এছ বেলিৰ সন্মানাৰ্থে দিয়া ভোজত যোগ দিয়েগৈ। তেওঁৰ বাঁহীখনো নিয়মিত ওলাই আছিল। *সেই বছৰেই প্ৰকাশিত হ'ল—'বুঢ়ী আইৰ সাধু' পুথিখন।'*

মিহিকৈ হাঁহি এটি মাৰি খগেন্দ্ৰ মাষ্টৰে প্ৰিয় ছাত্ৰজনৰ বিষয়ত ককায়েককে ক'লে, 'সূৰ্যকনো কিহেৰে ঢাকিবা, শ্ৰীনাথ?' হাঁ, হাঁ, হাঁ।'

# চতুৰ্দশ অধ্যায়

প্ৰজ্ঞাসুন্দৰীৰ ভিনিহীয়েক বেৰিষ্টাৰ ছাৰ আশুতোষ চৌধুৰীৰ পৃষ্ঠপোষকতাত তেখেতৰ বালিগঞ্জৰ বাসভৱনত ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'বাল্মীকি প্ৰতিভা' নাটখন অভিনয়ৰ নিমিত্তে আয়োজন কৰিলে। তালৈকে বৰলাটৰ সহধৰ্মিণীসহ প্ৰায় এহেজাৰ গণ্যমান্য লোক নিমন্ত্ৰিত হৈ সেই অভিনয় উপভোগ কৰে। কলিকতাৰ ইংলিচ্‌মেন, ষ্টেটচ্‌মেন, ডেইলী নিউজ, এম্পায়াৰ কেপিটেল, বেংগলী, অমৃত বাজাৰ, ইণ্ডিয়ান মিৰৰ আদি কাকতবিলাকে সেই অভিনয়ৰ কথা বৰ বৰ শাৰীৰে প্ৰকাশ কৰে। সেই নাটকৰ ভাৱৰীয়াসকলৰ ভিতৰত আছিল জ্ঞানদাভিৰাম বৰুৱা চৰ্দাৰৰ ভাওত, অৰুণা আৰু ৰত্নাৱলী বনদেৱীৰ ভাৱত ইত্যাদি।'

শ্ৰীনাথে পানী এঘটি পী লৈ পুনৰ কৈ গ'ল, 'পাছৰ বছৰ লক্ষ্মীনাথ চাজাহানপুৰলৈ ফুৰিবলৈ যাঁওতেও সেই ঠাইতো 'বাল্মীকি প্ৰতিভা' নাটৰ অভিনয় কৰিবলগাত পৰে। চৈধ্য খ্ৰীষ্টাব্দৰ পাঁচ জানুৱাৰী দিনা স্থানীয় গেৰিচন থিয়েটাৰ হলত পুনৰ সেই নাটৰ অভিনয় হয়। সেই অভিনয়ত লক্ষ্মীনাথ প্ৰথম দস্যু, প্ৰজ্ঞাসুন্দৰী দ্বিতীয় দস্যু, অৰুণা সৰস্বতী, ৰত্না আৰু দীপিকাই বনদেৱী, দীনেন্দ্ৰনাথ ঠাকুৰে বাল্মীকিৰ অভিনয় কৰে। নাটৰ আখৰাৰ নিমিত্তে নিতৌ লক্ষ্মীনাথে হাওৰাৰ পৰা সপৰিবাৰে গৈ ৰাতি ন-দহমান বজাত বালিগঞ্জৰ পৰা ঘৰলৈ উভতিব লাগে।'

মূৰটো খজুৱাই খজুৱাই খগেন্দ্ৰ মাষ্টৰে সুধিলে, 'পিছে শ্ৰীনাথ, আখৰা কৰিবলৈ তালৈকেনো কিয় যাব লাগে?'

'ছাৰ আচলতে, ইউৰোপত প্ৰথম বিশ্বযুদ্ধৰ সূচনা হওঁতে ব্ৰিটিছে ফ্ৰান্স আৰু ৰাছিয়াৰ সৈতে জোঁট বান্ধি জাৰ্মানী, অষ্ট্ৰিয়া আৰু তুৰস্কৰ বিপক্ষে থিয় দিয়ে। যুদ্ধখনে ক্ৰমান্বয়ে বিশাল ৰূপ ধাৰণ কৰি পৃথিৱীখন ছানি ধৰাত ভাৰতীয় প্ৰজাসকলৰ এক অংশই নিজ ৰজা ব্ৰিটিছৰ নিমিত্তে ধন, জন, প্ৰাণিপাত কৰিবলৈ পণ ল'লে। সেই উপলক্ষতে ছাৰ আশুতোষ চৌধুৰীয়ে 'কলিকতা ৰয়েল থিয়েটাৰ'ৰ সৌজন্যত ব্ৰিটিছৰ সাহায্যাৰ্থে নাটকখনৰ অভিনয় কৰিবলৈ তেওঁৰ ঘৰতে আখৰা আৰম্ভ কৰে।'

'লক্ষ্মীনাথৰ পৰিয়াল ঘৰলৈ উভতি অহাৰ পাছত গৃহস্থৰ অনুপস্থিতিৰ সুযোগ লৈ ঘৰৰ লগুৱা-লিগিৰীসকলে বজাৰৰ পৰা ন-ন সঁচাৰ কাঠী আনি পেৰা, আলমাৰী মেলি মাজে-সময়ে ধন-ৰিত কাপোৰ-কানি আদি সৰকাবলৈ ধৰিলে। লাহে লাহে গৃহস্থৰ ইটো-সিটো হৰলুকি হোৱাটো চকুত পৰিল। অৱশ্যে ভৃত্যসকলে নানান প্ৰকাৰে

নিজৰ নির্দোষিতা প্রমাণ কৰিবলৈ ধৰিলে। উপায়বিহীন হৈ পুলিচত এজাহাৰ দিয়া হ'ল। আৰক্ষীয়ে গোটেই বৃত্তান্তটো শুনি কথাবোৰ গমি-পিটি চাই ভৃত্যসকলৰ প্ৰশ্নোত্তৰবোৰ শুনি দুই-এটাক গ্রেপ্তাৰ কৰি লৈ যাব খুজিলে। কিন্তু, লক্ষ্মীনাথে নিজৰ বিশ্বাসী লগুৱাক গ্রেপ্তাৰ কৰিবলৈ নিদিলে। ফলত ইয়াৰ পাছতো সেই কর্ম অব্যাহত থাকিল। লক্ষ্মীনাথে চোৰক ভয় খুৱাবলৈ চাঁদনিৰ পৰা এটা বন্দুক কিনি আনি ঘৰত থ'লে।'

'হাওৰাৰ ৰোজমেৰি লেনৰ 'লৰেলচত' থাকোতে গুৱাল বিধুৱে কু-সংগত পৰি চুৰি কর্ম শিকিলে। সি সদায় ৰাতিহে ওলোৱা-সোমোৱা কৰিছিল।'

'এদিন ৰাতি লক্ষ্মীনাথে বন্দুক লৈ চোপ দি আছিল। এটা সময়ত বিধু আৰু তেওঁৰ দলটোৱে দুৱাৰ মেলিব খোজোতেই তেওঁ বন্দুক লৈ আগত দেখা দিয়াত দলটো পলাই পত্রং দিলে! লক্ষ্মীনাথে চোৰক চিনি পাই পাছদিনা পুৰা বন্দুকটো চাফা কৰি থাকোতে চাকৰ-বাকৰসকলে শুনাকৈ ক'লে, ৰাতি চোৰ আহিলে তেওঁ বন্দুকেৰে গুলীয়াই মাৰিব! অৱশ্যে তেতিয়াৰ পৰা চোৰৰ উৎপাত শাম কাটিল।'

'লক্ষ্মীনাথে মাজে-সময়ে লগুৱাৰ কণ কণ ল'ৰা-ছোৱালীৰ সৈতে ধেমালি-ধুমুলা কৰে। 'লিগিৰী এজনীৰ ফটিক নামৰ আঠ বছৰীয়া ল'ৰা এটা আছিল। তেওঁ তাক ৰাতি ভাত খোৱাৰ সময়ত মাতি আনি ভাও-ভেকুটি শিকায়। যেনে, কণা চকু মুদি ম'হ বা মাখি ধৰা। গিৰিহঁতৰ আদেশত ফটিকে যেতিয়া কাল্পনিক মাখি ধৰি আনি জীয়েকহঁতৰ গাত পেলাব খোজে, তেতিয়া তেওঁলোকে চিঞৰিবলৈ ধৰে, লক্ষ্মীনাথে সৰু ল'ৰাৰ দৰে হাঁ, হাঁকৈ হাঁহে!'

'শ্রীনাথ, কিন্তু লক্ষ্মীনাথৰ নতুন চেগুন কাঠৰ ব্যৱসায় ঠন ধৰি উঠিলনে?' খগেন্দ্রনাথ বেজে সুধিলে।'

'ছাৰ, মহাসমৰ আৰম্ভ হোৱা দুবছৰৰ ভিতৰত লক্ষ্মীনাথৰ ব্যৱসায় দিনকদিনে পৰালি পৰি আহিব ধৰিলে। অৱশ্যে চেগুণ কাঠৰ ব্যৱসায় অলপ ডাঙৰকৈ কৰিবলৈ অনেক ধনৰ প্ৰয়োজন। ব্ৰহ্মদেশৰ পৰাই বেছিকৈ চেগুণ কাঠবোৰ অনা হয়। তাত ইউৰোপীয় সদাগৰসকলৰ সেই ব্যৱসায় একপ্ৰকাৰ একচেতীয়া। ইউৰোপীয় এজেন্টসকলে কলিকতা, মাদ্রাজ, বোম্বাই আৰু কৰাচীত বাস কৰে। সেই এজেন্টসকলৰ ডাঙৰ ডাঙৰ সদাগৰী পাম আছে। তেওঁলোকে বিশ্বাসযোগ্য ভাৰতীয় বেপাৰীসকলক নৰৈ দিনৰ কৰালত কাঠ ধাৰে দিয়ে। নির্দিষ্ট দিনত কাঠৰ দাম পৰিশোধ কৰিব নোৱাৰিলে ভৱিষ্যতলৈ আৰু কাঠ ধাৰে নাপায়! সিফালে যুদ্ধৰ প্ৰথমছোৱাত জাৰ্মানীৰ প্ৰতাপ আৰু ইংলেণ্ডৰ পৰিতাপ দেখি ভাৰতীয় মানুহৰ ঘাইকৈ লেখা-পঢ়া কম জনা বা নজনাসকলৰ ধাৰণা যে, —ইংৰাজৰ ৰাজত্ব ওৰ পৰেহিয়েই! এনে মনোভাবেৰে সৰু

সৰু বেপাৰীসকলে দিবলগীয়া দিনত ধন পৰিশোধ নকৰি 'আজি কি কালিলৈ দিম' কৰিবলৈ ধৰিলে আৰু অনেকে কাঠৰ গোলা সামৰি-সুতৰি ধনবিত লৈ নিজ নিজ গাঁও-ভূঁইলৈ পলায়ুৰ্দ্ধং কৰিলে। অৱশ্যে ডাঙৰ মহাজন বা ব্যৱসায়ীৰ কথা সুকীয়া। পিছে, লক্ষ্মীনাথৰ ধনৰ মোনা তেতিয়া ডাঙৰ নাছিল কাৰণে, তেওঁ শোঁটিমোট খাই পৰিল। মাত্র এবছৰ ভিতৰতে তেওঁৰ ব্যৱসায় অচল হৈ পৰিল। তেওঁৰ গাডী-ঘোঁৰা সমন্বিতে ঘৰ-সংসাৰ চলোৱা আড়ম্বৰ আগৰ দৰেই থাকিল যদিও ঘৰৰ চাকিত তেল টুকাল। কোনো কোনো দিনা পুনৰ পুৰণি ষ্টেটচ্‌মেন বাতৰিকাকত বেচিহে গৃহিণীয়ে ঘৰ চলাবলগীয়া অৱস্থা আহি পৰিল। লক্ষ্মীনাথ নিৰুপায় হৈ ধৰুৱাসকলৰ ওপৰত আদালতত মোকৰ্দমা ৰুজু কৰিলে। দেৱানী মোকৰ্দমা বহুদিনলৈ চলিল। অৱশ্যে ভালেমান দিনৰ মূৰত গোচৰৰ ফলত কিছু ধন আদায় হ'ল যদিও সৰহসংখ্যক ধৰুৱাৰ ধন আথাউনি পানীত বুৰিল।'

হুমুনিয়াহ এটা কাঢ়ি শ্ৰীনাথে কৈ গ'ল—'কিংকৰ্তব্যবিমূঢ় হৈ লক্ষ্মীনাথে ভাবিবলৈ ধৰিলে, পালে এটা চাকৰিকে কৰা উচিত হ'ব ; নতুবা ভোজনং যত্র তত্ৰচ, মৰণং গোমতী তীৰে বা গংগাতীৰে! বাৰ্ড কোম্পানীৰ টিম্বাৰ বিভাগৰ বৰচাহাব মিষ্টাৰ কাৰ্কপেট্ৰিকেৰে সৈতে চিনাকি হৈ লক্ষ্মীনাথে নিজৰ দুখৰ কথা বৰ্ণনা কৰাত, তেওঁ লক্ষ্মীনাথক সেই প্ৰতিষ্ঠানত চাকৰি এটা দি সহায় কৰিবলৈ গাত ল'লে। বাৰ্ড কোম্পানীৰ ঘাই বৰচাহাব মিষ্টাৰ আইৰণ ছাইডৰ ওচৰলৈ লক্ষ্মীনাথক লৈ যোৱাত বৰচাহাবেও তেওঁৰ কথা-বাৰ্তাত প্ৰসন্ন হৈ পাছদিনাৰে পৰা ডেৰশ টকা দৰমহাৰ কাম এটাত মকৰল কৰিলে। কিন্তু, সেই সময়ত লক্ষ্মীনাথৰ ঘৰৰ চাকৰ-নাকৰ কাচোৱান-চহিচ, কেৰাণীৰ দৰমহা গোটাই লৈ দুশৰো অধিক হয় যদিও লক্ষ্মীনাথে প্ৰথমে সেই চাকৰিতেই সোমাই ল'লে। কাৰ্কপেট্ৰিকে বাৰ্ড কোম্পানীৰ টিম্বাৰ আৰু চিভিল চেনিটেৰী দুটা বিভাগৰ কামৰ দায়িত্ব দিলে। লক্ষ্মীনাথে বংগ, বিহাৰ, উৰিষ্যাৰ কেউফালৰ উপৰিও পূৰ্ব-বংগৰ চান্দপুৰ, চিটাগং, বৰিশাল, উত্তৰপ্ৰদেশৰ এলাহাবাদ উত্তৰ বিহাৰ, নাগপুৰ, বিলাসপুৰ, ৰায়পুৰ, সম্বলপুৰ আদি ঠাইত ঘূৰি ফুৰিবলৈ ধৰিলে।'

শ্ৰীনাথ, কথা আৰু এটা সোধো ৰ'বা, 'পিছে ভতিজা ছোৱালী তিনিগৰাকীৰ পঢ়া-শুনাৰ কথাটো?'

'লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰীয়ে কেউগৰাকী জীয়াৰীৰে সুশিক্ষাৰ নিমিত্তে সদায়ে বিশেষ যত্ন লৈ আহিছে। অৰুণা আৰু ৰত্নাৰ নিমিত্তে ঘৰতে এগৰাকী ইংৰাজ মহিলা অভিভাৱিকাস্বৰূপে ৰাখিছিল। অৰুণাই কলিকতাৰ ডায়চেচেন বিদ্যালয়ত পঢ়ি তাৰ পৰাই উনৈশ শ ষোল খ্ৰীষ্টাব্দত সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।'

'তদুপৰি, সেই বছৰৰ শেষৰ মাহত গুৱাহাটীত নিজ দেশ আৰু চিৰচেনেহী ভাষাৰ বিষয়ে চিন্তা-ভাৱনা কৰা অসমৰ ছাত্ৰসকলে সন্মিলনী পাতি লক্ষ্মীনাথক সভাপতি বৰণ কৰাত, তেওঁ বাৰ্ড কোম্পানীৰ পৰা ছুটী লৈ গুৱাহাটীলৈ আহে। কলিকতাৰ পৰা তেওঁৰ লগত আহে প্ৰজ্ঞাসুন্দৰী, অৰুণা, ৰত্না, দীপিকা আৰু যতীন্দ্ৰনাথ দুৱৰা। ইফালে কলিকতাৰ পৰা তেওঁলোকৰ লগতে বাৰজন ছাত্ৰ-প্ৰতিনিধিও আহে। লক্ষ্মীনাথৰ পৰিয়ালটি চব্বিশ ডিচেম্বৰত গুৱাহাটী পাই অধ্যক্ষ জে বৰুৱাৰ বাসভৱনত উঠেহি।'

ইমানপৰে ধৈৰ্যসহকাৰে শ্ৰীনাথৰ কথাবোৰ শুনা খগেন্দ্ৰ মাষ্টৰে মাত দিলে, 'সেইখন মেলত ময়ো উপস্থিত আছিলো। পাঁচিশ তাৰিখে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাই অভ্যৰ্থনা সমিতিৰ হৈ ওজস্বিনী ভাষাৰে সাৰুৱা অভিভাষণখন পাঠ কৰে। সভাপতি আসনৰ পৰা লক্ষ্মীনাথে ছাত্ৰসকলৰ উৎসাহকাৰী আৰু আধ্যাত্মিক শিক্ষা, ঈশ্বৰ বিশ্বাসৰ উপকাৰিতা, সৎস্বভাৱ গঠন কৰা, প্ৰাচ্য-পাশ্চাত্য শিক্ষাৰ প্ৰকৃত মিলন, ছাত্ৰৰ ভৱিষ্যৎ জীৱনৰ লক্ষ্য, সাহিত্য চৰ্চাৰ আৱশ্যকতা আদি বিষয়ৰ এটি উপদেশপূৰ্ণ উদ্দীপনাময় সুদীৰ্ঘ ভাষণ দিয়ে। সামৰণিত তেওঁ কৈছিল—'আপোনালোক লেখত তাকৰ, তাত একো নাই। লেখত সৰহ হ'লেই যে মনুষ্যত্বৰ যোগফল সৰহ হয় এনে নহয়। কোনে জানে আপোনালোকৰ একো একোজনৰ ভিতৰত ঈশ্বৰদত্ত কি শক্তি নিহিত আছে? কোনে জানে কোন ক্ষুদ্ৰ বীজটিৰ ভিতৰত কি প্ৰকাণ্ড বটবৃক্ষ লুক্কায়িত? ঈশ্বৰৰ অংশ, ঈশ্বৰৰ সন্তান মনুষ্যৰ ভিতৰত ঈশ্বৰৰ শক্তি নিঃসংশয়ৰূপে নিহিত আছে। এতেকে এনে সুদিন অসমৰ আহিব পাৰে, তেতিয়া নিশ্চয় ভগৱানৰ অনুগ্ৰহত মহেন্দ্ৰ ক্ষণৰ সুযোগ পাই অসমখন সম্পূৰ্ণৰূপে বিকশিত হৈ জগতক আচৰিত কৰিব। অসমীয়াৰ ভিতৰৰ পৰাই, ঢেঁকীয়া-কচুৰে গঢ়া অসমীয়াৰ শৰীৰৰ পৰাই মোমাই তামুলী বৰবৰুৱা, লাচিত বৰফুকন, পূৰ্ণানন্দ বুঢ়াগোহাঁই, শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, আনন্দৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম হৈছিল। 'হিষ্টৰী ৰিপিটচ ইটছেলফ'—এইটো বহুদৰ্শিতাৰ সিদ্ধান্ত নহয়নে? আপোনালোকে সত, ন্যায় ধৰ্মৰ পথৰ পৰা বিচলিত নহৈ এহাশুধীয়াভাবে নিজৰ কৰ্তব্য কৰি যাওক, নিশ্চয় দেখিব, স্বৰ্গদপি গৰীয়সী জননী জন্মভূমিৰ মংগল সাধিত হৈছে।'

'তেওঁ আমাৰ দেশৰ শিক্ষা-প্ৰণালীৰ বিষয়ে কৈছিল—আমাৰ শিক্ষা অৰ্থাৎ, ভাৰতীয়সকলৰ শিক্ষা পাশ্চাত্য হ'ব লাগিব, কিন্তু প্ৰাচ্য সাঁচত। উদ্দালকৰ গুৰুগৃহৰ শিক্ষাপ্ৰণালী আজিকালিৰ নিমিত্তে শুকান। সেইকাল, সেই লোক, সেই সমাজ, সেই জীৱনযাত্ৰাৰ লক্ষণ সকলো গ'ল। আজিকালিৰ অৱস্থা অনুযায়ী শিক্ষাপ্ৰণালী হ'বই

লাগিব নতুবা আগৰকালৰ ঘূৰণীয়া বিন্ধাত আজিকালিৰ চাৰিচুকীয়া গজাল সুমাৱাৰলৈ যোৱাৰ নিচিনা হ'ব। আমি পাশ্চাত্য শিক্ষা পালেও যে ইউৰোপীয় নহওঁ ভাৰতীয়হে, সেইটো নাপাহৰি আমাৰ শিক্ষা গাত ভাৰতীয় ছাব-মোহৰ থাকিব লাগিব।'

হাঁহি এটা মাৰি শ্ৰীনাথে ক'লে, 'বাপ্‌ৰে ছাৰৰচোন আটাইখিনি কথা সলসলীয়াকৈ মনত আছে।'

'কিয় নাথাকিবহে, মোৰ প্ৰাক্তন ছাত্ৰ, তাতে আকৌ লক্ষ্মীনাথ বেজবৰুৱাৰ পাণ্ডিত্যপূৰ্ণ কথা। বাৰু শ্ৰীনাথ তোমাৰ ভায়েৰাই গুৱাহাটী এৰিলে কেতিয়া?'

শ্ৰীনাথে ক'লে—'গুৱাহাটীত আৰু দুদিনমান ফুৰি-চাকি উনৈশ শ সোতৰ খ্ৰীষ্টাব্দৰ দুই জানুৱাৰীত লক্ষ্মীনাথ সপৰিয়ালে কলিকতা পালেগৈ।

গোটা তামোল এটা চকলিয়াই চকলিয়াই খগেন্দ্ৰ মাষ্টৰে শ্ৰীনাথক ক'লে, 'এটা কথাহে শ্ৰীনাথ, মই এবাৰ ঘৰলৈ যাব লাগিব, সিফালে লক্ষ্মীপূজা উপলক্ষে আমাৰ নামঘৰত ভাওনা এখনো পাতিছে। মানে প্ৰতি বছৰে মই তেনে সময়তে গাঁৱলৈ পাক এটা মাৰো, খেতিপথাৰখনতো পাক এটা মাৰিব লাগে। তোমাক সিদিনা যে লগ ধৰিছিলো, ব'লা কালি পুৱাই ওলোৱা তিনিদিন থাকি আহিম, মাজৰ দিনা ভাওনা-সবাহখনো চাই আহিব পাৰিবা।'

অলপ চিন্তা কৰি শ্ৰীনাথে প্ৰস্তাৱটোত সঁহাৰি জনালে।'

# প্ৰথম অধ্যায়

কাহিলি পুৱাতে খগেন্দ্ৰনাথ বেজ আৰু শ্ৰীনাথ আহি উজানবজাৰ ঘাট পালেহি। আগদিনাখনেই নাওখনত চেনি, কাপোৰ আদি সামগ্ৰীৰে বোজা কৰি গাঁৱলৈ লৈ যাব। নাৱৰীয়াজনে খগেন্দ্ৰনাথ বেজক সংবাদ টো দিছিল। সেইদিনা নাওখন ভটিয়াই আহি চন্দ্ৰপুৰৰ ওচৰ-পাওঁতেই খগেন্দ্ৰনাথ মাষ্টৰে শ্ৰীনাথকে সুধিলে, 'সিপাৰৰ ঠাইখন কি জানানে শ্ৰীনাথ?'

'নাজানো ছাৰ, কি ঠাই বা!'

'সেইখন কুৰুৱা। আমি আৰু অলপমান গৈ কেঁকুৰি এটা ঘূৰিলেই ইপাৰে কলংমুখ পাম। তাৰ পৰা কলং নৈৰে ভটিয়াই যাব লাগিব।'

'কিছুদুৰ আগবঢ়াৰ পাছত নাওখনৰ ওচৰতে দুটা শিহুৱে বুৰ মাৰি ওপৰলৈ উঠাত জলপৃষ্ঠৰ ওপৰত দুয়োটাকে দেখা গ'ল। তাকে দেখি খগেন্দ্ৰ মাষ্টৰে ক'লে 'এই ঠাইত মাছৰ ঘুলি আছে, বুজিছা। বাৰু, শ্ৰীনাথ তুমি যে অথনি সামৰিলা, তাৰ পাছত লক্ষ্মীনাথৰ কি হ'ল কোৱা, আকৌ?'

'ছাৰ, ঊনৈশ শ সোতৰ খ্ৰীষ্টাব্দত কলিকতাত থাকোতেই লক্ষ্মীনাথে বাৰ্ড-কোম্পানীত কেনভেচাৰৰ চাকৰিত সোমাই চিটাগাং, বৰিশাল, এলাহাবাদ, বিলাসপুৰ, সম্বলপুৰ আদি ঠাইত ঘূৰি ফুৰিবলগীয়া হ'ল। কিন্তু, সেই বছৰৰ বাবে বননি এখন লীজত লোৱাত, কোম্পানীয়ে লক্ষ্মীনাথক জংঘলৰ কাম পৰিচালনাৰ কাৰণে দৰমহা দুশ টকালৈ বঢ়াই দি সম্বলপুৰলৈ পঠিয়ালে। তদুপৰি, তেওঁ থকা ঘৰৰ কেৰেয়া, চাকৰ, চাপৰাচীৰ দৰমহা আৰু গাড়ীৰ খৰচ আদি কোম্পানীয়ে বহন কৰিলে। তেওঁ ছেপ্টেম্বৰ মাহত পৰিয়ালসহ সম্বলপুৰলৈ উঠি গ'ল। সম্বলপুৰলৈ গৈ প্ৰথমে পৰিয়ালটো চৰকাৰী উকীল আৰু পুৰণি বন্ধু যোগেন্দ্ৰনাথ সেনৰ ঘৰত উঠিলগৈ।'

বেজবৰুৱা পৰিয়াল সেইবাৰ সম্বলপুৰলৈ যাওঁতে মিষ্টাৰ সেনৰ সহধৰ্মিণী কবি সৰোজ কুমাৰী দেৱীয়ে প্ৰথম সম্ভাষণতে ক'লে, 'দেখুন মিষ্টাৰ বেজবৰুৱা, আপনাৰ মাথায় গোবৰ-ভোৰা! আমৰা ভাল কৰে জানি, আপনি সেই ব্যৱসায়ে পাৰ্টনাৰ ছিলেন যখন, কে আপনাকে কি কৰতে পাৰত? বৰং আদালতে এই ব্যাপাৰে গেলে, আপনি অৰ্দ্ধেক ব্যৱসায়েৰ অধিকাৰীহতেন!'

ভদ্ৰ মহিলাগৰাকীক নমস্কাৰ জনাই হাঁহি এটি মাৰি লক্ষ্মীনাথে উত্তৰ দিলে, 'আপুনি কোৱা কথাষাৰ সঁচা। মোৰ মূৰটো নিশ্চয় গোবৰেৰে ভৰা। নহ'লে মোৰ

মনলৈ সদায়ে এই কথা কিয় আহে ঃ 'মোক ধন নালাগে, লাগে শান্তি! আৰুনো ত্যাগ কিয় মোৰ হেঁপাহৰ বস্তু হ'ব! পূৰৈ শাকৰ চৰ্চৰীত খুদ খুদ মিছা মাছ আৰু এচিকটা লোন আৰ্জি নিতৌ পেট প্ৰৱৰ্তাই থাকিব পাৰিলেই মোৰ হ'ল বুলিনো কিয় বাৰু মোৰ মনলৈ ভাব আহিব আৰু আটাইতকৈ মজাৰ কথা যে, মই তেনে নকৰিলো বুলি মোৰ অনুতাপ নহ'ব কিয়?'

'লক্ষ্মীনাথে ছেপ্টেম্বৰ মাহৰ পাঁচ তাৰিখে সম্বলপুৰৰ উপায়ুক্ত লিউক চাহাবৰ বঙলাটো কিনি ল'লে। বঙলাটোৰ কাষেৰে মহানদী বৈ গৈছে। নৈৰ পাৰৰ সৰু টিলা এটিত 'ৰামপদ-থান' অৱস্থিত। মহানদীখনৰ ইপাৰে সম্বলপুৰ, সিপাৰে বৰগড়। বৰগড় সম্বলপুৰ জিলাৰেই এটা মহকুমাৰ সদৰ ঠাই। সম্বলপুৰত ইউৰোপীয় ক্লাবৰ ওচৰতে ভাৰতীয় বিষয়াসকলৰ 'সম্বলপুৰ ক্লাব' অৱস্থিত। সেইখন জিলাত 'ক্যেল' জাতিৰ মানুহৰ বসতি বেছি। চহৰখন পৰ্বতমালাৰে ঘেৰা আৰু কাষে কাষে ঘন হাবিৰে পৰিপূৰ্ণ। নানান দেৱ-দেৱীৰ মন্দিৰে ঠাইখনৰ জেউতি চৰাইছে। হাবিবোৰ শালগছেৰে সদায় সেউজময় কৰি ৰাখে।'

'ঘৰ কিনাৰ এমাহৰ পাছতে লক্ষ্মীনাথে ত্ৰিশ মাইল আঁতৰৰ মেঘপাল নামৰ ঠাইখনৰ হাবিত কাম আৰম্ভ কৰিলে। মেঘপালৰ আশে-পাশে কেলে, গঁড়া, ওৰাং আদি জনজাতি লোকসকলৰ বসতি। মেঘপালৰ সংলগ্ন হাবিখনৰ নাম-পৰ্চলিথানম। ঘাইকৈ ৰে'লত ব্যৱহাৰ হোৱা স্লীপাৰ, সেই হাবিত কাটি উলিয়ায়, সেইবোৰ গৰুৰ গাড়ীৰে সম্বলপুৰৰ ৰে'ল ষ্টেচনৰ কাষত থকা কোম্পানীৰ ডিপোলৈ পঠিয়ায়। ৰে'লৰ ইঞ্জিনীয়াৰৰ দ্বাৰা পাছ কৰাই দিয়ালৈকে লক্ষ্মীনাথৰ দায়িত্ব। তিনি বছৰলৈকে এই কাম চলিবলৈ ধৰিলে। ছাৰ, মই দেখিছো নহয়, এই কাম ভৰবাৰিষা ব্ৰহ্মপুত্ৰত চুচীয়া নাৱেৰে পাৰি দিয়াৰ দৰেই অত্যন্ত আহুকলীয়া।'

'হয় নেকি, তেতিয়া হ'লে আৰু ক'ব লাগিছেনে? খগেন্দ্ৰ নাথ বেজে ক'লে।

'লক্ষ্মীনাথে মেঘপালত এটা বঙলা সজাই ল'লে। অহা-যোৱাৰ বাহন হ'ল—টংগা। বলধ গৰু এহালেৰে টানে। পৰ্বতীয়া ঠাইত ঘোঁৰাতকৈ গৰুৰে টনা টংগাহে বেছি কাৰ্যকৰী। কাৰণ, শিল পাৰি থোৱা বাটত ঘোঁৰা সোনকালে খোৰা হয়। কিন্তু গৰু বেপৰোৱা। টংগাৰে সম্বলপুৰৰ পৰা মেঘপাললৈ দুদিনৰ বাট। সৰু টাটু ঘোঁৰা এটাকৈ অৰুণা আৰু ৰত্নাৰ বাবেও কিনিলে। দুয়ো জীয়াৰীয়ে মাক-দেউতাক আৰু ভনীয়েক দীপিকা উঠি যোৱা টংগাৰ লগে লগে গৈ থাকে।'

কথাখিনি শুনি খগেন্দ্ৰনাথ বেজে মাত দিলে, 'বাঃ সেইহে মূলা গাভৰু দেশৰ জীয়াৰী!'

শ্ৰীনাথে পুনৰ কৈ গ'ল, 'সিফালে উনৈশ শ ওঠৰ খ্ৰীষ্টাব্দৰ পাঁচ জুলাইত লক্ষ্মীনাথে বাইশ নম্বৰ ৰোজমেৰি লেন'ত থকা লৰেলচ্ নামৰ ঘৰটো একত্ৰিশ হাজাৰ টকাত এগৰাকী ৰাজস্থানৰ ব্যৱসায়ীক বিক্ৰী কৰিলে। ইপিনে বাৰ ছেপ্টেম্বৰত হিংগ্ৰী

কোনিয়াচীৰ পৰা ঝাড়চোগাড়াত আন এটা ঘৰ এটা চাৰিশ পয়সত্তৰ টকাত কিনি লয়। ঝাড়চোগাড়া সম্বলপুৰৰ পৰা চব্বিশ মাইল দূৰৈৰ এটা ৰে'ল জংচন।'

'সেই বছৰৰ মাৰ্চ মাহত মিষ্টাৰ কাৰ্কপট্ৰিকে বাৰ্ড-কোম্পানীৰ কাৰিকৰী বিভাগৰ বৰচাহাব মিষ্টাৰ ডফৰ সৈতে কাম চাবলৈ সম্বলপুৰলৈ গৈ লক্ষ্মীনাথৰ ঘৰতে উঠিল। উভতি যোৱাৰ নিশা তেওঁলোকে লক্ষ্মীনাথৰ বিচক্ষণতা দেখি বৰ সন্তোষ পাই দৰমহা তিনিশ টকালৈকে বৰ্ধিত কৰি থৈ গ'ল। বাৰ্ড-কোম্পানীৰ কৰ্তৃপক্ষই সম্বলপুৰত থকা গ্ৰেফাইট ফেক্টৰীৰ কামো লক্ষ্মীনাথৰ ওপৰত জাপি থৈ গ'ল যদিও সম্বলপুৰৰ হাবিৰ কামেই প্ৰধান।'

এনেতে খগেন্দ্ৰনাথ মাষ্টৰৰ ফালে চাই শ্ৰীনাথে সুধিলে, 'ছাৰ, এটা কথা আপোনাৰ মনত আছেনে, লক্ষ্মীনাথ হাওড়াত থাকোতে যে এটা বন্দুক কিনিছিল?

'অ' চোৰক গুলীয়াবলৈ কিনা বন্দুকটোৰ কথা সুধিছা?'

'হয়, ছাৰ, সেইটোৰ কথাই। এইবাৰ এটা দুনলীয়া বন্দুক ৪০৫ উইন্‌ছেষ্টৰ ৰাইজো কিনি বন্দুক মৰা কল-কৌশলবোৰ শিকি এখোজ-দুখোজকৈ মৃগয়া নামক ব্যসনত আসক্ত হৈ পৰিল। চৰাই চিৰিকতিৰ পৰা আৰম্ভ কৰি দুৰ্ধৰ্ষ বনৰীয়া জন্তুৰ গালৈকে নতুন চিকাৰীৰ গা উঠিবলৈ ধৰিলে। মহুৱাৰ ফুল ফুলিলে আৰু বৰগছৰ ফল পকিলে জাকে জাকে হাইঠা গছবোৰত পৰেহি। বন্দুকৰ গুলী এজাই মাৰি দিলেই তিনি-চাৰিটা হাইঠা টপৰ টপৰকৈ মাটিত পৰে। জাৰকালি হিমালয়ৰ দিশৰ পৰাও অনেক জাতৰ ৰাজহাঁহ, পাতিহাঁহ আদি পৰিভ্ৰমী চৰাই মহানদী আৰু চহৰৰ পুখুৰী, পিতনি, জলাশয়ত পৰে। ধিতৰাজ, লালমুঞ্জী হুইচ্‌লিংটিল, কটনটিল, চাকৈ-চকোৱা, ঘিলা হাঁহ, ডাউক, কোঢ়া, কাম চৰাই আদিয়ে সম্বলপুৰৰ আকাশ ছানি ধৰে।'

'এদিন পুৱা আঠমান বজাত হাবিৰ পৰা টংগাত উঠি লক্ষ্মীনাথ সম্বলপুৰৰ ফালে আহি থাকোতে টংগাখনৰ আগেদি আলিৰ ইপাৰৰ পৰা সিপাৰলৈ প্ৰকাণ্ড শিং থকা ফুটুকী-পহু এটা গৈ আছিলি, পাছত পাঁচজনী মাইকী পহুৰ দল। টংগাখন ৰাখি গাৰোৱানজনে ক'লে—'হুজুৰ, চিতল চিতল মাৰিয়ে। লক্ষ্মীনাথে তৎক্ষণাৎ বন্দুকটো লৈ টংগাৰ পৰা নামিল। পহুকেইটাই ভেলেঙা লাগি লক্ষ্মীনাথৰ ফালে চাই ৰ'ল। তেওঁৰ ভাব হ'ল—একে গুলীৰে মতাটো ওফৰাই দিওঁ নেকি? চৰকাৰী আইনমতে মাইকী পহুহে মাৰিব নাপায়, বন্দুকটো মতাটোৰ ফালে টোঁৱাই ট্ৰিগাৰত লক্ষ্মীনাথৰ আঙুলি ; টংগাৱালাজনে ফুচ-ফুচাই ক'লে—হুজুৰ, ফায়াৰ কৰিয়ে, কৰিয়ে। ফায়াৰ নকৰি লক্ষ্মীনাথে পহুকেইটাৰ আলেখ-লেখ চাই ৰ'ল। এটা কথাই তেওঁক আমনি কৰিলে পঞ্চ মহিষী অনাথ বিধৱা হ'ব! এই ভাবত বিভোৰ হৈ থাকোতে শিঙাল পহুটোৱে এনে ডেৱেই হাবিত প্ৰৱেশ কৰিলে, পত্নীবৃন্দয়ো ততালিকে স্বামীক অনুগমন কৰিলে। লক্ষ্মীনাথেও দাৰ্শনিক চিন্তাৰ গতি অতি তীব্ৰভাৱে অবৰোধ কৰি পুনৰ টংগাৰোহণ কৰিলে।'

যেঁৰজালি দিওঁতেই যাত্ৰা কৰা নাওখন লুইতেৰে ভটিয়াই আহি কলং নৈৰে গৈ

থাকোতে বেলি মূৰৰ তালু পালেহি। এনেতে নৈৰ পাৰৰ ঝাউ বননিখনত দেখা গ'ল—এজাক হৰিণা! তাকে দেখি খগেন্দ্রনাথে মাত দিলে, 'শ্রীনাথ হৰিণাৰ জাকটো চোৱা!'

শ্রীনাথে জাকটোলৈ চালে। হঠাতে মানুহৰ মাত শুনি হৰিণাকেইটাই কাণ থিয় কৰি চাই খন্তেক পাছতে হুৰাই লৰ মাৰিলে।

তাৰপিছত খগেন্দ্রনাথ বেজে নাৱৰীয়াজনক উদ্দেশ্য কৰি ক'লে, 'বোলো, চাউলকঠাৰ ব্যৱস্থা ইয়াতেই কৰা ভাল হয় নেকি?'

'নাৱৰীয়াজনে মাত দিলে, 'দেউতা, অলপ দূৰলৈ যোৱাহে ভাল হ'ব যেন পাওঁ! হৰিণাৰ পাছে পাছে বাঘো থাকিব পাৰে।'

কিছুদূৰ আগবাঢ়ি গৈ নাওখন বালিচাপৰি এটাত চাপিল। নাৱৰীয়াজনে তিনিটা শিলেৰে চৌকা এটা সাজি নাৱৰ পৰা চাউল-চৰু নি কেইটামান জালি দিলে। সৰুজাল এখন লৈ খগেন্দ্রনাথ আৰু শ্রীনাথ ওলাই গ'ল। ঘূলী এটাৰ ওচৰত কেইচাবমান জাল মাৰি সৰু মাছকেইটামান আনি তৰাপাতত মেৰিয়াই জুইত দিলে। মাছে-ভাতে খাই-বৈ পুনৰ নাৱত উঠিল। দুয়োপাৰ সেউজী ৰঙেৰে বোলোৱা! মাজে মাজে বাঘে পোৱালি পোৱা হাবি চকুত পৰিল। নৈৰ পানী শুকাই আহিছে যদিও বাৰিষা এনেবোৰ ঠাই হাতীয়ে মাউতে থাউনি নোপোৱা হৈ পৰে।

তামোল এখন শ্রীনাথলৈ আগবঢ়াই দি খগেন্দ্রনাথে ক'লে, 'হোঁ লোৱা শ্রীনাথ, এতিয়া লক্ষ্মীনাথ সংবাদ আৰম্ভ কৰা।

শ্রীনাথে আৰম্ভ কৰিলে, 'সম্বলপুৰৰ উকীল মিষ্টাৰ, জে এন সেনৰ উপৰি বন-বিভাগৰ কনজাৰভেটৰ মিষ্টাৰ এ পি মুদালিয়াৰৰ সৈতে লক্ষ্মীনাথৰ বিশেষ বন্ধুত্ব আছিল। সম্বলপুৰৰ সামাজিক জীৱনৰ লগতো লক্ষ্মীনাথ ওতপ্রোতভাৱে জড়িত। তেওঁ ঠাইখনৰ এজন আগশাৰীৰ বিশিষ্ট ব্যক্তি হৈ উঠে। তেওঁ সম্বলপুৰ পৌৰসভাৰ দুবাৰো কাৰ্যকৰী সমিতিৰ সদস্য নিৰ্বাচিত হয়। সেই চহৰত কোনো সন্মানিত ব্যক্তিক আদৰ-অভ্যৰ্থনা জনাবলগীয়া হ'লে নাইবা কোনো বিশেষ আমোদৰ ব্যৱস্থা কৰিবলগীয়া হ'লে লক্ষ্মীনাথ কিম্বা প্রজ্ঞাসুন্দৰীয়ে আগভাগ ল'বলগীয়া হয়, প্রজ্ঞাসুন্দৰী এগৰাকী ব্যক্তিত্বসম্পন্না নাৰী। তেওঁ কলিকতা 'লৰেট' কনভেন্টত শিক্ষালাভ কৰাৰ উপৰি পাশ্চাত্য সংগীতৰো শিক্ষা লাভ কৰিছিল। তদুপৰি ঘৰতে সংস্কৃত আৰু শাস্ত্রীয় সংগীতৰ শিক্ষা অৰ্জন কৰি এগৰাকী সুৰুচিসম্পন্না, সত্যবাদিনী, ধৰ্মভীৰু মহিলাৰূপে খ্যাত হয়। ইক্‌মিক্ কুকাৰ নিৰ্মাতা ডক্টৰ ইন্দুমাধৱ মল্লিকৰ অনুৰোধত তেওঁ ৰন্ধা-বঢ়াৰ এখানমানি পুথি এখন লিখাত, সেইখন ইক্‌মিক্ কুকাৰৰ লগত বিতৰণ কৰাৰ নিমিত্তে কুকাৰৰ অধিক প্রচলন হয়। প্রজ্ঞাসুন্দৰী এগৰাকী উপযুক্ত সহধৰ্মিণী আৰু গৃহলক্ষ্মী। তেওঁৰ ঈশ্বৰত গভীৰ বিশ্বাসৰ উপৰিও নিৰ্ভীক, দৃঢ়মান আৰু মৰমিয়াল গৃহিণী। অভিজাত পৰিয়ালত জন্মগ্রহণ কৰিও কঠিন কামত অনভ্যস্তা প্রজ্ঞাসুন্দৰীয়ে সুখে-দুখে সকলো

সময়তে স্বামীৰ প্ৰকৃত সহধৰ্মিণীৰূপে জীৱনযুদ্ধত অগ্ৰসৰ হয় ; আৰু সেই নিমিত্তে লক্ষ্মীনাথে কাঠৰ ব্যৱসায়কে ধৰি নানান ব্যৱসায়ত আত্মনিয়োগ কৰিও সাহিত্যচৰ্চা কৰি মাতৃভাষাৰ উন্নতি কল্পে কাম কৰি যাবলৈ অহৰহ অনুপ্ৰেৰণা যোগায়।

ঊনৈশ শ ওঠৰ খ্ৰীষ্টাব্দৰ ত্ৰিশ ছেপ্টেম্বৰত সম্বলপুৰ জিলাৰ পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট মিষ্টাৰ বাটাৰ্‌ফিল্ডৰ সন্মানাৰ্থে চহৰৰ নাগৰিকে আয়োজন কৰা প্ৰীতিভোজৰ নিমন্ত্ৰণী পত্ৰ লক্ষ্মীনাথৰ নামত ছপা কৰা হয়। প্ৰথম মহাসমৰৰ শান্তিপূৰ্বৰ আৰম্ভণিত নৰেশ্বৰ মাহত সম্বলপুৰত নানা উৎসৱৰ আয়োজন কৰা হয়। সম্বলপুৰ জিলাৰ উপায়ুক্ত মিষ্টাৰ ইংগলছে লক্ষ্মীনাথক 'বাল্মীকি প্ৰতিভা' নাটকৰ অভিনয় কৰাৰ নিমিত্তে অনুৰোধ কৰে কাৰণ কলিকতাৰ ৰয়েল থিয়েটাৰত ৰবীন্দ্ৰনাথ ৰচিত 'বাল্মীকি প্ৰতিভা' নাটকখনত লক্ষ্মীনাথে ভাল অভিনয় কৰা বুলি ইউৰোপীয়সকলৰ পৰাই তেওঁ শুনিছিল।

পাছৰ বছৰৰ চাৰি জানুৱাৰীত সম্বলপুৰৰ ভিক্টোৰীয়া মেম'ৰিয়েল হলত উক্ত নাটকখন মঞ্চস্থ কৰা হয়। এই নাটকৰ অভিনয়ত প্ৰজ্ঞাসুন্দৰী প্ৰথম দস্যু, উকীল মিষ্টাৰ জে এন সেনৰ ল'ৰা দুটা ক্ৰমে—দ্বিতীয় আৰু তৃতীয় দস্যু, ফৰেষ্ট কনজাৰভেটৰ মিষ্টাৰ এ পি মুদালিয়াৰৰ ল'ৰা—বিশ্বনাথ, সীতানাথ-ব্যাধ আৰু তেওঁৰ জীয়াৰী ভাগীৰথী আৰু ধানকাটী আন দুজনী—বনবেদী, লক্ষ্মীনাথৰ দুহিতা অৰুণা—বাল্মীকি, ৰত্না এইবাৰ—লক্ষ্মী, দীপিকাই প্ৰথমতে বালিকা আৰু পিচত সৰস্বতীৰো অভিনয় কৰে। নাটকখনৰ অভিনয়ত মৃন্ময় প্ৰতিমা নিৰ্মাণ কৰা খনিকৰ দুৰ্লভ! লক্ষ্মীনাথ শৈশৱকালত উত্তৰ লখিমপুৰত থকা কালত দুৰ্গা প্ৰতিমা নিৰ্মাণ কৰা কাৰ্য নিৰীক্ষণ কৰা জ্ঞানকে সাৰোগত কৰি লক্ষ্মীনাথে দুদিনতে কালী-মূৰ্তি সাজিলে। অভিনয়ত আৱশ্যকীয় দৃশ্যপটৰ নিমিত্তে কাপোৰ সীয়াই তেওঁ বিভিন্ন দৃশ্যবোৰ সজালে আৰু গছৰ ডাল ভাঙি ফুলৰ 'টাব' তৈয়াৰ কৰিলে। সেই নাটকৰ অভিনয় বৰ চকুতলগা হৈ পৰিল।

নীৰৱে কথাখিনি শুনি থকা খগেন্দ্ৰ মাষ্টৰে ক'লে, 'শ্ৰীনাথ এটা কথা সকলোৱে স্বীকাৰ কৰিবই লাগিব যে—লক্ষ্মীনাথ এগৰাকী আজীৱন নিপুণ শিল্পী।'

'হয় ছাৰ।'

ইতিমধ্যে নাওখন কাজলীমুখেৰে সোমাই আহি কপিলী নৈয়েদি জাগী ভকত গাঁৱৰ কাষেৰে গৈ ধৰমটোল পালে। উত্তৰে সমতল ভূমিৰ পাচতে লানি নিছিগা সেউজী পাহাৰ। পাহাৰবোৰৰ ঘন সেউজী ৰংটো সুদূৰৈত নীলা হৈ মেঘ চুইছে। কপিলী নৈখনত পৰা উপলা নৈখনেৰে গৈ দূৰৈৰ পৰাই চকুত পৰিল ৰঙা দৰিয়া আৰু চোকাবাঁহ গাঁও দুখন।

ইফালে দিনমণি মেঘৰ বুকুত ডুব যাওঁ যাওঁ। নাওখন আহি আহি আঁহতগুৰি বৰচাপৰিৰ প্ৰান্তৰ পালেহি। নৈৰ ঘাটৰ পৰা খগেন্দ্ৰ মাষ্টৰৰ তালৈ মাথোন ৰিংটোৰহে বাট!

# দ্বিতীয় অধ্যায়

পাছদিনা সুৰুয উঠাৰ কিছুপৰ পাছতে লাখুটিত ভৰ দি ৰত্নেশ্বৰ বেজ আৰু লক্ষেশ্বৰ বৰদলৈয়ে খগেন্দ্ৰনাথ মাষ্টৰৰ নাঙলামুখত থিয় হৈ মাতিলে—'হেৰা মাষ্টৰ, তোমাৰ তালৈ উজনিৰ আলহী আহিছে বোলে, আমি বোলো মাত এষাৰকে দি যাওঁ।'

আলহীৰে সৈতে গৃহস্থই আগচোতালৰ মূঢ়াত বহি মেল মাৰি আছে। খগেন্দ্ৰ মাষ্টৰে মাত দিলে—'অ' আমাৰ লক্ষেশ্বৰ আৰু ৰত্নেশ্বৰ দেখোন, আহা আহা' বুলি সাউৎকৈ কোঠাটোত সোমাই মূঢ়া দুটা আনি বহিবলৈ দিলে।

'এওঁ হ'ল শ্ৰীনাথ, আমাৰ প্ৰাক্তন ছাত্ৰ। বৰ্তমান গোলাঘাট চহৰত থাকি শিক্ষকতা কৰি আছে যদিও মাজে-সময়ে চাহবাগিচাৰ কাম-কাজো চোৱা-মেলা কৰে। ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ পুত্ৰ।'

শ্ৰীনাথৰ চিনাকিটো পাই লক্ষেশ্বৰ বৰদলৈয়ে তেওঁলৈ চাই মাত দিলে, 'বুজিছা, তাহানিতে ডাঙৰীয়াৰ পদধূলি আমাৰ ঠাইখনতো পৰিছিল নহয়।'

লক্ষেশ্বৰৰ কথাৰ ওপৰতে ৰত্নেশ্বৰে মাত দিলে—'বুজিছা, আমি দৌতাক সশৰীৰে দেখিছো, তেৰাই নগাঁও জিলাৰ পৰা বৰনাৱৰে বৰপেটাধামলৈ গতি কৰোতে সৌ কদমগুৰি গাঁৱৰ পশ্চিম দিশৰ আঁহতগুৰি বৰচাপৰিতে গধূলি হোৱাত তাতেই চাউলকঠা মুকলি হ'ল বুলি নাও চপাইছিল। সেই ৰাতি আছিল শৰতৰ ফট্‌ফটীয়া পূৰ্ণিমাৰ নিশা। লক্ষ্মী পূৰ্ণিমা! সেই নিশাই বৰনাওখনতে তেৰাৰ সৰুগৰাকী আইদেউৱে এটি পোনা-পোৱালি পোৱাত তেওঁৰ নাম থৈছিল— লক্ষ্মীনাথ। অ' তুমি বোপা সেই বাপুটিৰে ভায়েক নেকি?'

'নহয় দদাইদেউ, মই তেওঁৰ ওপৰৰজনহে।'

ৰত্নেশ্বৰে মাত দিলে, 'হওক হওক, ভগৱন্তই থৈছে।'

তেনেতে লক্ষেশ্বৰে ক'লে, 'আমি শুনিছো, লক্ষ্মীনাথ বোপাই বোলে কলিকতাত থাকি নগাঁৱৰ পুৰণিগুডামৰ সাউদ ভোলানাথৰ লগত ব্যৱসায় কৰি ধনৱন্ত হৈ পৰিছে, হওক হওক ভগৱন্তই থৈছে।'

মনে মনে থাকি কথা-বতৰা শুনি থকা খগেন্দ্ৰ মাষ্টৰে মাত দিলে, 'লক্ষ্মীনাথ কেৱল ধনৱন্তই নহয়, একেধাৰে সাহিত্যচৰ্চা কৰি অসম দেশৰ নাম উজলাইছে।'

লক্ষেশ্বৰ আৰু ৰত্নেশ্বৰে প্ৰায় একেলগেই মাত লগালে, 'আমি হ'লো টেঁকীথুৰীয়া বুধিৰ লোক, আমিনো বান্দৰে নাৰিকলৰ মোল কি বুজো! তোমালোকে বুলিছা

যেতিয়া হয়। ভগৱন্তই লক্ষ্মীনাথক শতায়ু কৰক! তেওঁৰ বল, জ্ঞান, খিয়াতিৰে দেশ উন্নতিৰ পথত আগবাঢ়ক!'

দুয়োজনৰে সৰলমতীয়া কথাষাৰ শুনি শ্ৰীনাথৰ দুচকু আনন্দাশ্ৰুৰে ভৰি পৰিল।

প্ৰসংগটো সলাই খগেন্দ্ৰ মাষ্টৰে শ্ৰীনাথক ক'লে, 'হেৰা, শ্ৰীনাথ, অথনি তুমি কোৱা লক্ষ্মীনাথৰ মৃগয়া-কাহিনী পৰ্ব বৰ ভাল লাগিলহে। নহ'লে তাৰেই কিছু বকলা মেলা এখেতসকলেও শুনি আমোদ পাব!'

প্ৰস্তাৱটোত দুয়োজনে শলাগিলে, 'সজ, সজ্জ'।

শ্ৰীনাথে আৰম্ভ কৰিলে, 'উৰিষ্যাৰ ঘিচামাৰা নামৰ ঠাইৰ জংঘল এখনত চিকাৰৰ বন্দোৱস্ত কৰি লক্ষ্মীনাথৰ বন্ধু এজনে তেওঁক লগ ল'লে। সম্বলপুৰৰ পৰা তেইশ মাইল দূৰৈত ঘিচামাৰা। তাৰ পৰা ডেৰ মাইলমান দূৰৈৰ গাঁও এখনত তেওঁলোক সেই ৰাতি তামিঘৰা তৰি ৰ'ল। একেৰাহে তিনিদিন তাত থাকি তিনিখন ওচৰা-ওচৰি হাবিত তেওঁলোকে খেদা-চিকাৰ কৰিলে। প্ৰথম দুদিন বাঘ পাব বুলি আশা পালি থাকোতেই গ'ল। সিফালে বাঘৰ মহাক বোন্দা এটাও নোলাল!'

'পাছদিনা দুয়োজন চিকাৰীয়ে দুখন সুকীয়া চাঙত বহি ভাবিলে—সেইদিনাও যথাপূৰ্বং তথাপৰং হ'ব! খেদা পৰ্বও প্ৰায় শেষ হ'বলগীয়া হ'ল। হঠাতে হাবিত কিহবাৰ খোজৰ দপ্‌দপনিত হাবি তল-ওপৰ কৰি কিবা ডাঙৰ জন্তু আহি থকা যেন শব্দ শুনা গ'ল। লক্ষ্মীনাথৰ চাংখনৰ পৰা আনখন চাং দহ বেতমানৰ আগত আছিল। হঠাতে, ইজন চিকাৰীৰ বন্দুকটো গুড়ুম্‌কৈ গৰজি উঠিল! এনেতে বিজুলী সঞ্চাৰে প্ৰকাণ্ড জন্তু এটা লৰি চাঙৰ কাণেৰে গুচি গ'ল। কাণিমুনিকৈ লক্ষ্মীনাথেও মাৰি দিলে এজাই! ঢাপলি মেলি থাউতে যোৱা জন্তুটো মুহূৰ্ততে অদৃশ্য হৈ পৰিল।'

'সিফালৰ পৰা খেদা-দিয়া মানুহসকল লাহে লাহে কাষ চাপি অহাত দুয়োজন চিকাৰী চাং দুখনৰ পৰা নামিল। দুয়োজনৰে মন বিষণ্ণ! তেনেতে গোটচেৰেক মানুহ লৰি আহি বাতৰি দিলে—ডাঙৰ জন্তু এটা শুকান নলা এটাত পৰি আছে। বন্দুকত গুলী সাজি অতি সন্তৰ্পণে এখোজ-দুখোজকৈ গৈ ঠাইডোখৰ পাওঁতে দেখা পালে—মহিষাসুৰৰ দৰে বৰ ডাঙৰ জন্তু এটা পৰি আছে—

*'ভূমিত পৰি আছে চেতন হৰি।*
*চক্ষু ওলটাই আছাড়ে ভৰি।।'*

'লক্ষ্মীনাথে পুনৰ গুলী মাৰিবলৈ যো-জা কৰোতে কাষৰ মানুহকিজনে হাক দি ক'লে—আৰু গুলী মৰাৰ সকাম নাই, সি মৰিল।'

লক্ষ্মীনাথেও মন কৰিলে—হয়, তেওঁলোকৰ কথাই ঠিক।

*'মৰিল অসুৰ ছাদি ৰুধিৰ।*
*ৰাজ ভৈল (বাহ) প্ৰাণ ফাটি শৰীৰ।।'*

'উৰিয়াসকলে জন্তুটো 'গয়েল' বুলি কয়। ইংৰাজীত বাইচন। অসমীযাত মেথোন বোলে। বন্ধুজনে 'হেকাই টিলিকি বাওঁ কুলি' লক্ষ্মীনাথক কৰমৰ্দন কৰিলে। লক্ষ্মীনাথে ক'লে—সম্ভৱতঃ আপোনাৰ গুলীতহে তাৰ প্ৰাণ গৈছে, গতিকে মইহে আপোনাক অভিনন্দন জনোৱা উচিত!'

প্ৰতিবাদ কৰি তেওঁ ক'লে, 'নহয়, নহয, তাৰ কলাডিলত আপোনাৰ ৰাইফলৰ গুলীৰ চিন জাজ্বল্যমান।'

'বাইশজন মানুহে মেথোনটো সাঙী কৰি কিছুদূৰ কঢ়িযাই আনি ভাগৰি পৰিল আৰু নোৱাৰিলে, দূৰৈৰ গাঁৱৰ পৰা ম'হৰ গাডী এখন বিচাৰি আনি নিশা দহমান বজাত বাহৰ পোৱালেহি। সিফালে মেথোন মাৰাৰ খবৰটো বিয়পি পৰাত ৰাতিয়েই ওচৰৰ গাঁৱৰ পৰা দলে-দলে মানুহৰ সোঁত ববলৈ ধৰিলে আৰু তিনিখনমান গাঁৱৰ মানুহে মঙহবোৰ কাটি-বাছি খাবলৈ ৰংমনে লৈ গ'ল। বন্ধুজনৰ তত্বাৱধানত লক্ষ্মীনাথৰ জয়লব্ধ নিদৰ্শন স্বৰূপে শিঙেৰে সৈতে মূৰটো আৰু ছালখন থৈ পাছদিনা ঘৰলৈ আহি কানপুৰৰ সূতা কোম্পানীলৈ পঠিয়াই দিলে।'

'দুমাহমানৰ মূৰত শিঙেৰে সৈতে মূৰটো সুন্দৰকৈ এখন কাঠৰ ওপৰত বহুৱাই ঠিক জীযা জন্তুৰ মূৰৰ দৰে আৰু ছালখনেৰে দুটা পেৰা প্ৰস্তুত কৰি পঠিযালে।'

'লক্ষ্মীনাথৰ লগৰীয়া হামিদ নামৰ বন্ধুজন ইংৰাজী, ফাৰ্চী, উৰ্দু ভাষাৰ সুপণ্ডিত আৰু চৰকাৰৰ ছেটলমেণ্ট অৰ্থাৎ বন্দোৱস্ত বিভাগৰ উচ্চ বিষযা।'

'খগেন্দ্ৰ মাষ্টৰ সাউৎকৈ ভিতৰলৈ সোমাই চাহ-তামোলৰ কথা ক'লে। তেওঁৰ নগাঁৱত পঢ়ি থকা পুতেক গজেন্দ্ৰক ধপাত এচিলিমৰ কথাও কৈ থৈ আহিল।'

'চাহ-জলপান খাই উঠি তামোল-চালি মুখত ভৰাই লক্ষেশ্বৰে শ্ৰীনাথক সুধিলে—পিছে, লক্ষ্মীনাথ বোপাৰ সতি-সন্তান একা?'

'শ্ৰীনাথে উত্তৰ দিলে—তেওঁৰ পো নাই, জীয়ৰী তিনিগৰাকী। তিনিওগৰাকীৰে সুশিক্ষাৰ নিমিত্তে লক্ষ্মীনাথে বিশেষ যত্ন লৈছিল। বৰ-জীয়ৰী অৰুণা আৰু মাজু জীয়ৰী ৰত্নাৰ নিমিত্তে ঘৰতে এগৰাকী ইংৰাজ মহিলাক অভিভাবীকাৰূপে ৰাখিছিল। অৰুণাই কলিকতাৰ ডায়োচেচন্ স্কুলৰ পৰা উনৈশ শ যোল্ল খ্ৰীষ্টাব্দত এণ্ট্ৰেঞ্চ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। দুবছৰ পাছত ডায়োচেচন্ মহাবিদ্যালয়ৰ পৰা আই এ মহলাত ছোৱালীৰ ভিতৰত প্ৰথম আৰু বিশ্ববিদ্যালয়ৰ ভিতৰত তৃতীয় স্থান অধিকাৰ কৰে। তাৰ দুবছৰৰ পাছত স্নাতক হয়। ডিব্ৰুগড়ৰ পৰা যোৱা ৰাজবালা বৰুৱাও একেলগে স্নাতক হয়। সেই বছৰেই অৰ্থাৎ উনৈশ শ বিশ খ্ৰীষ্টাব্দৰ সোতৰ নৱেম্বৰত বৰোদা ৰাজ্যৰ উচ্চপদস্থ বিষয়া ৰাজ্যৰত্ন সত্যব্ৰত মুখাৰ্জীলৈ অৰুণাক বিয়া দিয়ে। মুখাৰ্জী বিলাতৰ অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ৰ এম এ ; এফ আৰ্ এ এছ ; এফ আৰ এছ এছ ডিগ্ৰীধাৰী ব্যক্তি। তেখেতে উনৈশ শ এঘাৰ খ্ৰীষ্টাব্দত বৰোদা ৰাজ্যৰ ৰাজহ বিভাগত

যোগ দি পৰৱৰ্তী কালত দেৱান খিতাপ পায়। কলিকতাৰ মোমায়েক ঋতেন্দ্ৰনাথ ঠাকুৰৰ (ঋতু বাবু) ঘৰত অৰুণাৰ বিয়া পতা হৈছিল। অৰুণাই জেঠায়েক বাৰিষ্টাৰ আশুতোষ চৌধুৰীৰ ঘৰত থাকিছিল। সেই বিয়াত ডায়োচেচন্ কলেজৰ ছাত্ৰীসকলো নিমন্ত্ৰিত হৈছিল। নলিনী ৰুদ্ৰ আৰু ৰাজবালাই তেতিয়া বি টি পঢ়িব ধৰিছে। অৱশ্যে লক্ষ্মীনাথে কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰ-ছাত্ৰীসকলক বিশেষভাৱে বিয়ালৈ নিমন্ত্ৰণ কৰিছিল।

অৰুণাৰ বিয়াত পঞ্চাশখনমান আঞ্জাৰে লুচি খুৱাইছিল। ছাদৰ ওপৰত সকলোকে খুৱাইছিল, সৰু সৰু মলাৰ ভিতৰত আঞ্জা পৰিবেশন কৰিছিল।

অৰুণাৰ বান্ধৱীবিলাকে দৰাৰ লগত কথা-বতৰা পাতি ঠাট্টা তামচাও কৰা দেখা গ'ল। গৌৰীপ্ৰভা দুৱৰাই কথা পতাত, দৰাই গৌৰীক ক'লে, 'আই এম টেকিং এৱে দি বেষ্ট ফ্লাৱাৰ অব আসাম।'

'পিতৃ-মাতৃ উভয়ে তিনিওটি কন্যাকে বিভিন্ন বিষয়ত পাৰদৰ্শিতা লাভ কৰাৰ নিমিত্তে সকলো সা-সুবিধা কৰি দিছিল। তিনিওগৰাকী জীয়ৰীয়েই সংগীততো নিপুণ।'

'এনেতে গজেন্দ্ৰই ধপাত এচিলিম আনি পিতাকৰ হাতত দিয়াত খগেন্দ্ৰনাথ মাষ্টৰে চিলিমটো লক্ষেশ্বৰৰ হাতত দি ক'লে ; হোঁ লক্ষেশ্বৰ, কেইহোঁপামান ধৰ।'

'চিলিমটো হাতত লৈ কেইহোঁপামান মাৰি লক্ষেশ্বৰে ৰত্নেশ্বৰলৈ আগবঢ়াই দি ক'লে—হোঁ, ৰত্নে।'

'এনেতে খগেন্দ্ৰনাথ মাষ্টৰে গল-খেকাৰী এটা মাৰি ক'লে—পিছে, শ্ৰীনাথ অথনি তুমি দেখোন লক্ষ্মীনাথৰ চিকাৰ পৰ্বখিনি সম্পূৰ্ণ নকৰিলা যেন পাওঁ।'

শ্ৰীনাথে ক'লে, 'হয় ছাৰ, এক অংশ থাকিল। এবাৰ পৰমাণপুৰৰ হাবি এখনত বাঘ চিকাৰ কৰিবলৈ জনচেৰেক লগৰীয়াৰ সৈতে লক্ষ্মীনাথ ওলাল। কেউজনে একোখনকৈ সুকীয়া চাঙুত বহি ল'লে। চিকাৰ আৰম্ভ হ'ল। খেদা কৰা মানুহবোৰে সিফালৰ পৰা বাঘ খেদি আনিবলৈ ধৰিলে। কিন্তু, বাঘটো ইমান আঁতৰেৰে আহিল যে—বন্দুকৰ গুলীয়ে তাক ঢুকি নাপায়! খন্তেকতে বাঘটো ফালৰি কাটি নাইকিয়া হ'ল। খেদাৰ অন্ততঃ কেউজন চিকাৰীয়ে নিজ নিজ মঞ্চৰ পৰা অৱতৰণ কৰি উভতি খোজ লওঁতে মানুহ এজন লৰি আহি ক'লে—তেওঁ নলা এটাত বাঘ এটা শুই থকা দেখিছে। এখোজ দুখোজকৈ অতি সাৱধানে বাঘ থকা নলাটোৰ কাষলৈ খোজ দিলে—লক্ষ্মীনাথ আৰু বন্ধুজনে। বন্ধুজন আগত, লক্ষ্মীনাথ পিচত। ঠাইডোখৰ পায় বন্ধুজনে হাবি-বননিৰে ঢাক খাই থকা নলাৰ ভিতৰলৈ জুমি চাই দেখিলে—ঠিকেই বাঘটো তাতে শুই আছে। তেওঁ লক্ষ্মীনাথক সাৱধান হৈ বন্দুক সাজু কৰি তেওঁৰ লগে

লগে আগবাঢ়িবলৈ কৈ জন্তুটোৰ গাত ওপৰা-উপৰিকৈ দুটা গুলী মাৰিলে। বাঘ নাম পোৱা জন্তুটোৱে গুলী খাই বাগৰি পৰিল। খেদা কৰা মানুহৰ মাজৰ পৰা সাহীয়াল দুজনে আগবাঢ়ি গৈ বনৰজাৰ মৃতদেহটো টানি-ধুহি বাহিৰলৈ উলিয়াই আনি দেখিলে—সেইটো বাঘ নহয়, বোন্দাও নহয়, বাঘৰ খৰিভাৰী হায়নাহে! সকলোৰে মাজত হাঁহিৰ ৰোল উঠিল।'

'আন এদিনৰ কথা। লক্ষ্মীনাথে দুপৰীয়া খাই-বৈ উঠি 'লড়লড়ি' নামৰ হাবি এখনৰ বঙলা এটাৰ বাৰাণ্ডাত বহি আছে। এনেতে চামুণ্ডাত থকা এ চি এফ বিষয়াজনে ক'লে—আপোনাক মই এতিয়াই লৈ যাবলৈ আহিছো। চামুণ্ডৰি ফৰেষ্ট বঙলাৰ পৰা আধামাইলমান দূৰৈত গ'ল ৰাতি বাঘে গৰু এটা মাৰি থৈ গৈছে; আজি সন্ধ্যাবেলিকা বাঘটোৱে নিশ্চয় গৰুটো খাবলৈ আহিব। মই ওচৰৰে গছ এজোপাত চাং এখন বান্ধিবলৈ বনুৱা লগাই দি আহিছো।'

'খবৰটো শুনি লক্ষ্মীনাথে উৎসাহেৰে সেই মুহূৰ্ততে পাঁচ মাইল দূৰৈৰ চামুণ্ডালৈ ঢাপলি মেলি আবেলি চাৰি বজাত চাঙত উঠিল। তেতিয়াৰে পৰা নিসাৰসাৰে ৰাতি ন বজালৈ থাকিও বাঘ নোলোৱাত চাঙৰ পৰা নামি আহি দুয়ো বঙলালৈ উভতিলে।'

চামুণ্ডাৰ বঙলালৈ আহি দুয়োজনে পৰামৰ্শ কৰিলে—'কাইলৈ সেইডোখৰ হাবিত অনেক দূৰৈৰ পৰা খেদা কৰিমহঁক! খেদা কৰালে বাঘটোক নিশ্চয় পাম!কাৰণ, সি শেহৰাতি গৰুটো খাই তাৰ পৰা ওলাই নগৈ সেই হাবিৰে এঠাইত শুই থাকিব!'

'দিহা কৰা মতেই পাছদিনা খেদা কৰা হ'ল। চাৰিকুৰিমান মানুহে হাবিডোখৰৰ তিনিওফালৰে পৰা বেঢ়ি বাঘটোক চিকাৰীৰ ফালে খেদি অনিলে। বাঘটো লক্ষ্মীনাথৰ ফালে অহা যেন দেখি তেওঁৰ উদ্বেগ বাঢ়িল। গুলী বাঘৰ গাত নালাগি কেনিবা উৰি গ'ল। বাঘে লৰ মাৰোতে বিষয়াজনেও গুলী মাৰিলে। সেই গুলীও বাঘৰ গাত নালাগিল। তাতেই বাঘ চিকাৰৰ আধ্যা পৰিল।'

'এবাৰ আকৌ লক্ষ্মীনাথ, প্ৰজ্ঞাসুন্দৰী, জোঁৱাই মুখাৰ্জী, অৰুণাসহিত সম্বলপুৰৰ উপায়ুক্তৰ নিমন্ত্ৰিত অতিথি হৈ চামুণ্ডৰিৰ হাবিত চিকাৰ কৰিবলৈ গ'ল। চিকাৰৰ দলটোত আছিল উপায়ুক্ত সপৰিয়ালে, বেজবৰুৱা পৰিয়ালৰ সৈতে নাতি-নাতিনী স্বৰূপ আৰু ঋতা, লগত আৰক্ষীৰ ছোট-চাহাবজন। চামুণ্ডৰিৰ হাবিত চাৰিদিন থাকি নানান আমোদ-আহ্লাদৰ আড়ম্বৰৰ মাজত চলিল। বাঘ থকা ঠাইত এটা 'কিল' অৰ্থাৎ জন্তুৰ টোপ বান্ধি থোৱা হ'ল। সেই জন্তুটোক অৱশ্যে বাঘটোৱেই মাৰিছিল। তাঁলৈ গৈ পোৱাৰ দিনাও এটা টোপ বন্ধা হৈছিল, কিন্তু বাঘ নোলাল! দিনৰ চাৰি বজাৰ পৰা ওৰেটো ৰাতি, তাৰ পিচ দিনাও পুৱা ছয় বজালৈকে চাঙত উঠি থকাতো বাঘ নোলাল।

পাছদিনা আকৌ চাওত উঠাব পাছত এটা দুৰ্ঘটনা ঘটিল। এক্কাৰে-মুক্কাৰে লক্ষ্মীনাথে ৰাইফলৰ মেগেজিন্‌ৰ চাৰিটা গুলী ভৰাই এটা নলীৰ ভিতৰত থাকিলে। কিন্তু, গুলীবোৰ জাম হৈ যোৱাত হাতেৰে খেপিয়াই জাম গুচাবলৈ চেষ্টা চলাওঁতে, এটা গুলীৰ আৱাজ হ'ল! লক্ষ্মীনাথে ব্যতিব্যস্ত হৈ সেই ভুল শুধৰাবলৈ যাওঁতে আকৌ আন এটা গুলীৰ আৱাজ হ'ল!' গুলীৰ শব্দত গোটেইখন হাবি তল-ওপৰ লাগি পৰিল। বাঘ ওচৰতে আছিল যদিও ঢাপলি মেলি সি বহু দূৰ-দূৰণি পালেগৈ!'

'লক্ষ্মীনাথৰ মনত এই কথাটোৱে ইমান থিকাৰ লাগিল যে, তেওঁ আৰু ৰাইফলত হাত নিদিওঁ বুলি সংকল্প কৰিলে। সেই সংকল্পৰ কোনোদিনে আৰু লৰচৰ নহ'ল।'

# তৃতীয় অধ্যায়

হাতৰ আঙুলিকেইটা মোহাৰি মোহাৰি খগেন্দ্ৰ মাষ্টৰে পুতেক গজেন্দ্ৰক পুনৰ মাত দিলে, 'অ' বোপাই, বটাখনত তামোল-পাণ অলপকে দি থৈ যা, শুনিছনে?'

'খন্তেক পাছতে গোটা তামোল-পাণ এগছি, চূণ অকণ আৰু মান চাধাৰে সৈতে গজেন্দ্ৰই বটা এখন থৈ পুৰণি বটাখন লৈ গ'ল। তামোলৰ বাকলি গুচাই বটাখন ৰত্নেশ্বৰ, লক্ষেশ্বৰ আৰু শ্ৰীনাথৰ মাজত থৈ ক'লে—গুৱা-তামোল এখন খাই লোৱা। তামোলৰ পাক উঠাৰ কিছু সময় পাছত শ্ৰীনাথে আৰম্ভ কৰিলে,—'লক্ষ্মীনাথে পৰিয়ালসহ বাৰ্ড-কোম্পানীৰ কামৰ নিমিত্তে সম্বলপুৰলৈ অহাৰ পাছত কলিকতাৰ জোড়াসাঁকোৰ শহুৰেকৰ ঘৰৰ সৈতে আহ-যাহ কমি আছে। কিন্তু, ৰত্না আৰু দীপিকাই কলিকতাৰ ছাত্ৰীবাসত থাকি পঢ়া-শুনা কৰাত মাজে-সময়ে গৈ আইতাক আৰু মোমায়েকহঁতৰ খা-খবৰ লৈ গ'ল।'

'উনৈশ শ একৈশ খ্ৰীষ্টাব্দৰ মাজভাগত প্ৰজ্ঞাসুন্দৰীৰ মাতৃ নীপময়ী দেৱী স্বৰ্গগামী হয়। অক্টোবৰ মাহত আকৌ বাৰ্ড কোম্পানীত কাম কৰিবলৈ পুনৰ কলিকতালৈ যোৱা আমাৰ ভাতৃ হৰিনাথে চাকৰি ইস্তফা দি শিৱসাগৰলৈ উভতি আহিল।'

'পোহনীয়া চৰাই আৰু জীৱ-জন্তুৰ প্ৰতিও লক্ষ্মীনাথৰ পৰিয়ালৰ সকলোৰে বৰ মোহ। ঘৰৰ গাই, কুকুৰ, মেকুৰী, আনকি চৰাইকো একোটাকৈ নাম দি মাতে। কলিকতাৰ ডৱছন ৰোডৰ ঘৰৰ পৰা আঁতৰি যাওঁতে মৰমৰ 'ধৱলী' নামৰ গাইজনী এৰিবলগীয়া হোৱাত লক্ষ্মীনাথে বৰ দুখ পায়। পত্নী লক্ষ্মীনাথে এবাৰ লিখে ঃ 'মিনি, ব্ৰেকি, নিকা, ময়না, ভৃংগৰাজ—এইগুলী ছেড়ে যেতে ওৰ প্ৰাণ কাঁদছে।' তাৰপাচতে এদিন 'ব্ৰেকি' নামৰ কুকুৰটোৱে হঠাতে চিএৱৰ এটা মাৰি মৰি থাকিল। ন অক্টোবৰৰ দিনা ভৃংৰাজ নামৰ ভাটৌ চৰাইটি পৰুৱাৰ কামোৰত মৃত্যু হ'ল! লক্ষ্মীনাথ ম্ৰিয়মাণ হৈ পৰিল। 'মযনী' নামৰ গাইজনী সাতদিনমান নোহোৱা হোৱাৰ পাছত খাল এটাৰ কাষত মৰি থকা দেখা গ'ল। এই খবৰ ৰত্না আৰু দীপিকাই চিঠিত দেউতাকলৈ লিখিবলৈ হাক দিয়া সত্ত্বেও প্ৰজ্ঞাসুন্দৰীয়ে দুখ কৰি নেলেখি নোৱাৰিলে। ঘৰখনৰ সকলো মানুহৰ খা-খবৰৰ লগতে পোহনীয়া পশু-পক্ষীৰ কথাও ঘৰৰ মূল মানুহজনক জনোৱাতো প্ৰজ্ঞাসুন্দৰীৰ অভ্যাস।'

'পিচৰ বছৰ লক্ষ্মীনাথৰ খুৰী-শাহুৱেক অৰ্থাৎ ৰবীন্দ্ৰনাথ ঠাকুৰৰ পত্নী মৃণালিনী দেৱী কলিকতাৰ পৰা গৈ সম্বলপুৰত প্ৰজ্ঞাসুন্দৰীৰ লগত কেইদিনমান থাকিলগৈ।'

'মাজে মাজে অভিন্ন-হৃদয় চন্দ্ৰকুমাৰৰ পৰা লক্ষ্মীনাথে অসমৰ খা-খবৰ পাই থাকে। এখন চিঠিযোগে গম পালে যে, তেজপুৰৰ 'পকীত' মহাত্মা গান্ধীৰ সংস্পৰ্শত

আহি দেশপ্ৰেমৰ নতুন প্ৰেৰণাত উদ্বুদ্ধ হৈ জ্যোতিপ্ৰসাদে বন্ধু গুণাভিৰাম শৰ্মাৰ লগত সিদ্ধান্ত ল'লে— তেওঁলোকে চৰকাৰী স্কুল কেৱল বৰ্জন কৰাই নহয় তাৰপৰা প্ৰৱেশিকা পৰীক্ষাও নিদিয়ে! আনহাতে তেজপুৰতে জাতীয় বিদ্যালয় এখন খোলাৰো যো-জা কৰিছে। উপায়বিহীন হৈ পিতৃ পৰমানন্দ আগৰৱালাই উনৈশ শ বাইশ খ্ৰীষ্টাব্দৰ শেহৰ ফালে পুতেকক কলিকতাৰ শৰৎ চন্দ্ৰ বসু আৰু সুভাষচন্দ্ৰ বসুৱে প্ৰতিষ্ঠা কৰা কলিকতা বিদ্যাপীঠত পঢ়িবলৈ পঠিয়ালে। তাত বেংগল টেকনিকেল ইন্‌ষ্টিটিউটত পঢ়ি থকা পুৰণি বন্ধু পৰশুৰাম বৰুৱাক জ্যোতিপ্ৰসাদে লগ পালে। জ্যোতিপ্ৰসাদ কলিকতালৈ আহি প্ৰথম তিনিদিন ৰয়েল হোটেলত উঠি পাছত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ ঘৰৰ কাষত বিদ্যাসাগৰ স্কোৱেৰৰ সৰু দুমহলীয়া ঘৰ এটাত থাকিবলৈ ল'লে।'

'আও, ইমান কুমলীয়া ল'ৰাকণ ভাল অকলশৰে থাকিবলৈ ল'লে দেও!' ৰত্নেশ্বৰ বেজে ক'লে।

এবাৰ লক্ষ্মীনাথে জ্যোতিপ্ৰসাদৰ খবৰ ল'বলৈ যাওঁতে সুধিলে, 'তোমাৰ 'শোণিত কুঁৱৰী'ৰ খবৰ কি?'

'জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী' নাটৰ পাণ্ডুলিপিখন লক্ষ্মীনাথক আগবঢ়াই দিলে।'

'পাণ্ডুলিপিটো হাতত লৈ লক্ষ্মীনাথে পুনৰ জ্যোতিপ্ৰসাদক সুধিলে—গান্ধীজী তোমালোকৰ ঘৰত থাকোতে, তুমি তেওঁৰ লগত কথা পাতিছিলানে?'

'পাতিছিলো। শোণিত কুঁৱৰী নাটখনৰ কথাও বিৱৰি কৈছিলো।'

'কিনো কৈছিলা?' লক্ষ্মীনাথে সুধিলে।

'মুক্তিৰ অনন্ত বাসনা বুলি কৈছিলো। বাণৰ প্ৰাসৰ পৰা উষাৰ মুক্তি। মানুহৰ অত্যাচাৰৰ পৰা মানুহক মুক্ত কৰাৰ এক প্ৰচেষ্টা।'

'গান্ধীজীয়ে কি ক'লে?' লক্ষ্মীনাথে পুনৰ সুধিলে।

'মই স্বাধীনতা আন্দোলনত যোগদান কৰা আৰু একে সময়তে সাহিত্য-চৰ্চা কৰা কথা শুনি মহাত্মাই কৈছিল : জ্যোতিপ্ৰসাদ, তুমি তোমাৰ সাহিত্য সৃষ্টিক অৱজ্ঞা কৰি স্বাধীনতা আন্দোলনত যোগ দিব নোৱাৰিবা। দুয়োটা কাৰ্যকে তুমি একেলগে কৰিব লাগিব ; বৰং তুমি সাহিত্য সৃষ্টিত একাণপতীয়াকৈ ব্ৰতী হ'ব লাগিব। তেখেতে আৰু কৈছিল : যিকোনো এজন লেখকেই মুক্তিযোদ্ধা হ'ব পাৰে, কিন্তু যিকোনো এজন মুক্তিযোদ্ধাই জানো লেখক হ'ব পাৰিব?'

'জ্যোতিপ্ৰসাদে পুনৰ ক'লে—বৰদেউতা, শোণিত কুঁৱৰী নাটখনৰ মূল বিষয় উষা আৰু অনিৰুদ্ধৰ মুক্তি মাথোন নহয়, আন এক মুক্তিৰ আহ্বানো আছে ; বঙলুৱা নাট, গীত, সুৰৰ পৰা মুক্ত হৈ মই অসমত অসমীয়া নাটক, গীত-মাতৰ প্ৰতিষ্ঠা কৰিব খুজিছো।'

'নিমাত হৈ পৰিল লক্ষ্মীনাথ।'

'পাছদিনা তেওঁ জ্যোতিপ্ৰসাদক ক'লে : জ্যোতিপ্ৰসাদ, আমি নানান কষ্ট কৰি

সাহিত্য-শিল্পী হ'বলৈ প্ৰয়াস কৰিছো। কিন্তু তুমি শিল্পী হৈয়েই উপজিছা, নহ'লেনো মাথোঁ ষোল বছৰ বয়সতে তোমাৰ এনে এক অভিনব সৃষ্টি পঢ়িবলৈ পালোহেঁতেননে? মই যি স্বপ্ন দেখিছিলো, তুমি তাক বাস্তৱত ৰূপ দিলা। তোমাৰ ৰচনাৰ মাজেৰে তুমি মোৰ 'অ' মোৰ অসমী আইক' জীৱন দিলা। পুৰণি সুৱদি সুৰীয়া অসমীয়া মাত-কথা ওভোতাই আনিলা। মই জয়মতীক অসমখনৰ মাজতে আবদ্ধ কৰি ৰাখিছিলো, কিন্তু তুমি 'শোণিত কুঁৱৰী'ৰ উষাক ভাৰতীয় সংস্কৃতিৰ লগত একাকাৰ কৰি পেলালা। ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ কৃষ্ণক শোণিতপুৰলৈ লৈ আহিলা, দেৱাদিদেব শিৱকো লৈ আনিলা। মহাত্মা গান্ধীৰ উক্তিয়েই সত্য—তুমি উষা আৰু অনিৰুদ্ধৰ মুক্তিৰ মাজেৰে বৰ্তমান পৰাধীন ভাৰতৰ মুক্তি কামনা কৰিছা।'

'তাৰপাচত জ্যোতিপ্ৰসাদে কি কৰিলে?' খগেন্দ্ৰনাথ বেজে সুধিলে।

'প্ৰৱেশিকা পৰীক্ষা পাছ কৰি জ্যোতিপ্ৰসাদ দেশনেতা চিত্তৰঞ্জন দাসে প্ৰতিষ্ঠা কৰা জাতীয় বিদ্যালয়ত ভৰ্তি হ'ল। এদিন জ্যোতিপ্ৰসাদে লক্ষ্মীনাথক ক'লে ঃ মাজুদেউতা, চন্দ্ৰকুমাৰৰ মতে 'অসমীয়া' কাকতৰ আখৰবোৰ স্পষ্ট আৰু আধুনিক কৰিবলৈ যদিও অসমীয়া 'ৰ'ৰ ঠাইত বাংলা' 'ৰ' ব্যৱহাৰ কৰাটো দৃষ্টিকটুৱে নহয়, অসমীয়া জাতীয় জীৱনৰ পৰিপন্থীয়ো।'

কথাষাৰ হৃদয়ংগম কৰি লক্ষ্মীনাথে জ্যোতিপ্ৰসাদক 'কাত্যায়নী' প্ৰেছলৈ লৈ গৈ 'ৰ' আৰু 'ৱ' আখৰ দুটা তৈয়াৰ কৰি সোনকালে গুৱাহাটীলৈ পঠিয়াই দিবলৈ ক'লে। জ্যোতিপ্ৰসাদে জাতীয় নেতাসকলৰ ভালেমান ব্লক কলিকতাতে তৈয়াৰ কৰি ল'লে। তাৰ লগতে গুণাভিৰাম বৰুৱা, আনন্দৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱাৰো ব্ল'ক কৰালে। তেতিয়ালৈকে মাথোন মহাত্মা গান্ধীৰ ব্ল'ক এটাহে গুৱাহাটীৰ নিউ প্ৰেছত আছিল।'

'বাৰু বৰদেউতা, মহাপুৰুষ শংকৰদেৱৰ ছবি এখন আঁকাব নোৱাৰিনে?'

'জ্যোতিপ্ৰসাদ, তুমি কি ক'লা? শংকৰ গুৰুৰ ছবি আঁকাৰ কথা মনত ভাবিছা? কাৰ সাধ্য সেই ছবি আঁকাৰ?' দৈত্যাৰি ঠাকুৰৰ বৰ্ণনা শুনা ঃ 'দেখিতে সুন্দৰ গৌৰবৰ্ণ কলেবৰ। কাৰণ প্ৰকাশ অতি সূৰ্য সমসৰ। ৰূপ দেখি কন্দৰ্পৰো দৰ্প হোৱে ছন্ন। সৰ্বজন বঞ্চিত থাকে মধুৰ বচন। গমন গম্ভীৰ, নেত্ৰ কমলৰ পাসি চন্দ্ৰসম বদন প্ৰকাশে অল্প হাসি।'

'জ্যোতিপ্ৰসাদ বিস্মৃত হৈ পৰিল।

'জ্যোতিপ্ৰসাদ এইবাৰ তুমি মাধৱদেৱৰ বৰ্ণনা শুনা ঃ 'বিনা অংগভূষণ দেখিতে সুশোভন, গহীন-গম্ভীৰ ধীৰ মতি। আয়ত কমললোচন বৰ সুন্দৰ বয়ন চান্দকতো জ্যোতি। লীলা গজপতি গমন বিলোকণ, বাণী মেঘ-গম্ভীৰ। পাৰগ্ৰামৰ্দন কলিক কালে যাৰ সম নাহি ধীৰ।'

'জ্যোতিপ্ৰসাদ তন্ময় হৈ পৰা দেখি লক্ষ্মীনাথে ক'লে : 'জ্যোতিপ্ৰসাদ, মহাপুৰুষ শংকৰদেৱৰ মূৰ্তি কেৱল কল্পনাহে কৰিব পাৰি, হৃদয়ৰ সিংহাসনত বহুৱাই থ'বহে পাৰি। তদুপৰি যিগৰাকী মহাপুৰুষে মূৰ্তিতেই বিশ্বাস নকৰে, সেইগৰাকী ব্যক্তিৰ মূৰ্তি কেনেকৈ সাজিবা, ছবিয়েনো কেনেকৈ আঁকিবা?'

শ্ৰীনাথৰ কথাখিনি শুনি ৰত্নেশ্বৰ আৰু লক্ষেশ্বৰে জাঙুৰ খাই উঠি ক'লে : 'হয়তো গুৰুজনাৰ মূৰ্তি কোনে সাজিব?'

শ্ৰীনাথে কথাবাৰৰ একো উত্তৰ নিদি কৈ গ'ল—'ঊনৈশ শ তেইশ খ্ৰীষ্টাব্দৰ দ্বিতীয় পষেকত কটক চহৰত হঠাতে ভোলানাথ বৰুৱা অসুস্থ হৈ পৰা খবৰ পাই লক্ষ্মীনাথ সোতৰ ফেব্ৰুৱাৰীত গৈ কটক ওলাল। ভোলানাথৰ স্মৃতিশক্তি ক্ৰমান্বয়ে লোপ পাই আহিছে। লক্ষ্মীনাথক দেখা পাই লাহে লাহে তেওঁক চিনিব পাৰি ম্লান হাঁহি এটা মাৰিলে। বিশ ফেব্ৰুৱাৰীৰ দিনা, তেওঁ ঝাড়চোগড়াত উভতি আহিল।'

'শ্ৰীনাথ, সাউদ ভোলানাথ বৰুৱাৰ বিষয়ে দুষাৰমান কোৱাচোন?' খগেন্দ্ৰ নাথ মাষ্টৰে অনুৰোধ কৰিলে।

'সাউদ ভোলানাথ বৰুৱা যদিও শিক্ষাবিদ নহয়, তেওঁ প্ৰকৃততে এগৰাকী শিক্ষাপ্ৰেমী। জ্ঞান-বিজ্ঞান বিকাশৰ প্ৰতি তেওঁৰ অগাধ শ্ৰদ্ধা আৰু বিশ্বাস। আজীৱন সংগ্ৰাম আৰু বাধা-বিঘিনিৰ মাজেৰে আৰ্জিত ধনৰ সৰহখিনিয়েই তেওঁ দান কৰিলে—ভাৰতবৰ্ষৰ শিক্ষা বিস্তাৰৰ হকে। অসমীয়া ভাষাৰ প্ৰতি তেওঁৰ অৰিহণাৰ বাবেই অসমীয়া ভাষাই কলিকতা বিশ্ববিদ্যালয়ত স্থান লাভ কৰিবলৈ সমৰ্থন হয় আৰু ভাৰতবৰ্ষৰ আন আন প্ৰান্তীয় ভাষাৰ লগত যেৰ মাৰিব পৰা হৈ উঠিল। কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া বিভাগ খোলাৰ পথ মুকলি হোৱাৰ গুৰিতে বৰুৱাদেৱৰ বৃহৎ আৰ্থিক অনুদান, লক্ষ্মীনাথ আৰু হেমচন্দ্ৰ গোস্বামীদেৱৰ অগাধ পৰিশ্ৰম আৰু সিংহপুৰুষ আশুতোষ মুখাৰ্জীৰ সহযোগিতা। সেইবাবেই ঊনৈশ শ বাইশ খ্ৰীষ্টাব্দৰ কলিকতা বিশ্ববিদ্যালয়ৰ সমাবৰ্তন অনুষ্ঠানত ভোলানাথ বৰুৱাদেৱক সন্মান প্ৰদৰ্শনত আশুতোষ মুখাৰ্জীদেৱে কয়—মিষ্টাৰ ভোলানাথ বৰুৱা, ৱান অফ্ দ্যা মস্ত এনলাইটেনেড্ চন্সচ অব আছাম, হেজ অফাৰড এ হেণ্ডচাম ড'নেচন অব ৰূপীজ টেন থাউজেণ্ড টু মিট দ্যা কষ্ট অব পাবলিকেচন অব আছামীজ ছিলেক্চন।'

'সাউদ ভোলানাথ বৰুৱাৰ সেই দানেৰেই 'অসমীয়া সাহিত্যৰ চানেকি' নামৰ গদ্য-সংকলনখন প্ৰকাশ কৰা হ'ল। লক্ষ্মীনাথৰ সৈতে আলোচনা কৰি তেখেতে অসমত সৰ্বপ্ৰথম প্ৰযুক্তিবিদ্যাৰ অনুষ্ঠান 'প্ৰিন্স অব ৱেলছ্ টেক্‌নিকেল ইনষ্টিটিউট'খন এক লাখ টকা দানেৰে যোৰহাটত প্ৰতিষ্ঠা কৰিলে। নগাঁৱৰ শিলঘাটত এখন কাৰিকৰী বিদ্যালয় সজাই দিয়ে। ভোলানাথ বৰুৱাই কাশী হিন্দু বিশ্ববিদ্যালয়ত অধ্যয়নৰত অসমীয়া ছাত্ৰৰ কাৰণে দুটা বিশেষ বৃত্তিৰ নিমিত্তে মদনমোহন মালব্যৰ হাতত এক লাখ বিশ হাজাৰ

টকাৰ 'বি বৰুৱা স্কলাৰশ্বিপ' প্ৰদান কৰিলে।'

'দানবীৰ ভোলানাথ বৰুৱাই ভিজিগাপট্টমৰ কিং জৰ্জ হাস্পতাললৈ পঁয়ত্ৰিশ হাজাৰ, লক্ষ্মীনাথৰ অনুৰোধত ঝৰচোওডাৰ টেক্‌নিকেল ডিছ্‌পেনচাৰিত দহ হাজাৰ টকা, কলিকতা ছোৱালী হাইস্কুলত পাঁচ হাজাৰ টকা, চিমলাৰ নিজা বাসভৱনটো চিমলা মহাবিদ্যালযলৈ দান দিয়ে।'

'অসমৰ তীৰ্থযাত্ৰীসকলৰ থকা-খোৱাৰ সুবিধাৰ বাবে পুৰীৰ জগন্নাথ মন্দিৰৰ গাতে লগা মাটি এডোখৰ কিনি তাত এটা ঘৰ সজাই দি 'অসম মহাপাত্ৰ' নামেৰে এগৰাকী পাণ্ডা নিয়োগ কৰিলে। সেই পাণ্ডাগৰাকীৰ ভৰণ-ভোষণৰ নিমিত্তে খেতিৰ মাটি কিনিও দান কৰিছিল।'

'কৰ্মই জীৱনৰূপে গ্ৰহণ কৰা কৰ্মযোগী, ধৰ্মভীৰু, প্ৰেৰণাৰ প্ৰতীক সাউদ ভোলানাথ বৰুৱা এজন নিভাঁজ অসমীযাই নহয়, তেখেত এজন ভাল ভাৰতীয়ও। তেখেতে দৈনিক মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱ বিৰচিত কীৰ্তন আৰু নামঘোষাৰ পৰা একোটা খণ্ড সুৰ লগাই পঢ়ে। সাউদ ভোলানাথ বৰুৱা একমাত্ৰ অসমীয়া যিগৰাকীযে ব্ৰিটিছ চৰকাৰৰ পৰা 'কাইচেৰ-১ হিন্দ গ'ল্ড মেডেল' পোৱাৰ সন্মান অৰ্জন কৰে।'

'ওৰেটো জীৱন কঠোৰ শ্ৰম আৰু সংগ্ৰামত কটোৱা ভোলানাথ বৰুৱাৰ শৰীৰ ক্ৰমান্বয়ে পৰি আহে। প্ৰৌঢ়ত্বৰ সুযোগ লৈ মৃত্যুৱে যেন সঘনে তেওঁক আমনি কৰিবলৈ ধৰিলে। চিৰশান্তিয়ে যেন তেওঁক হাত-বাউলি দি মাতিবলৈ ধৰিলে কোনোৱে নেদেখা ঠাইৰ পৰা।'

# চতুৰ্থ অধ্যায়

গজেন্দ্ৰই কাঁহৰ কাহী এখনৰ ওপৰত তিনিটা বানবাটিত ফিকা চাহ আনি আগচোতালত বহি থকা কেউজনকে বিলাই দিলে। গৰম চাহবাটি খাই উঠি শ্ৰীনাথে খগেন্দ্ৰনাথ মাষ্টৰক ক'লে—'ছাৰ, কথা এটা মই পাহৰিছিলোৱেই, আজি সকাম এটাত মোক লগ ধৰিবলৈ আমাৰ ভতিজা মাধৱচন্দ্ৰ গুৱাহাটী আহি পোৱাৰ কথা, কি কৰা যায়!'

'শ্ৰীনাথ, সেইটোনো কি কথা, কালিয়েই মাধৱচন্দ্ৰ তোমাৰ কাষত থিয় দিব চাবা!'

শ্ৰীনাথ আচম্বিত হৈ পৰিল!

'মানে কথাটো কি জানা, তুমি মাধৱচন্দ্ৰলৈ বতৰা দি এখন চিঠি লিখা, আমি চিঠিখন বেপাৰী নাওখনত অলপপৰৰ পাছতে পঠিয়াই দিম। ভালেই হ'ব মাধৱচন্দ্ৰয়ো আমাৰ গাঁওখন দেখা পাব।'

শ্ৰীনাথে হাঁহি এটা মাৰি চিঠি এখন লিখি মাষ্টৰৰ হাতত দিয়াত মাষ্টৰে পুতেক গজেন্দ্ৰৰ দ্বাৰা নাৱৰীয়াজনক মতাই পঠিয়ালে। ইপিনে শ্ৰীনাথে আৰম্ভ কৰিলে, 'সেই বছৰৰে সাতাইশ এপ্ৰিলৰ দিনা ঝড়চোগড়াত বন্ধু নগেন চৌধুৰীৰ ঘৰলৈ যাওঁতে পুৰা ছাৰে ছয় বজাত লক্ষ্মীনাথক কুকুৰে কামুৰিলে। আঠ মে'ৰ দিনা তেওঁ জীয়েক ৰত্নাৱলীৰ সৈতে অসমৰ ৰাজধানী শ্বিলঙৰ পাষ্টুৰ ইন্‌ষ্টিটিউটলৈ চিকিৎসাৰ নিমিত্তে যাবলৈ ওলাল। কাৰণ, শ্বিলঙৰ বাদে ভাৰতবৰ্ষৰ আন ক'তো বেজী দিয়াৰ ব্যৱস্থা নাই।'

'সিফালে পাণ্ডু-ঘাটত বৈ আছিল জ্ঞানদাভিৰাম বৰুৱা আৰু মাধৱচন্দ্ৰ। তাৰ পৰাই চিধা মটৰ গাড়ীৰে লক্ষ্মীনাথে প্ৰবেশিকা পৰীক্ষাৰ বাবে বাছনি দি উঠা ৰত্নাৱলীক লৈ শ্বিলং পালেগৈ সন্ধিয়া সাতমান বজাত। বাটত বৰবুণত তিতি আগৰে পৰা অলপ জ্বৰ উঠি থকা ৰত্নাৰ শাৰীৰিক অৱস্থা আৰু বেয়া হ'ল।'

'আনহাতে ৰবীন্দ্ৰনাথ ঠাকুৰ শান্তিনিকেতনৰ পৰা শ্বিলঙলৈ ৰাওনা হৈছিল— ছাব্বিশ এপ্ৰিলত। বংগদেশৰ গৰমত ক্লান্ত হৈ পৰা কবিয়ে 'শিলঙের চিঠি'ত কবিতা আকাৰে লিখিলে—

*'গর্মি যখন ছুটল না আর পাখার হাওয়ায় শরবতে,*
*ঠাণ্ডা হতে দৌড়ে এলুম শিলং নামক পর্বতে।*
*মেঘ-বিছানো শৈলমালা গহন-ছায়া অরণ্যে।*
*ক্লান্তজনে ডাক দিয়ে কয় কোলে আমার শরণ নে।'*

'ক্লান্ত-শ্ৰান্ত কবিগৰাকী শ্বিলঙলৈ আহি উঠিলহি শ্বিলঙৰ 'জিৎভূমি' নামৰ ঘৰটোত। জিৎভূমি ঘৰটো ডাক্তৰ দেৱেন্দ্ৰনাথ চট্টোপাধ্যায়ৰ। তেওঁ ৰবীন্দ্ৰনাথৰ সুকণ্ঠী ককায়েক হেমেন্দ্ৰনাথ ঠাকুৰৰ জীয়াৰী অভিজ্ঞা দেৱীৰ স্বামী, লক্ষ্মীনাথৰ শালপতিয়েক। অভিজ্ঞাৰ অকাল মৃত্যু হোৱাত তেওঁৰ ভনীয়েক মনীষাক বিবাহ কৰায়।'

লক্ষ্মীনাথে ন মে'ৰ সন্ধিয়া সাত বজাত শ্বিলং পাই তেওঁৰ বন্ধু অসমৰ দ্বিতীয়জনা বেৰিষ্টাৰ আব্দুল মজিদৰ জীয়াৰী শ্ৰীমতী ৰহমানৰ 'গুলেস্তান' নামৰ গৃহত উঠাত, তেওঁক আদৰ-সাদৰ কৰি ৰাখিলে। ন মে' আৰু দহ মে'ত লক্ষ্মীনাথ আৰু ৰবীন্দ্ৰনাথৰ সাক্ষাৎ হ'ল শ্বিলঙৰ জিৎভূমিত। নানান পাৰিবাৰিক আৰু সাহিত্য আলোচনা কৰি লক্ষ্মীনাথে ৰবিকাকাৰ সৈতে আহাৰ কৰে।'

'পাষ্টুৰ ইন্‌ষ্টিটিউটত দহ মে'ৰ পৰাই লক্ষ্মীনাথৰ চিকিৎসা আৰম্ভ হ'ল। চৈধ্য দিনৰ বাবে দিনে দুটাকৈ বেজীৰ খোঁচ সহিব লগা হ'ল। শ্বিলঙৰ পল' খেলপথাৰৰ প্ৰান্তত উমশ্ৰা জুৰিৰ দাঁতিতে প্ৰখ্যাত অনুষ্ঠানখনৰ অৱস্থিতি।'

'এনেতে ৰত্নাৰ জ্বৰ দিনকদিনে বাঢ়ি গ'ল। গাত জ্বৰে বিষে ৰত্না ক্লান্ত হৈ পৰিল। মাজে মাজে তীব্ৰ জ্বৰ উঠি জ্বৰ নামে আৰু উঠে। দেউতাক অস্থিৰ হৈ পৰিবলৈ ধৰিলে। বেমাৰী চিকিৎসা কৰি আছে—ডাক্তৰ জে এম বোসে। গুলেস্তান নামৰ ঘৰটোৰ পাছতেই কলিকতাৰ পৰা আহি বিশ্ৰাম লৈছেহি প্ৰখ্যাত ডাক্তৰ বিধানচন্দ্ৰ ৰায়। লক্ষ্মীনাথে তেওঁক মাতিবলৈ গ'ল, কিন্তু সেই মুহূৰ্তত ৰবীন্দ্ৰনাথে তাতে বহি বিধানচন্দ্ৰ ৰায়ৰ লগত বাৰ্তালাপ কৰি আছিল। লক্ষ্মীনাথৰ পৰা নাতিনীয়েকৰ বেমাৰৰ কথা শুনি তেওঁ ক'লে—'ময়ো কিছু শৰীৰ-চিকিৎসা জানো, প্ৰয়োজনতে তাকে ব্যৱহাৰ কৰি চাওঁ ব'লা। তাৰ পাছতো ডাক্তৰ ৰায়ৰ পৰামৰ্শ ল'ব পাৰিবা' বুলি তেওঁ হাতত চামৰাৰ বেগ এটা লৈ আহি ঔষধৰ বাকচৰ পৰা কিবাকিবি বড়ি উলিয়াই ৰত্নাক খুৱাই দিলে। চিকিৎসক ৰবীন্দ্ৰনাথ ব্যৰ্থ হ'ল, হেমিঅ'পেথিয়ে ফল নিদিলে। অৱশেষত ডাক্তৰ ৰায়ক মাতিলে। তেওঁ বেমাৰীৰ জিভা পৰীক্ষা কৰি 'টাইফয়েড' হৈছে বুলি পৰামৰ্শ দিলে। লক্ষ্মীনাথ হতাশ হৈ পৰিল।'

মিহিকৈ হাঁহি এটি মাৰি লক্ষেশ্বৰে ক'লে, 'খুঁটীয়া ম'হে নাও বুৰুৱাব খুজিলে দেখোন।'

'লক্ষ্মীনাথে সুদূৰ সম্বলপুৰত থকা প্ৰজ্ঞাসুন্দৰীলৈ টেলিগ্ৰাম পঠিয়ালে। উনৈশ মে'ৰ দিনা নাতিয়েক সৰুপক লৈ প্ৰজ্ঞাসুন্দৰী আহি শ্বিলং পালেহি। মাজতে গুৱাহাটীৰ পৰা খবৰ লৈ গ'ল আনন্দাভিৰাম বৰুৱা আৰু তেওঁৰ খুলশালীয়েক অজীন্দ্ৰনাথ ঠাকুৰে।'

'শ্বিলঙত থকা কালছোৱাত ৰবীন্দ্ৰনাথ আৰু লক্ষ্মীনাথৰ মাজত সুন্দৰ বহু আলোচনা হয়। এদিন লক্ষ্মীনাথে ৰবীন্দ্ৰনাথ ঠাকুৰে পৰিধান কৰা 'জোব্বা' পোছাকৰ বিষয়ে

সোধাত তেওঁ ক'লে—পোছাকযোৰৰ আৱিষ্কাৰক ৰবীন্দ্ৰনাথ নহয়, তেওঁৰ ভতিজাক গগনেন্দ্ৰনাথ ঠাকুৰ। জাপানী শিল্পীসকল কলিকতালৈ আহিলে মাজে-সময়ে জোড়াসাঁকোৰ ঘৰত অহা-যোৱা কৰোঁতে, তেওঁলোকৰ ওপৰি পৰা পোছাক দেখি তাৰ লগত কাশ্মিৰী হাফ-জোব্বাৰ সংমিশ্ৰণ ঘটাই পৰীক্ষা-নিৰীক্ষাৰ মাধ্যমেৰে এই পোছাকটো ফতেউল্লা দৰ্জীৰ হতুৱাই তৈয়াৰ কৰি লৈছে। 'পিৰালি' পাগুৰিৰ পৰিবৰ্তে চিলোৱা হৈছিল—ভেলভেটৰ টুপী। জোব্বা আৰু টুপীৰ সংস্কৰণ ঘটিল তিব্বতী 'বকু'ৰ। ক'লা, গাঢ়-নীলা, বাদামী, কমলা, মটীয়া, ছাইবৰীয়া, ছাই ৰঙৰ চিক্ কপাহী বস্ত্ৰ তেওঁৰ প্ৰিয়। শিলঙত থকা ডেৰমাহ কালৰ ভিতৰতে লিখা 'প্ৰাচী' নামৰ কবিতাটো ৰবীন্দ্ৰনাথে লক্ষ্মীনাথক পঢ়িবলৈ দিলে।'

'কবিতাটো পঢ়ি লক্ষ্মীনাথৰ মুখখন বৰ্ণময় হৈ পৰিল। তেওঁ শিলং চহৰৰ চৌপাশে দুক দুককৈ বতাহত কঁপি থকা পাইন্ কৌইতালৈ দৃষ্টি নিক্ষেপ কৰি নীৰৱ হৈ পৰিল।'

'কথা প্ৰসংগত এদিন ৰবীন্দ্ৰনাথে লক্ষ্মীনাথৰ আগত খেদ প্ৰকাশ কৰিলে—তোমালোকেইতো বাংলা ভাষাৰ সীমা ঠেক কৰিলা!'

'খুৰা-শহুৰেকৰ মুখে মুখে কোনো উত্তৰ নিদি এটি দীঘলীয়া হুমুনিয়াহ কাঢ়ি লক্ষ্মীনাথে কেৱল মনতে ভাবিলে—যিখন দেশৰ সাহিত্য শংকৰ-মাধৱৰ লিখাৰে পুষ্ট, যি দেশৰ কথা মহাভাৰতত বৰ্ণিত, সেই দেশৰ মানুহে আকৌ বাংলা ভাষাৰ সীমাৰেখা ঠেক কৰিবলৈ কিয় যাব?'

ইফালে পাষ্টুৰ ইন্‌ষ্টিটিউটৰ পৰা চিকিৎসা শেষ কৰি লক্ষ্মীনাথ সম্বলপুৰলৈ যাবলৈ ওলাল। অৱশ্যে দুৰ্বল হৈ পৰা ৰত্নাৱলীক মাকৰ সৈতে কেইদিনমান শিলঙতে ৰখাৰ সিদ্ধান্ত ল'লে। তেওঁ গুৱাহাটীলৈ আহি অধ্যক্ষ জে বৰুৱাৰ গৃহত দুদিনমান থাকোতে তত্ত্বকথা সম্পৰ্কে কিছু আলোচনা হ'ল। লক্ষ্মীনাথে কৈছিল—'শ্ৰীশংকৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ প্ৰধান বৈশিষ্ট্য গীতাৰ একশৰণ, শ্ৰীমদ্ভাগৱতৰ সৎসংগ, ৰামায়ণৰ হনুমন্তী কথা অৰ্থাৎ হনুমন্তই নিজৰ ইষ্টদেৱতা ৰামচন্দ্ৰৰ বাহিৰে কাকো নজনা আৰু সেই ইষ্টদেৱতাত অবিচলিত নিষ্ঠা আৰু শ্ৰীকৃষ্ণৰ গোপীবৃন্দৰ দৰে অব্যভিচাৰী ভক্তি ; আৰু জীৱনত সদাচাৰ—যাৰ বিষয়ে তেওঁ সদায় কৈছিল—'অনাচাৰে, সংসাৰে, আচাৰে ভক্তি'। এইকেইটা তেওঁৰ প্ৰচাৰিত ধৰ্মৰ মুকুটমণি। এনে কৃপালু গুৰু তোমাৰ—শ্ৰীশংকৰদেৱ, হে অসমীয়া তুমি চিনিছানে?'

খগেন্দ্ৰনাথ মাষ্টৰে মাত দিলে, 'নাই, নাই অসমৰ বাইজে আজিলৈকে শংকৰগুৰুক চিনিয়েই নাপালে, নহ'লেনো এতিয়ালৈকে তেওঁ নামঘৰৰ থাপনাতে আবদ্ধ হৈ থাকিব লাগেনে?'

শ্ৰীনাথে কৈ গ'ল, 'ৰাস-লীলা' প্ৰবন্ধত ৰাস-লীলাৰ তাৎপৰ্য বিস্তৃতভাৱে কঁহিয়াই

দেখুৱাই লক্ষ্মীনাথে কৈছে, শ্ৰীকৃষ্ণই গোপীসকলৰে সৈতে এই লীলা কৰি উপনিষদৰ এই কথাকে প্ৰমাণ কৰি দেখুৱালে। যেতিয়ালৈকে গোপীসকলৰ বাহ্য বস্তুৰ আসক্তি নামমাত্ৰ আছিল, তেতিয়ালৈকে ভগৱন্ত তেওঁলোকৰ পৰা দূৰৈত আছিল। গোপীসকলে গোটেই বৃন্দাবন ঘূৰিও তেওঁক দেখিবলৈ নাপালে। যেতিয়ালৈকে গোপীবৃন্দই নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি ভাবিছিল, তেওঁলোকেই কৃষ্ণক বিচাৰি উলিয়াব, তেতিয়ালৈকে কৃষ্ণ তেওঁলোকৰ অদৃশ্য, অপ্ৰাপ্য হৈ ৰ'ল। যেতিয়া তেওঁলোকৰ আত্মশক্তিৰ ওপৰত নিৰ্ভৰ আৰু বাহিৰা শক্তি দূৰ হ'ল, সৰ্বান্তঃকৰণে যেতিয়াই তেওঁলোক কৃষ্ণাৰ্পিত মন, বুদ্ধি আৰু চিত্ত হ'ল, তেতিয়াই পৰম মধুৰ মূৰ্তিৰে কৃষ্ণ তেওঁলোকৰ আগত আবিৰ্ভাৱ হ'ল। তেতিয়া গোপীসকলৰ কেনে অৱস্থা? যেন অচেতন দেহলৈ প্ৰাণ আহিল ঃ

*'তন্বঃ প্ৰাণম্ হ'ব আগতম।*
*প্ৰাণক দেখিয়া যেন তনু উল্লসিত।'*

'গোপীসকল এইবাৰ কামনাত নিবৃত্তি হ'ল। প্ৰাজ্ঞ অৰ্থাৎ ঈশ্বৰক পাই মুমুক্ষুসকলে যেনেকৈ সংসাৰ ত্যাগ কৰে, এইদৰে তেওঁলোকে শ্ৰীকৃষ্ণ দৰ্শনৰূপ পৰমানন্দত সুখী হৈ কৃষ্ণ বিৰহজ ভাব ত্যাগ কৰিলে।'

'গোপীসকলে ভগৱন্তক-দৰ্শন কৰি আহ্লাদত বিধৌত হৃদৰোগ হৈ মনোৰথান্তপ্ৰাপ্ত হ'ল অৰ্থাৎ তেওঁলোকৰ পূৰ্ণকাম হ'ল। তেওঁলোকৰ হৃদৰোগ কাম আৰু নাথাকিল।'

'গোপীসকলে কৃতাৰ্থ আৰু পূৰ্ণকাম হৈও যে—ভগৱন্তৰ সেৱা কৰিবলৈ ধৰিলে সেইটো মুক্তভক্তৰ লক্ষণ। মুক্ত জ্ঞাননিষ্ঠ আৰু মুক্ত যোগীৰ এই প্ৰণালী নহয়। গোপী আপ্তকাম হোৱাৰ পাছতো প্ৰেম হেতু তেওঁলোকৰ ভগৱন্তৰ সেৱা। ভক্তৰ স্বভাৱেই তেনেকুৱা।'

'লক্ষ্মীনাথে 'শ্ৰীকৃষ্ণ কথা'ৰ আৰম্ভণিতে কৈছে—আমি আগেয়ে অনেকবাৰ কৈ আহিছো একমেবদ্বিতীয়ং পৰমব্ৰহ্ম বা পৰমেশ্বৰৰ দুটা বিভাগ (এছপেক্ট) এটা নিৰ্গুণ আৰু আনটো সগুণ। তদুপৰি ব্ৰহ্ম সকলো ৰকমৰ জ্ঞাত আৰু ব্যক্তি বস্তুৰ পৰা সুকীয়া, অনিৰ্বচনীয়, অজ্ঞেয় কিম্বা এক। সেই কাৰণেই ব্ৰহ্মাক নিৰঞ্জন বোলে, অৰ্থাৎ তেওঁ অঞ্জনবিহীন। অঞ্জন মানে চিহ্ন। অহংকাৰকে আদি কৰি উপাধিয়ে তেওঁক চিহ্নিত কৰিব নোৱাৰে।

*'অহংকাৰ আদি একোৱে উপাধি*
*কৰিতে নাপাৰ চিহ্ন*
*সেইসে কাৰণে মহন্তসকলে*
*বোলে তাংক নিৰঞ্জন।।'*

—ঘোষা

'সেই দিনা আলোচনাৰ সমাপ্তিত বহু সময়লৈ জ্ঞানদাভিৰাম বৰুৱা ভাবত বিভোৰ হৈ থাকিল। লক্ষ্মীনাথ গুৱাহাটীত আৰু দুদিন থাকি আঠাইশ মে'ৰ দিনা কলিকতাত মৃত্যুশয্যাত থকা ভোলানাথক দেখা কৰে। ভোলানাথে সেই অৱস্থাত মানুহ চিনি পোৱা নাছিল যদিও এটা মুহূৰ্তত চকু মেলাত লক্ষ্মীনাথক দেখি চিনি পালে আৰু দুচকুৰে লোতক নিগৰি পৰিল। ভোলানাথে বেহেৰাজনক লক্ষ্মীনাথৰ বৰুবাৰ খোৱা-বোৱাৰ ব্যৱস্থাৰ নিমিত্তে ইংগিত দিলে।'

'পাছদিনা তেওঁ সম্বলপুৰলৈ যাত্ৰা কৰিলে। ত্ৰিশ মে'ত ভোলানাথ মৃত্যু হোৱা সংবাদতো তেওঁ দুই জুনত শ্বিলঙত এৰি থৈ অহা পৰিবাৰক জনালে।'

সম্বলপুৰ, ২-৬-২৩।

পৰি,

ৰত্না অনেকটা ভাল আছে শুনে আশ্বস্ত হয়েছি। ভগবান বেচাৰাকে শীঘ্ৰেই সম্পূৰ্ণ সুস্থ্য কৰুণ তাঁৰ চৰণে এই প্ৰাৰ্থনা ...।

বি বৰুৱা ত্ৰিশ তাৰিখ ২-৩০ মৰ্ণিংএ মাৰা গেলেন। আমি ২৮ তাৰিখ তাঁকে দেখতে গিয়েছিলুম। আমাকে প্ৰথম ততটা চিনতে পাৰেন নি, তাৰপৰে চিনে চোক দিয়ে জল বেৰল। কেৱল অস্থিৰ হয়ে উঠেছিলেন! আমাকে বেহাৰাৰা খেতে দিয়েছিল কিনা। যাক আৰ আমাৰ একজন বন্ধু ও প্ৰধান সহায়—আপদ-বিপদ সব সময়ে চলে গেলেন। মন বড় খাৰাপ হয়ে গেছে।

ইতি ঃ
তো
শ্ৰীলক্ষ্মীনাথ

এনেতে ৰত্নেশ্বৰ বেজে মাত দিলে, 'ইচ্ ৰাম, বেলি মূৰৰ পৰা দেখোন পিছলি গ'লেই!'

তাকে শুনি লক্ষেশ্বৰ বৰদলৈয়ে ক'লে, 'ইচ্ ইচ্ হৰি হৰি, আলহীক ভোকে ৰাখি আমি ভাল বৈথকীখন বহালো। কথাৰসতে ভোল গ'লো। শ্ৰীনাথ বোপা বেয়া নাপাবা এক!'

শ্ৰীনাথে ক'লে, 'নাই নাই, কথাবোৰ আলোচনা কৰি বৰ ভাল লাগিল।'

খগেন্দ্ৰনাথ মাষ্টৰে গঞ্জা দুগৰাকীক উদ্দেশ্যি ক'লে, 'এতিয়া খাই লৈ জিৰাই-সতাই আবেলি গাঁওখন ফুৰি-চাকি নামঘৰতে এপাক মাৰিব লাগিব।'

দুয়োজনে ক'লে, 'তেন্তে উঠো, পাৰিলে আমাৰ চোতালতো খোজ এটা দিবা।'

শ্ৰীনাথে ক'লে, 'হ'ব বাৰু।'

# পঞ্চম অধ্যায়

পিচদিনা দুপৰীয়া আহাৰ খাই উঠি শেতেলিখনত পৰি ভাত-ঘুমটি মাৰি উঠি খগেন্দ্ৰনাথ বেজে শ্ৰীনাথক সুধিলে, 'তুমি, পিছে টোপনি গ'লা নেকি?'

'নাই ছাৰ, ৰিম্‌জিম্‌কৈ মাজতে অলপমান কেঁচা টোপনি আহিছিল নেকি?'

'ৰ'বা, ফিকা চাহ এবাটি খাই লওঁ, তাৰপাছত গাঁওখনত পাক এটা মাৰি অলপপৰ কালিৰ দৰে নামঘৰতে বহোঁগে। কাইলৈতো ভাওনা-সবাহেই, নে কি কোৱা?' খগেন্দ্ৰনাথ বেজে সুধিলে।

এনেতে নাৰবীয়াজনৰ সৈতে মাধৱচন্দ্ৰ আহি পালে।

খবৰ বাতৰি দিয়া-লোৱাৰ পাচতে অলপ জিৰাই-সতাই তিনিওজনে নঙলামুখ পাৰ হৈ বাটত ভৰি দিলে। কিছু দূৰৈৰ পাহাৰৰ পৰা ওলাই আহিছে মৰা-সোণাই নৈখন।

খগেন্দ্ৰনাথ মাষ্টৰে দুয়োজনকে উদ্দেশ্য কৰি ক'লে, 'এই নৈখনত খৰালি চিপ্‌চিপীয়াকৈ পানী ওলালে কি হ'ব, বাৰিষা তাণ্ডৱ কি চাবা! নৈৰ পাৰতে সেইখন বোকাবাহ গাঁও। সৌখন চোকাবাহ গাঁও। তাৰ নাতিদূৰৈতে সৌখন ৰঙা-দৰিয়া গাঁও। এই এলেকাৰ আশে-পাশে থকা মাটিবোৰ বৰ সাৰুৱা। বিঘাই বাৰ-তেৰ মোনলৈকে ধান পোৱা যায়। বুজিছা মাধৱচন্দ্ৰ।'

তিনিওজনে গাঁওখনত পাক এটা মাৰিবলৈ নৌপাওঁতেই বেলি লহিয়াবলৈ ধৰিলে। লাহে লাহে পথাৰৰ বাটৰ গৰুবোৰ নঙলামুখ পালেহি। জাক জাক চৰাইবোৰে আকাশত কোৰ্হাল লগাইছে। এনেতে নামঘৰত ডবা কোবোৱা শব্দ শুনা পাই তিনিও ঈশ্বৰৰ নাম ল'লে।

ইফালে নামঘৰৰ মজিয়াত দুই-চাৰিজনকৈ গঞা ৰাইজ গোট খালেহি। লক্ষেশ্বৰ বৰদলৈ, ৰত্নেশ্বৰ বেজৰ লগতে থানেশ্বৰ খনিকৰেও মজিয়াৰ সোঁফালে কঠ পাৰি তামোল-পাণৰ বটা লৈ বহি আছে।

এনেতে খগেন্দ্ৰনাথ বেজ, শ্ৰীনাথ আৰু মাধৱচন্দ্ৰক দেখি আলধৰা দণ্ডিয়ে আথে-বেথে আগবাঢ়ি আহি কঠ একোখনকৈ পাৰি দিলে।

খগেন্দ্ৰনাথ বেজে মাধৱচন্দ্ৰক চিনাকি কৰি দিলে।

ৰত্নেশ্বৰ বেজে মাত মিলে, 'বুজিছে থানেশ্বৰ ভাইটি, কালি আমাক যি সুন্দৰ ৰসভৰা কথা শুনালে, বৰ সন্তোষ পালো বাপ, নিয়া আমাৰ কাইটিৰ আগতো অকণমান লক্ষ্মীনাথ সংবাদৰ বকলা মেলা।'

শ্ৰীনাথেই আৰম্ভ কৰিলে, 'উনৈশ শ চৌবিশ খ্ৰীষ্টাব্দত [illegible] লক্ষ্মীনাথ

কলিকতাত থাকি বার্ড কোম্পানীৰ কাম কৰিবলগীয়া হৈছিল। সেই সময়ছোৱাত কবিগুৰুৰ সৈতে তেওঁৰ সাহিত্য সম্পৰ্কীয় বিষয়ত যথেষ্ট ঘনিষ্ঠতা বাঢ়ে।'

'সেই বছৰৰ মে' মাহত ৰত্নাৱলীয়ে কলিকতাৰ ডায়োচেচন্ বিদ্যালয়ৰ পৰা প্ৰবেশিকাৰ ডেওনা পাৰ হৈ আই এ মহলাত নাম লিখে।'

'ডিচেম্বৰ মাহত গুৱাহাটীত হ'বলগীয়া অসম সাহিত্য সভাৰ অভিভাষণখন কবিগুৰু কবি যতীন্দ্ৰনাথ দুৱৰাই সম্পাদনা কৰে। অৱশ্যে অম্বিয় কুমাৰ দাস, লক্ষ্মীধৰ শৰ্মা, হেমচন্দ্ৰ বৰুৱায়ো যথোচিত সহায় আগবঢ়ায়।'

'তাৰপাচত শ্ৰীনাথে মাধৱচন্দ্ৰৰ ফালে চাই ক'লে—চোৰাচোন, মোৰ মোনাত আছেনে চিঠিখন। সম্ভৱ দিনলিপিখনৰ মাজতে পাবা।'

'আছে, দদাইদেউ।' মাধৱচন্দ্ৰই উত্তৰ দিলে।

'চোৱাচোন কি লিখিছিল?' শ্ৰীনাথে পুনৰ অনুৰোধ কৰিলে।

শ্ৰীচৰণেষু,

লেডি জানে ডায়োচেচন কলেজ

৭১-১, কৰ্ণৱাল ষ্ট্ৰীট।

কলিকতা, ১৩-১২-২৪ ইং।

আপোনাৰ দুয়োখন চিঠি যথা সময়ত পালো। ইমানদিন আপোনাৰ এড্ৰেছ লৈ ৰৰ ব্যস্ত থকাত উত্তৰ দিব পৰা নাছিলো—আশা কৰো দোষ ক্ষমা কৰে যেন।

ভাষণখন বৰ বিতোপন হৈছে। লক্ষ্মীহঁতে কৈছে যে—ইমান কম্প্ৰেছিভ্ ভাষণ অসম সাহিত্য সভাত কেতিয়াও পঢ়া হোৱা নাই। সেই কাৰণে ছপোৱাৰ কাৰণে অনুমতি বিচাৰিলো। কাৰণ ই এটা 'পিচ অব লিটাৰেচাৰ' হ'ব। আৰু ইয়াৰ প্ৰত্যেক পইন্টচ্‌বিলাকৰ ওপৰতে ভৱিষ্যৎ লেখকসকলে একো একোখন নতুন ৰচনা লিখিব পাৰিব। এড্ৰেছটো অলপ দীঘল হৈছে যদিও মানুহ টায়াৰ্ড নহয়। ছপোৱাতহে দিগদাৰত পৰিলো, কাৰণ দুটা প্ৰেছত ছপাবলৈ দিলো, এটাই সাহ নকৰে। আপোনাৰ ৭৫ পৃষ্ঠালৈকে সকলো ঠিক আছে। তাৰপাছত য'ত চৰকাৰী সম্বন্ধে আৰু অসম প্ৰবাসী বাঙালীসকলৰ সম্বন্ধে বৰ দীঘলীয়া লেখা আছে, সেইটো অলপ ডিপ্ৰেছন হোৱাত আৰু আচল বিষয়ৰ গাত সম্বন্ধ নথকাত প্ৰেছেও ছপাব নোৱাৰো বোলাত সেই দুটা পইন্ট মই অলপ টাচ্ কৰি কনক্লুছনটো নিজে লিখিবলগীয়া হ'ল। নিজে মানে আপোনাৰ পুৰণা লেখাবিলাকৰ পাৰমুটেচন কম্বিনেচন কৰি দিয়া হ'ল। কাৰণ, আপুনি কনক্লুচন একেবাৰে নিলিখিলে, সেইটো

মোলৈকে থৈছিল নেকি।

  

আপোনাৰ লিখাত হাত দিবৰ শকতি নাই আৰু দিয়াও মোৰ পক্ষে ধৃষ্টতা কিন্তু, ইউ ছুড বি এবভ ক্ৰিটিচাইজঃদোষ হৈছে, ক্ষমা কৰিব। সঁচাকৈয়ে এড্ৰেছখন বৰ মনোৰম হৈছে।

আপোনাৰ মৰমৰ

'যতীন্দ্ৰ'

চিঠিখনৰ কথা শুনাৰ পাছত খগেন্দ্ৰনাথ মাষ্টৰে ক'লে, 'সুদূৰ সম্বলপুৰত থকা লক্ষ্মীনাথক অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনৰ সভাপতি পদত বৰণ কৰি অসমীয়া জাতিয়ে তেওঁক সৰ্বোচ্চ সন্মান দিলে। মাধৱচন্দ্ৰই দুশাৰীমান দদায়েৰৰ বিষয়ে কোৱাচোন।'

লাজতে ৰঙা পৰি যোৱা মাধৱচন্দ্ৰই মুখ মেলিলে—'সেই বছৰৰ উনৈশ ডিচেম্বৰত লক্ষ্মীনাথ দদাইদেউ সম্বলপুৰৰ পৰা কলিকতালৈ আহি মাজু জীয়াৰী ৰত্নাৱলীৰ সৈতে পঁচিশ ডিচেম্বৰত গুৱাহাটীলৈ বুলি যাত্ৰা কৰিলে। গুৱাহাটী পাই প্ৰিন্সিপাল জে বৰুৱাৰ ঘৰত উঠে। সাতাইশ আৰু আঠাইশ ডিচেম্বৰত সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত হৈছিল। আদৰণী ভাষণখন সত্যনাথ বৰাই পাঠ কৰে। লক্ষ্মীনাথ বেজবৰুৱাই আঢ়ৈঘণ্টা কালজুৰি সুদীৰ্ঘ অভিভাষণখন পাঠ কৰি শ্ৰোতাসকলক মুগ্ধ কৰিলে। তেওঁ ভাষণখন ৰৈ ৰৈ পঢ়িছিল আৰু বিৰতিত তেওঁৰ জীয়াৰী ৰত্নাবলীয়ে বৰগীত আৰু ৰবীন্দ্ৰ সংগীত গাই ৰাইজক আমোদ দিছিল। এই অভিভাষণখনত তেওঁ প্ৰাচীন কামৰূপৰ স্থান, অসমীয়া ভাষা-সাহিত্যৰ যুগ, জাতীয় সাহিত্য, সাহিত্যৰ সাধাৰণ লক্ষণ, ইউৰোপীয় সাহিত্য, ভাৰতীয় সাহিত্য, কাব্যসাহিত্য, প্ৰকৃত সাহিত্যৰ লক্ষণ, সাহিত্যৰ ভাষা, নাট্যসাহিত্য আদি বিভিন্ন বিষয়ৰ কথা আলোচনা কৰি সামৰণিত কয়—'আজি আকৌ এইটো ডাঠকৈ কওঁ যে আপোনাসকলে সাৰোগত কৰি জানিব—অসমীয়া ভাষাৰ উন্নতি অসমৰ উন্নতিৰ ঢাপ। হ'ব পাৰে—আমাৰ মানুহৰ লেখ তাকৰ, হ'ব পাৰে—আমাৰ অৱস্থা টনকিয়াল নহয়, কিন্তু সেই বুলিয়েই ভাৰতৰ আন প্ৰদেশৰ মানুহৰ সৈতে সমানে আগবাঢ়িব নোৱৰাত মনত মিছা প্ৰবোধ দি ঘৰত দুৱাৰ মাৰি বহি থাকিম নে? তেনেহ'লে ভাৰতৰ জাতীয় জীৱনত আমাৰ আসন ক'ত? মাতৃভাষাৰ উন্নতিয়েই আমাৰ দেশৰ উন্নতি—আমাৰ স্ব-জাতিৰ উন্নতি ; এই মাতৃভাষাৰ সেৱাই আমাৰ দেশৰ সেৱশ আমাৰ জাতীয় জীৱনৰ আনন্দৰ বিজয় পতাকা আমাৰ লুপ্ত গৌৰৱৰ পুনৰুত্থান—আমাৰ জীৱন কৰ্তব্যৰ শিৰৰ মুকুট।'

অভিভাষণত লক্ষ্মীনাথে উল্লেখ কৰিছে—'ৰোমৰ শক্তি, গ্ৰীচৰ প্ৰাঞ্জলতা বুলি দূৰ বাহিৰত খেপিয়াই ফুৰিছোঁ, অথচ আমাৰ ঘৰৰ শংকৰ-মাধৱ আৰু কন্দলিসকলৰ কবিতালৈ হাত মেলা নাই বুলিকৈ শ্ৰীশংকৰদেৱৰ ৰচনাৰ পৰা উদ্ধৃতি দি তাৰে নিদৰ্শন

দাণ্ডি ধৰে।' এনেদৰেই তেওঁৰ অভিভাষণত অসমীয়া ভাষা আৰু সাহিত্যৰ বিভিন্ন কথা আলোচনা কৰি আমাৰ সাহিত্যক উন্নত আৰু সমৃদ্ধিশালী কৰাৰ ইংগিত দিছে। অভিভাষণখনত তেওঁৰ মাতৃভাষাৰ প্ৰতি অফুৰন্ত অনুৰাগ, জাগ্ৰত স্বদেশপ্ৰেম আৰু সুগভীৰ আশাবাদ সুন্দৰভাৱে পৰিস্ফুট হৈছে।'

'অধিৱেশনৰ সামৰণিৰ পাচত লক্ষ্মীনাথ বেজবৰুৱাদেৱে আঠাইশ ডিচেম্বৰৰ নিশা সংগীত সংঘৰ অধিৱেশনত যোগ দিলে।'

'পাছদিনা জ্ঞানদাভিৰাম বৰুৱাৰ ঘৰলৈ চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, যতীন্দ্ৰনাথ দুৱৰা লগ হৈ কবিতা সম্পৰ্কে আলোচনা কৰে। অৱশ্যে আমিও উপস্থিত থাকোঁ। আলোচনাত জ্ঞানদাভিৰাম বৰুৱাই কৈছিল—'কলিকতাত জন্মলভা অসমীয়া ভাষা উন্নয়নী সভাই হ'ল, এক নতুন সাহিত্যিক আন্দোলনৰ মূল আৰু 'জোনাকী' কাকতেই ৰোমাণ্টিক বা নৱন্যাস ভাবধাৰা প্ৰবৰ্ত্তন কৰে। আপোনালোক তিনিওজনেই নব্য-ৰোমাণ্টিক আন্দোলনৰ ঘাই হোতা। সেই কবিতাবোৰত দেশী আৰু বিদেশী দুটি সুৰৰ প্ৰথম সমন্বয় হৈ ঐকতান বাজি উঠিছে।'

তেতিয়া চন্দ্ৰকুমাৰ আগৰৱালাই মাত দিলে—'বুজিছা জ্ঞান, আমাৰ বেজৰ 'কদমকলি'ৰ অন্তৰ্গত 'ধনবৰ আৰু ৰতনী', ৰতনীৰ বেজাৰ, মালতী, তিলতা আদি কবিতাগুচ্ছ পুৰণি লোকগীতৰ আৰ্হিত ৰচিত। এইকেইটা সাৰ্থক বেলাড বা লোকগীত। তাত ঘৰুৱা জীৱনতকৈ চহা-জীৱনৰ অনুভূতি অধিক। ধনবৰ আৰু ৰতনী, ৰতনীৰ বেজাৰ কবিতাটো প্ৰকৃততে বৰ কৰুণ ৰসৰ। এই ফাঁকি কবিতা শুনা—

*'বোপাই মোৰ লুইত ঐ সামৰি লোৱা মোক*
*কোলাত থান এফেৰি দিয়া ;*
*ৰতনী হেৰাল মোৰ সকলো পৰিল ওৰ*
*আৰু মোৰ একো নাইকিয়া।'*

'হেমচন্দ্ৰ গোস্বামীয়ে ক'লে—'উহ্ কেনে কৰুণ ভাব! সহজ-সৰল ভাষাৰে তীব্ৰ অনুভূতি কেনেদৰে প্ৰকাশ হৈছে!'

'তেনেতে হেলনীয়া চকীখনত মিচিকিয়াই থকা লক্ষ্মীনাথে উঠি ক'লে—তোমালোকে কৰুণ ৰসত চকু তিয়াই থকা, আমি অলপ ভিতৰৰ পৰা আহোঁ।'

'চন্দ্ৰপ্ৰসাদে পুনৰ ক'লে—'বীণ বৰাগী' কবিতাটো বেজৰ সাৰ্থক সৃষ্টি। কবিতাটিৰ ভাব কবিত্বপূৰ্ণ আৰু সুমধুৰ। এটা কাহিনী শুনা : সেইদিনা যতীন্দ্ৰৰ সৈতে আমি সম্বলপুৰৰ বেজৰ ঘৰত। যতীন্দ্ৰ মনত আছেনে, মই যে তোমাক কৈছিলো, হেৰা বন্ধু, তুমি কবিতাকেইটামান লিখাহে। কথাষাৰ বেজৰ কাণত পৰাত তেওঁ হাঁহি হাঁহি মাত দিলে—'ও ভাল তেওঁক কৈছা কবিতা লিখিবলৈ, তেওঁক কোৱা কান্দলি কন্দা মেলিবলৈ। চকু পানীৰ নৈ বোৱাই দিব নহয়। আমি বা ক'ত উটি যামগৈ।'

'যতীন্দ্ৰই হাঁহি হাঁহি উত্তৰ দিছিল—'আপোনাৰ অসমখনতনো পেট্ৰিয়তিক কবিতা লিখিবলৈ কি আছে?'

'বেজে একেচাবেই চকীৰ পৰা জাঁপ মাৰি উঠি ক'লে—কি ক'লা তুমি, অসমত লিখিবলৈ নাই, তোমালোকে নপঢ়িবা, নুশুনিবা মাথোন আনৰ চকুৰে নিজৰ দেশক চাবলৈ শিকিছা, মাথোন নাই, নাই! আছে সকলো, তোমালোকে নাজানা আৰু জানিবলৈ মন নকৰা। মই চকু টিপিয়াই যতীন্দ্ৰক তেখেতৰ লগত তৰ্ক কৰিবলৈ লগালো, কাৰণ আমি জানো যে তেখেতৰ খং তোলাই দিব পাৰিলেই নতুন সৃষ্টি ওলাই আহিব। শেষত যতীন্দ্ৰই ক'লে—'বাৰু আপুনিয়েই লিখক, চাওঁচোন কি হয়।'

'বেজে ক'লে, নিশ্চয় লিখিম, চাবা বাৰু।' এইবুলি গোমোঠা মাৰি অলপপৰ মনে মনে থাকিল। তাৰপাছতে আকৌ হাঁহি-মাতি কথা পাতিবলৈ ধৰিলে।'

ইমানপৰে মনে মনে আলোচনা শুনি থকা যতীন্দ্ৰনাথ দুৱৰাই মাত দিলে, পাছদিনা আপুনিয়েতো মোক মনত পেলাই দিছিল, 'হেৰা যদু, কিবা লিখিলেনে, ওলালনে' বুলি। তেনেতে বেজবৰুৱা ডাঙৰীয়া কোঠাটোলৈ সোমাই অহাত মই ক'লো—'চাওঁ দিয়কচোন, কিনো লিখিলে।' তেখেতে হাঁহি এটা মাৰি উত্তৰ দিলে—'নাই লিখিবলৈ একোৱেই নাই নহয়, কি দিম' বুলি 'বীণ-বৰাগী' নামৰ কবিতাটো উলিয়াই দিলে। দুয়োৰে পঢ়ি ইমান ভাল লাগিল যে, মই মাথোঁ ইয়াকে ক'লো—'অসমীয়া ভাষাত মই এনেকুৱা কবিতা আজিলৈকে পঢ়া নাই।' তেতিয়া আগৰৱালা ডাঙৰীয়াই কৈছিল, 'হেৰা, কিটিপ জানিলে সকলো হয়।'

চন্দ্ৰ কুমাৰ আগৰৱালাই হাঁহি হাঁহি ক'লে, 'বীণ বৰাগী' কবিতাত তেওঁৰ সুস্থ আশাবাদ আৰু স্বদেশানুৰাগৰ ভাব প্ৰকাশ হৈছে। কবিতাটিৰ মাজেৰে তেওঁ অসমীয়া জাতিক নিৰ্ভীক হৈ নতুন দীপ্তিৰে জগতখন চাবলৈ আহ্বান কৰিছে।'

*'নতুন প্ৰাণৰ ন চকুযুৰি*
*দীপিতি ঢালি দে তাত*
*পুৰণি পৃথিৱী ন কৈ চাই লওঁ*
*হে বীণ এবাৰি মাত।'*

'কবিৰ উক্তিত যেন নৱন্যাস ভাবধাৰাৰ ইংগিত স্পষ্ট। এই কবিতাটি তেওঁৰ অসমীয়া সাহিত্যলৈ বহুমূলীয়া বৰঙণি।'

আলোচনাবোৰ শুনি জ্ঞানদাভিৰাম বৰুৱাই তেওঁৰ অভিমত ব্যক্ত কৰিলে, 'তেওঁৰ অসম সংগীত, আমাৰ জন্মভূমি, মোৰ দেশ আদি কবিতাত দেশপ্ৰেমৰ ভাব ফুটি উঠিছে। লক্ষ্মীনাথৰ অসম সংগীতত অসম দেশ স্বয়ং পৰিপূৰ্ণ বুলি কৈছে। 'মোৰ দেশ' আমাৰ জাতীয় সংগীত। এই কবিতাত অসমৰ সুৰীয়া সুৱদি মাতৰ বিষয়ে উল্লেখ কৰিছে। ই ভাষাৰ কেন্দ্ৰমণি, জাতীয় সংস্কৃতি আৰু উপাসনাৰ ঘৰ। আমাৰ জন্মভূমি কবিতাত স্বদেশৰ সৌন্দৰ্য আৰু সংস্কৃতিৰ বিষয়ে উল্লেখ কৰিছে। অসমৰ

অফুৰন্ত প্ৰাকৃতিক সৌন্দৰ্যৰাশি অসমীয়াৰ জীৱন-যাত্ৰাৰ প্ৰধান সম্বল। কুঁজী থেকেৰা, পকা খৰিচা, ঢেঁকীয়া শাক আদিয়ে অসমীয়াৰ জাতীয় জীৱনক অন্য দেশৰ পৰা পৃথক কৰিছে। তামোল-পাণৰ বাৰী, লুইত, সাজপাৰ আদি অসমীয়াৰ জাতীয় জীৱনৰ বৈশিষ্ট্য।' তেওঁৰ কবিতাৰ ভাষাত—

*'ক'ত এনে ধানৰ পথাৰ, তামোল-পাণৰ বাৰী?*
*ভলুকা, মকাল আদি আছে বাঁহৰ বাৰী?*
*লুইতৰ দৰে বৰনৈ ক'ত আছে কোৱা?*
*ঘূৰি আহা বসুমতি তথাপি নোপোৱা।*
*হেৰা আমাৰ জন্মভূমি।'*

'তেনেতে ভিতৰৰ কোঠাৰ পৰা কাপোৰ-কানি সলাই হাঁহি এমোকোৰা লৈ লক্ষ্মীনাথ বেজবৰুৱা ওলাই আহি ক'লে—তোমালোকে চাগৈ ইমানপৰে ভাল পৰচৰ্চা কৰিলা দেও। ভঙা ৰভাত ফেঁচাই উৰুলি দিয়াৰ দৰেহে আমি ওলালো।'

'খন্তেক পাছত শুভৰাত্ৰি বিনিময় কৰি আমি সকলো ঘৰমুৱা হ'লো।'

'মাধৱচন্দ্ৰই পুনৰ ক'লে—একত্ৰিশ ডিচেম্বৰৰ দিনা লক্ষ্মীনাথে ডাক-জাহাজেৰে কলিকতালৈ প্ৰত্যাৱৰ্তন কৰিলে। বছৰটোৰ পহিলা দিনা কলিকতা নিবাসী অসমীয়া ছাত্ৰসকলৰ সৈতে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰো শিয়ালদহ ৰে'ল ষ্টেচনলৈ আহি 'অসম সাহিত্য সভা'ৰ সভাপতি লক্ষ্মীনাথক সম্বৰ্ধনা জনাই আগবঢ়াই লৈ গ'ল।'

ইমানপৰে নামঘৰৰ মজিয়াত বহি লক্ষ্মীনাথৰ—কাহিনী শুনা ৰাইজসকল প্ৰফুল্লিত হৈ খন্তেক পিচতে ভাওনাৰ আখৰা আৰম্ভ কৰিলে। এয়েই শেষ আখৰা, কালিলৈ ভাওনা প্ৰদৰ্শিত হ'ব।

# ষষ্ঠ অধ্যায়

যোৱা নিশা নামঘৰত ভাওনা উপভোগ কৰি আজি ৰাতিপুৱাই হাঁমিয়াই-হিকতিয়াই শ্ৰীনাথ, খগেন্দ্ৰনাথ মাষ্টৰ আৰু মাধৱচন্দ্ৰই প্ৰতিযাত্ৰা আৰম্ভ কৰিলে। গুৱাহাটী পায়েই শ্ৰীনাথে একেখন নাৱেৰেই আমিনগাঁৱলৈ গ'ল। খগেন্দ্ৰনাথ মাষ্টৰ উজান বজাৰ ঘাটতে নামিল।

সকলো কৰ্ম সম্পূৰ্ণ কৰি শ্ৰীনাথে পাছদিনা ৰাতিপুৱাই শিৱসাগৰলৈ ঢাপলি মেলিলে। মাধৱচন্দ্ৰ খগেন্দ্ৰনাথ মাষ্টৰৰ ঘৰতে সেইকেইদিন থাকিল। সন্ধিয়া মাধৱচন্দ্ৰই কথা প্ৰসংগত খগেন্দ্ৰনাথ বেজক ক'লে—'কলিকতাত আই এ পৰীক্ষা দি জ্যোতিপ্ৰসাদ গুৱাহাটীলৈ আহি বৰদেউতাক চন্দ্ৰকুমাৰক সহায় কৰিবলৈ 'অসমীয়া' নামৰ বাতৰিকাকতখনত লাগিল। কাকতখনৰ ছপামেলা উন্নত কৰাৰ যত্ন কৰি নতুন আখৰ পঠিয়াবলৈ লক্ষ্মীনাথলৈ লিখিলে। লক্ষ্মীনাথেও অনুৰোধমৰ্মে নতুন আখৰ, ব্লক তৈয়াৰ কৰি গুৱাহাটীৰ নিউ প্ৰেছলৈ পঠিয়াই দিলে। অৱশ্যে ঊনৈশ শ পঁচিশ খ্ৰীষ্টাব্দৰ বাইশ আগষ্টত লক্ষ্মীনাথ বেজবৰুৱাই ছেনিটেৰী ইঞ্জিনীয়াৰিং বিভাগৰ এছিষ্টেণ্টৰূপে নিযুক্তি পায়। তাৰপিচৰ বছৰ ৰত্নাৱলীয়ে আই এ আৰু দীপিকাই কলিকতাৰ ডায়োচেচন স্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।'

'সেই বছৰৰে অক্টোবৰ মাহৰ ঊনৈশ-বিশ তাৰিখে তেখেত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত বহা অসম সাহিত্য সভাত উপস্থিত থাকে। অসম সাহিত্য সভাৰ নৱম অধিৱেশনখন বৰ গুৰুত্বপূৰ্ণ আছিল। সভাৰ প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামীয়ে লক্ষ্মীনাথ বেজবৰুৱাক তাত উপস্থিত থাকিবলৈ টানি অনুৰোধ কৰিছিল।'

'স্ব-জাতিৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই, লক্ষ্মীনাথে জীয়াৰী ৰত্নাৱলীৰ সৈতে চৈধ্য অক্টোবৰত সম্বলপুৰৰ পৰা যাত্ৰা কৰি দুদিন পাছত ধুবুৰী পাই 'বিজনী' নামৰ ঘৰ এটাত থাকে। ভাওনি কোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালাই তেওঁলোকৰ বিশেষ যত্ন লয়।'

'ঊনৈশ অক্টোবৰত সু-গায়িকা ৰত্নাৱলী দেৱীয়ে 'অসমা সুষমা কামৰূপা জয়তু জননী ধৰিত্ৰী দুহিতা' গীতটিৰে সভাৰ শুভাৰম্ভণি কৰে। সভাপতি বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ অভিভাষণৰ কিছু কথাই বাঙালী সম্প্ৰদায়ক ক্ষুণ্ণ কৰাত লক্ষ্মীনাথে গোৱালপাৰা জিলা সন্মিলনীৰ হাকামা অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণৰ বিষয়ে গুৰু-গম্ভীৰ মধুময় ভাষাত হৃদয়গ্ৰাহী বক্তৃতাৰে সকলোকে মুগ্ধ কৰি পেলালে।'

খগেন্দ্ৰনাথ মাষ্টৰে সুধিলে—'মাধৱচন্দ্ৰ তুমিও অধিৱেশনলৈ গৈছিলা নৈকি?

'হয় ছাৰ, অধিৱেশনৰ পাছত দদাইদেউ আৰু ৰত্নাৱলীৰ সৈতে সম্বলপুৰলৈকে গ'লো। দুমাহমান থাকি কলিকতালৈ আহো। সেই বছৰৰ শেষৰ মাহত, জ্যোতিপ্ৰসাদ

উচ্চ শিক্ষা আহৰণৰ নিমিত্তে বিলাতলৈ যাবলৈ ওলাল। হাওড়া ৰে'ল ষ্টেচনত আত্মীয়-স্বজন, বন্ধু-বান্ধৱৰ সৈতে লক্ষ্মীনাথ আৰু প্ৰজ্ঞাসুন্দৰীও আহি বিদায় জনালে। আমিও উপস্থিত আছিলো। জ্যোতিপ্ৰসাদ কলিকতাৰ পৰা মুম্বাইলৈ গৈ মহাত্মা গান্ধীৰ আশীৰ্বাদ লৈ লণ্ডনমুখী জাহাজত উঠিল। বিলাতৰ এডিনবৰা বিশ্ববিদ্যালয়ত তেওঁ সংস্কৃত বিষয়ত অধ্যয়ন আৰম্ভ কৰিলে। জ্যোতিপ্ৰসাদে এভ'ন নৈৰ পাৰত বহি ভাবিলে—উঃ, কি মায়াময় এইখন দেশ! সেই ৰাতিয়েই তেওঁ আৰম্ভ কৰিলে 'ৰূপালীম' নাটকখন। তেওঁ থকা ঘৰত প্ৰায়ে গীত গায়—'সেউজী, সেউজী, সেউজী অ' সেউজী ধৰণী ধুনীয়া ...।' পিয়ানোত সুৰ তুলি, শুদ্ধ অসমীয়া শব্দৰে ৰচনা কৰা গীতৰ সৈতে পশ্চিমীয়া সুৰৰ ব্লেণ্ডিং কৰি জ্যোতিপ্ৰসাদ উন্মাদ হৈ পৰিল! ঘৰৰ মালিক এগৰাকী বৃদ্ধা, মিছ বেইন। আশী বছৰ বয়স। সেই ঘৰটো জ্যোতিপ্ৰসাদে ভাৰা লোৱাৰ উদ্দেশ্য হ'ল—এটা পিয়ানো। ৰাতিৰ ৰাতি, দিনৰ দিনটো, নাখাই-নবৈ পিয়ানো বজাই বজাই গঢ় দিলে আধুনিক অসমীয়া সংগীত।'

'এডিনবৰাৰ পৰা লণ্ডন হৈ পেৰিচ পালেগৈ জ্যোতিপ্ৰসাদ। জ্যোতিপ্ৰসাদে পেৰিচত ইংলিছ, ফৰাচী, জাৰ্মানী অবাক-সবাক চিনেমাবোৰ চালে। বন্ধু সুৰেন্দ্ৰনাথ বৰুৱাক জ্যোতিপ্ৰসাদে এদিন ক'লে—এখন সাৰ্থক চিনেমা কৰিবলৈ হ'লে কাৰিকৰী দিশটো উৎকৃষ্ট আৰু নিখুঁত হ'ব লাগিব। কিন্তু, চিনেমাখনৰ কাহিনীটো বিশ্বজনীন নহ'লে সেই চিনেমাই মানুহৰ মন অভিভূত কৰিব নোৱাৰে। চিনেমা চাই ভাল পোৱা আৰু চিনেমা চাই অভিভূত হোৱা দুটা বেলেগ কথা। মানৱতাবোধ কেৱল সাহিত্যৰে নহয়, চিত্ৰ-ভাস্কৰ্যৰেই নহয়, চিনেমাৰো প্ৰাণস্বৰূপ।'

'মই যে প্ৰথম অসমীয়া চিনেমাখন কৰিম বুলি ভাবি আছো বহুত দিন ধৰি, ইয়ালৈ আহি ইমানবোৰ চিনেমা চাই, বিশেষকৈ 'অল কোৱাইট অন দী ৱেষ্টাৰ্ণ ফ্ৰণ্ট' চাই মোৰ মন দৃঢ় কৰিলো, মই প্ৰথম অসমীয়া চিনেমাখন কৰিমেই। মই এনে এজন লিখকৰ এনে এটা কাহিনী ল'ম যিটোক প্ৰতিজন অসমপ্ৰেমীয়ে নিজৰ আপোন বুলি লয়। চিনেমাখনত অসমীয়া জাতীয় জীৱনৰ এনে এক অধ্যায় দাঙি ধৰিম যিটোৰ আবেদন হ'ব স্থায়ী ঃ অসমীয়াৰ যিখিনি শ্ৰেষ্ঠ, গৌৰৱময়, সেইখিনি পুনৰ অসমীয়াক এক নতুন মাত্ৰাকে দি যোৱাৰ মোৰ ইচ্ছা!'

'এডিনবৰা বিশ্ববিদ্যালয়ৰ সংস্কৃত অধ্যয়নে জ্যোতিপ্ৰসাদক আৰু আকৰ্ষণ কৰি ৰাখিব নোৱাৰিলে, তেওঁ জাৰ্মানীলৈ গ'ল জাৰ্মানী পাই তেওঁ হিমাংশু ৰায়ক লগ ধৰিলে, যিগৰাকী ব্যক্তিক প্ৰজ্ঞাসুন্দৰীয়ে কলিকতাত তেওঁক চিনাকি কৰি দিছিল। হিমাংশুৱে পৰম প্ৰীতি আৰু আনন্দৰে জ্যোতিপ্ৰসাদক সাবটি ধৰিলে।'

এনেতে খগেন্দ্ৰনাথ মাষ্টৰে ক'লে, 'এনেবোৰ কথা আমি নাজানোৱেই, ৰ'বা, ফিকা চাহকে এবাটি খাই লোৱা বুলি জুহালত সোমাল।'

চাহ খাই লৈ মাধৱচন্দ্রই ক'লে, 'ঊনৈশ শ সাতাইশ খ্রীষ্টাব্দৰ ফেব্রুৱাৰী মাহত লক্ষ্মীনাথে ফোৰ্ড গাড়ী এখন ক্রয় কৰিলে। ইপিনে সম্বলপুৰত বার্ড কোম্পানীৰ জংঘলৰ ম্যাদ উকলিবৰ হ'ল! ত্রিশ জুলাইৰ দিনা কোম্পানীয়ে লক্ষ্মীনাথক তাঁৰযোগে কলিকতালৈ মাতি পঠিয়ালে। তেওঁ কলিকতা পোৱাত বার্ড কোম্পানীয়ে তেওঁক কোম্পানীৰ হৈ অসমৰ হাবিত কাঠৰ ব্যৱসায় পৰিচালনা কৰাৰ দায়িত্ব দিলে। সেই নির্দেশমতে লক্ষ্মীনাথে নিজ পৰিয়াল সম্বলপুৰত এৰি ঊনত্রিশ অক্টোবৰত কলিকতাৰ পৰা ডাক-জাহাজত যাত্রা কৰি পাছদিনা গুৱাহাটী পালে। গুৱাহাটীৰ পৰা শ্বিলঙলৈ গ'ল। ৰাজধানী শ্বিলঙৰ পৰা অমসিং, ন'নগ্রাম আদি ঠাইৰ হাবি-বননিবোৰত ঘূৰি-মেলি ন নৱেম্বৰত কলিকতালৈ উভতি গৈ কোম্পানীয়ে তেওঁক নেপাল সীমাৰ ওচৰৰ যোগবাণীলৈ যাবলৈ নির্দেশ দিলে। লক্ষ্মীনাথে চৈধ্য ডিচেম্বৰত নেপালৰ যোগবাণীলৈ যাত্রা কৰিলে।'

'যোগবাণী এখন নির্জন ঠাই। এই ঠাইৰ পৰা নেপালৰ সীমাৰ দূৰত্ব প্রায় এক ফার্লংমানহে হ'ব। সেই ঠাইত দোকান মাত্র এখন, সেইখন এজন মাৰোৱাৰী, সম্প্রদায়ৰ মানুহৰ। দোকানীজন আৰু সম্বলপুৰৰ পৰা অহা লক্ষ্মীনাথ আৰু লগুৱাজনৰ বাহিৰে তাত বাহিৰা মানুহ এজনো নাই। লক্ষ্মীনাথে সেই গোলাৰ এটা সৰু কোঠা বন্দোবস্ত কৰি তাতে থাকি কাম চলাবলৈ ধৰিলে। তাৰপৰা মাজে-সময়ে তেওঁ কোম্পানীৰ কামত পাণ্ডু আৰু গুৱাহাটীলৈকে অহা-যোৱা কৰিবলগীয়া হয়।'

'ঊনৈশ শ আঠাইশ খ্রীষ্টাব্দৰ চৈধ্য জানুৱাৰীত বার্ড কোম্পানীৰ বিষয়া মিষ্টাৰ জেনাৰে শ্বিলঙৰ পৰা কলিকতালৈ যাওঁতে গুৱাহাটীত লক্ষ্মীনাথক লগ ধৰি তেওঁক গুৱাহাটীৰ সমীপৱর্তী হাবিত কামৰ ঘাই কার্যালয় পাতিবলৈ নির্দেশ দিয়ে। ভগৱানৰ ওপৰত অটল বিশ্বাস ৰাখি কোম্পানীৰ নির্দেশমতে এবৈশ জানুৱাৰীৰ পৰা তেওঁ হাবিৰ জীৱন আৰম্ভ কৰিলে। 'লাইলাক' নামৰ হাবিৰ বাহৰত তেওঁৰ লগত আছিল উৰিয়া লগুৱা—ভানু। ভানুৰ আচল নাম 'বাল মুকুন্দ', তেওঁ সম্বলপুৰৰ হাবিতো লক্ষ্মীনাথৰ লগতে আছিল। ভানুৰ ঘৰ সম্বলপুৰৰ পৰা বাৰ মাইল আঁতৰত যদিও তেওঁ সম্বলপুৰত সপৰিয়ালে লক্ষ্মীনাথৰ বাংলোৰ সমীপত আছিল।'

'লক্ষ্মীনাথে লাইলাকৰ পৰা খোজ কাঢ়ি ন'নগ্রামৰ হাবিৰ শ্লিপ'ৰ পাছ কৰাব লাগে। তেওঁ হাবিৰ কামত অভ্যস্ত হ'লেও এই ঠাইত তেওঁ ভীষণ কষ্ট ভোগ কৰিলে। এদিন লক্ষ্মীনাথে হাবিৰ কাম চাই থাকোতে কেতিয়ানো চকা পাটত বহিল ক'ব নোৱাৰিলে। হাবিখন আকৌ দিনতেই আন্ধাৰ। ক্রমান্বয়ে আন্ধাৰ হৈ অহাত তেওঁৰ বাট হেৰাল। ভৰিত লতাই মেৰিয়াই ধৰিলে। সিফালে দূৰৈত বনৰীয়া জন্তুৰ চিঞৰ। তেওঁৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল। ভাগৰ লাগি শিল এচটাত বহি লেবেজান হৈ পৰিল।

তেনেতে সেইফাললৈ অহা দুজন গাৰো কৰতীয়াই তেওঁক তেনে অৱস্থাত দেখি তেওঁলোকে বাঁহৰ চুঙাত অনা চাহপানী তেওঁৰ মুখ মেলি বাকি দিলে। লাহে লাহে তেওঁ জ্ঞান ফিৰাই পালে। তেওঁক কৰতীয়া দুজনে তেওঁলোকৰ লগত যাবলৈ অনুৰোধ কৰিলে। পিছে লক্ষ্মীনাথে খোজকাঢ়ি যাব নোৱাৰে বোলাত এজনে তেওঁক বোকোচাত লৈ গৈ তেওঁৰ কেম্পত উপস্থিত হ'লত গৰাকীক দেখি ভানুৰ বুকু চিৰিংকৈ গ'ল! ভানুৱে গিৰিহঁতক তেনে অৱস্থাত দেখি ক'লে—'মেমচাহাবে আপোনাক এনেদৰে দেখাহেঁতেন কান্দিলেহেঁতেন! উহঃ কেনে ভয়ানক!'

'অসমৰ হাবিত কাম কৰি লক্ষ্মীনাথ ভাগৰি পৰিল। স্বাস্থ্যৰ অৱনতি ঘটিল। আনকি সম্বলপুৰৰ হাবিত কাম কৰোতেও তেওঁ ইমান ক্লান্ত হৈ পৰা নাই।'

'উপায়বিহীন হৈ তিনিকুৰি চাৰি বছৰ বয়সত লক্ষ্মীনাথে নিজে স্বাধীনভাৱে কাঠৰ ব্যৱসায় কৰিবলৈ থিৰাং কৰিলে। অৱশ্যে লক্ষ্মীনাথ এইক্ষেত্ৰত অভিজ্ঞ যদিও মূলধনৰ অভাৱ! তথাপি তেওঁ সম্বলপুৰৰ মহকুমাধিপতি মিষ্টাৰ পি চি মজুমদাৰক পত্ৰযোগে বামৰা ৰাজ্যৰ সীমামূৰীয়া জমিদাৰী জংঘলখন তেওঁৰ নিমিত্তে থ'বলৈ অনুৰোধ জনালে।'

'বুজিছা মাধৱচন্দ্ৰ, মনৰ জোৰতে এনে পৰি অহা বয়সত সেই কাৰ্য কৰিবলৈ আগবঢ়াতোও কম কথা নহয় দেও!' খগেন্দ্ৰনাথ মাষ্টৰে ক'লে।

'উনৈশ শ আঠাইশ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীৰ ন তাৰিখে লক্ষ্মীনাথে শ্বিলঙলৈ গৈ বাৰ্ড কোম্পানীৰ হৈ কৰিবলগীয়া যাৱতীয় কামবোৰ কৰি পেলালে। তেৰ ফেব্ৰুৱাৰীত গুৱাহাটীলৈ গৈ শ্লিপাৰ পঠিয়াবৰ নিমিত্তে ৰে'লৰ ডবা বন্দোৱস্ত কৰিলে। চৈধ্য ফেব্ৰুৱাৰীত বাৰ্ড কোম্পানীলৈ পদত্যাগ-পত্ৰ ডাকযোগে প্ৰেৰণ কৰিলে। আঠাইশ ফেব্ৰুৱাৰীত গুৱাহাটীত থকা বিষয়াক কাৰ্যভাৰ অৰ্পণ কৰি পহিলা মাৰ্চত অসম এৰি সম্বলপুৰলৈ যাত্ৰা কৰিলে।

সম্বলপুৰ পাই তেওঁ নাৰায়ণ নাপিতক মতাই আনি চুলি-ডাঢ়ি কটালে। ইফালে অসম এৰি পুনৰ সম্বলপুৰলৈ যোৱা বুলি জানিব পাৰি লক্ষ্মীনাথৰ হৰিভকত কমলাকান্ত ভট্টাচাৰ্য প্ৰমুখ্যে অন্তৰংগ বন্ধুসকলে বৰ বেজাৰ পালে।'

'লক্ষ্মীনাথ গুৱাহাটীত থকা কেইদিনত প্ৰায়ে চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, জ্ঞানদাভিৰাম বৰুৱাই আবেলি দীঘলীপুখুৰীৰ পাৰে পাৰে ফুৰে। মাজে-সময়ে কণকলাল বৰুৱাও তেওঁলোকৰ লগ হৈ 'কামৰূপ অনুসন্ধান সমিতি'ৰ কাৰ্যালয়ত সোমাই আলোচনা-বিলোচনা কৰে। হেমচন্দ্ৰ গোস্বামী সেই সমিতিৰ —সভাপতি। অসম দেশৰ পুৰণি কথা আৰু সাহিত্যৰ ভঁৰাল হেম গোসাঁয়ে কথা-প্ৰসংগত ক'লে—আমাৰ বৈষ্ণৱ সাহিত্যত বৈষ্ণৱ সন্ত-মহন্তসকলৰ পদ্য বা গদ্যত লিখা জীৱনচৰিত পোৱা যায়, কিন্তু চৰিতসমূহত কিম্বদন্তি, অলৌকিকতা আৰু সত্য ঘটনা

মিহলি হৈ আছে। মহাপুৰুষদ্বয়ৰ জীৱনবৃত্ত আধুনিক যুগৰ উপযোগী কৰিবলৈ গৈ বৈষ্ণৱপ্ৰাণ আমাৰ 'বেজে' বহুত কথা চালি-জাৰি সমালোচনাত্মক দৃষ্টিভংগীৰে 'শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ'ৰ জীৱনীখন লিখিলে। তেওঁৰ উদ্দেশ্য বোধকৰো মহাপুৰুষসকলৰ চৰিত্ৰ সৰ্বসাধাৰণৰ আগত, ঘাইকৈ অসমীয়া ৰাইজৰ আগত প্ৰচাৰ কৰা। দুয়োখন গ্ৰন্থই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ এক নৱজাগৰণৰ ঢৌ তুলিছে। পুথিখন পঢ়িলে কথা-গুৰুচৰিত পঢ়া যেন অনুভূতি জাগে। মাজে মাজে অলৌকিক কথাৰ বিৱৰণো আছে। কিয়নো পুথিখন, নব্য পুৰণি ভকত-অভকত সকলোৰে নিমিত্তে লেখা হৈছে।'

'হেমচন্দ্ৰ গোস্বামীৰ কথাখিনি শুনি কনকলাল বৰুৱায়ো ক'লে—তদুপৰি 'ডাঙৰীয়া দীননাথ বেজবৰুৱা আৰু মোৰ জীৱন সোঁৱৰণ' দুয়োখন বৰ মূল্যৱান আৰু সাহিত্য বুৰঞ্জীৰ অনেক সমল পুঞ্জীভূত হৈ আছে।'

বন্ধুসকলে কৰা মন্তব্যত লক্ষ্মীনাথ বেজবৰুৱাই একোৱেই নামাতিলে, কেৱল তেওঁৰ মুখত লাগি আছিল সদায়ে পৰিচিত এমোকোৰা হাঁহি।

# সপ্তম অধ্যায়

মাধৱচন্দ্ৰই গুৱাহাটীত কৰিবলগীয়া সকলোখিনি কাম শেষ কৰি আজি দোক্‌মোকালিতে নাৱত উঠিল। লক্ষ্যস্থান—শিৱসাগৰ। নীল আকাশৰ তলত নীলা পানীৰে নাওখন উজাই গৈছে। পুব আকাশৰ বেলিটো চাই চাই ক্ৰমান্বয়ে তেওঁৰ লক্ষ্মীনাথ দদায়েকৰ কথাবোৰ মনত পৰিবলৈ ধৰিলে।

লক্ষ্মীনাথে তিনিকুৰি চাৰি বছৰ পাৰ হৈ যোৱাৰ পাছতো মনৰ জোৰতে নতুনকৈ নিজা কাঠৰ ব্যৱসায় আৰম্ভ কৰিলে যদিও তেনেতে এটি হৃদয় বিদাৰক বাৰ্তা পালে। 'ত্ৰিনিটি' বন্ধু দুটি হ'ল—দুই মে'ৰ দিনা হেম গোসাঁই আঁতৰি গ'লগৈ কোনো এক অজান দেশলৈ!

সম্বলপুৰত খবৰটো পাই সন্ধিয়া চকুপানীত কাপ তিয়াই তিয়াই তেওঁ পঢ়া মেজখনত থকা বহী এখনৰ বগা পাত এখিলা নীলাৰে ভৰাই পেলালে ঃ

*বন্ধু!*

*তুমি আমাক এৰি গ'লা। সমাজিকৰো অগোচৰ যে ইমান সোনকালে আগবাঢ়িবা। বয়সত তোমাতকৈ মই ডাঙৰ, কিন্তু মোক পিছ পেলাই জগৎ পিতাৰ কোলা পালাগৈ। যাবৰ আগতে বৰ শোক, বৰ দুখ পালা বন্ধু। পুত্ৰশোক। উস্! বিষম ব্যাধিৰ যন্ত্ৰণা! সৰুৰে পৰা ভালেমান দিন একেলগে, একে আশা-ভৰসা, একে উৎসাহ, একে লক্ষ্য লৈ আগবাঢ়িছিলো। তুমি, তোমাৰ বেজ, তোমাৰ আৰু মোৰ মাজিউ এই তিনিটি অভেদ্য আত্মা আমি আঁতৰি পৰিছিলো, আৰু যদিও অনেক কথাত তোমাৰ সৈতে আমাৰ মতৰ অমিল হৈ পৰিছিল, তথাপি সৰুকালৰ সেই মৰমসনা স্মৃতি, শ্ৰদ্ধা-প্ৰীতি আৰু বন্ধুত্বৰ অচ্ছেদ্য বান্ধোন সদায় নিখুঁতভাৱে আছিল। সিদিনাও তোমাক পাই আহিছিলো, পাহৰিব পাৰিমনে?*

*আমি আজি তোমাক হেৰুৱালো। অসম আয়ে তোমাক হেৰুৱালে। অকালত, এই দুখ থ'বৰ ঠাই নাই। বন্ধু! তুমি আমাৰ অন্তৰৰ পৰা আঁতৰিব নোৱাৰা। বন্ধুত্ব, স্নেহ, প্ৰীতি আৰু প্ৰেম—অমৰ।*

তোমাৰ শোকাতুৰ
শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

'সেই বছৰৰে সাত মে'ত লক্ষ্মীনাথে জমিদাৰী জংঘল পট্টা পায়। জংঘলখন হ'ল সম্বলপুৰ জিলাৰ কেশাপালি জমিদাৰৰ ভূমি। সেই জংঘল লীজ'ত ল'বলৈ পাঁচ হাজাৰ ছশ টকা ৰূপ খৰচ হৈছিল। তেওঁৰ প্ৰধান কৰ্মচাৰীজনৰ নাম সাতকড়ি গোস্বামী। অৱশ্যে লক্ষ্মীনাথৰ ব্যৱসায় সকলো সময়তে ভাল চলা নাছিল।'

'ইতিমধ্যে নাওখন কাজলীমুখ পাৰ হৈ মৃদু গতিত আগবাঢ়িছে। তেতিয়াও বেলি মূৰলৈ উঠা নাই। মাধৱ চন্দ্ৰৰ মনত ৰত্নাৱলীৰ শুভপৰিণয় সম্পৰ্কে লক্ষ্মীনাথে সহৃদ চন্দ্ৰকুমাৰলৈ লিখা চিঠিৰ কথা মনত পৰিল্জ।

**সম্বলপুৰ**

**২৭-৭-২৮**

*মাজিউ,*

*তোমাৰ পি চি পালো। সাম্প্ৰদায়িক সংকীৰ্ণতা নামৰ দ্বিতীয় প্ৰবন্ধটি পঠিয়ালো। আশা কৰো আগৰটো ছপা হৈছে। বাঁহী আজিও পোৱা নাই—সোনকালে পাম বুলি আশা কৰিছো। আন প্ৰবন্ধ ফৰ নেক্সট্ ইছ্যুত আমি লিখিবলৈ বহিম।*

*ৰত্নাৰ বিয়া ঠিক হোৱাত আৰু ডিব্ৰুগড়ৰ ৰোহিনীৰে সৈতে তুমি ভাল পোৱাত মোৰ অশেষ সন্তোষ। কি বোলা, সঁচাকৈ তুমি ভাল বুলিছানে? যদি বুলিছা, মোৰ সুখৰ অন্ত নাই। বিয়া জাৰকালিহে হ'ব পাৰিব। অৱশ্যে সম্বলপুৰত। তুমি তেতিয়া ইয়ালৈ এবাৰ আহিব লাগিব। তুমি জানা, তুমি মোৰ কি বস্তু! সৰহ নকওঁ। লৰালৰি, আজিলৈ মেলানি। ভালে আছাহঁকতো?*

তোমাৰ 'বেজ'

'মহানদীৰ নীলা পানীবোৰ অহৰহ বৈ গৈ ব্ৰহ্মপুত্ৰৰ দৰে বংগোপসাগৰৰ নীলাত মিলিছেগৈ। বিশাল ব্ৰহ্মপুত্ৰৰ পাৰৰ ডিব্ৰুগড় চহৰৰ চাহখেতিয়ক তথা শিল্পী ৰোহিণীকুমাৰ বৰুৱালৈ ৰত্নাৱলী আইদেউক দিলে। সেই বছৰৰে বাইশ নৱেম্বৰত বিয়াখন হ'ল। দৰা বিলাতৰ এডিনব'ৰা বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ মহলা পাৰ হৈ অহা ডেকা।'

'বিয়া উপলক্ষে ডিব্ৰুগড়ৰ পৰা সম্বলপুৰলৈ পুত্ৰ তৰুণৰ সৈতে চন্দ্ৰকুমাৰ বাইশ নৱেম্বৰৰ পুৱা আহি পালেহি। কলিকতাৰ পৰাও কইনাৰ নুমলীয়া মোমায়েকগৰাকী আহি পালে। আলহীসকলক বাংলাৰ চৌহদতে তম্বু সাজি ৰখাৰ দিহা কৰা হ'ল। বিয়া খাই উঠি চৌবিশ নৱেম্বৰত প্ৰায়ভাগ আলহীয়ে সম্বলপুৰ এৰিলে।'

'সম্বলপুৰত লক্ষ্মীনাথৰ কাঠৰ ব্যৱসায় প্ৰথম বছৰ ঠন ধৰি উঠিবই পৰা নাছিল। জীয়াৰী ৰত্নালৈ তেওঁ চিঠি লিখিলে সবিশেষ জনাই।'

**সম্বলপুৰ, ১-৯-২৯ ইং**

*ও আমাৰ সাধেৰ গিন্নী*

*এবং নতুন গিন্নী ৰত্না দেৱীমা,*

*তোমাৰ মুক্তাৰ মত হস্তলিপি (২৭-৮-২৯), এইমাত্ৰ পেলুম।*

*তোমাৰ ৰাস্তাৰ কষ্ট হয়নি জেনে সুখী হয়েছি। বেচাৰা জ্ঞান, কত ভাল লোকটা। চন্দ্ৰকুমাৰ আগৰয়ালাও। দুজনকেই চিঠি লিখি। আসামে এই দুজনেৰ মত বন্ধু আৰ আমাদেৰ নেই।*

   

*জংঘল পাবলিক্ অক্চন্ত বিচেল হবেনা। কঞ্জাৰভেটৰ আমাকে চিঠি লিখেছে,*

*টেণ্ডাৰ কল কৰবে। খুব ভাল হয়েছে, কেউ কাৰোৰ দৰ জনতে পাৰবে না, তাৰ ভয়ে ভয়ে বেশি দৰ দিয়ে বসবে। আমাৰ ইচ্ছাও সিদ্ধি হবে। শীঘ্রে টেণ্ডাৰ ইছ্যু কৰবে। অর্জুন তেৰ তাৰিখে জংঘল যাবে। তাকে ডেকে এনেছিলুম, সুৰ সুৰ কৰে ৰাৰ্জী হ'লো। টু একটি কৰলে না। 'আদিকেও' পোষ্কৰ তাৰিখ থেকে আসতে বলেছিল। কাজ খুব জোৰেই চালাবাৰ চেষ্টা কৰব। ভগবান যা কৰেণ।*



*আগৰয়ালাকে সাহিত্য সভাৰ সভাপতি হবাৰ জন্য আমি খুব জোৰ কৰে চিঠি লিখেছিলুম। কিন্তু, ভবি ভুলবাৰ নহয়। বৰ লাজুক। বড় 'চাই'।*

ইতি

লক্ষ্মীনাথ

'এনেতে ব্ৰহ্মপুত্ৰৰ বালিচাপৰি এটাত নৌকাখন আহি ৰ'ল। নাৱৰীয়া দুজন আৰু মাধৱচন্দ্ৰই পাক এটা মাৰিয়ে শুকান কাঠ, বাৰিষা নদীত ভাহি অহা বাঁহৰ মূৰা কেইটামান আনি পাগ জুৰিলে। ভাতকেইটামান খাই খন্তেক জিৰাই লৈ পুনৰ নৌকা গমন। মাধৱচন্দ্ৰৰ কেইমাহমান আগৰ কথা মনত পৰিল।'

'জ্যোতিপ্ৰসাদে বিলাতৰ পৰা জাৰ্মানলৈ গৈ আঠমাহ কাল তাতে থাকি চিনেমাৰ টেক্‌নিকবোৰ শিকি ঊনৈশ শ ত্ৰিশ খ্ৰীষ্টাব্দত প্ৰত্যাবৰ্তন কৰিলে। সেই দিনা হাওৰা ষ্টেচনত জ্যোতিপ্ৰসাদক আগবঢ়াই আনিবলৈ গোট খালেহি—তেওঁৰ মাতৃ কিৰণময়ী, চন্দ্ৰকুমাৰ, প্ৰজ্ঞাসুন্দৰী, ভগ্নী—আইদেউ, ভাতৃ—কমলা আৰু মাধৱচন্দ্ৰ নিজে। ষ্টেচনৰ পৰা ঘৰমুৱা হওঁতে প্ৰজ্ঞাসুন্দৰীয়ে তেওঁলোক থকা ঠাইত সকলোকে এসাঁজ লগে-ভাগে খাবলৈ মাতিলে।'

'ভাত খাই থাকোতে জ্যোতিপ্ৰসাদে লক্ষ্মীনাথক ক'লে—'বৰদেউতা, মই অসমীয়াতে এখন চিনেমা কৰিম!'

'অ' তুমি চিনেমাৰ টেক্‌নিক শিকিবলৈ জাৰ্মানলৈ গৈছিলা নহয়, চিনেমাৰ টেক্‌নিক আয়ত্ত কৰিব পাৰিলানে?'

'হয় বৰদেউতা, মই অতি কাষৰ পৰা চিনেমাৰ টেক্‌নিকবোৰ আয়ত্ত কৰাৰ চেষ্টা কৰিছিলো।'

'তাৰপাছত প্ৰজ্ঞাসুন্দৰীৰ ফালে চাই ক'লে, 'জেঠাইদেউ, আপুনি হিমাংশু ৰায়ৰ লগত চিনাকি কৰি নিদিয়া হ'লে মই জাৰ্মানীলৈ গৈ একোকে কৰিব নোৱাৰিলেহেঁতেন। আঠমাহ কাল তেওঁৰ লগত থাকি চিনেমাৰ টেক্‌নিকবোৰ লক্ষ্য কৰিছিলো।'

'দেৱীকাক লগ পাইছিলানে? তেওঁ মোৰ কি হয় জানানে?'

'জানো জেঠাইদেউ। দেৱীকাই মোক যথেষ্ট সহায় কৰিছিল। আপোনালোকৰ কথা প্ৰায়ে তেওঁ উলিয়াইছিল।'

'অ' তেওঁ আমাৰ পেহীদেউৰ ছোৱালী—ভনী। দেউতাক হ'ল ভাৰতৰ প্ৰথমগৰাকী ছাৰ্জন-জেনেৰেল কৰ্ণেল এম এন চৌধুৰী। দেৱীকাৰ সংগীত আদিত ৰাপ দেখি ৰবি

কাকাই তাইৰ বিকাশৰ নিমিত্তে যত্ন ল'বলৈ কয়। পিচত চৰকাৰী বৃত্তি লৈ দেৱীকাই লণ্ডনৰ ৰয়েল একাডেমী অৱ মিউজিক প্ৰতিষ্ঠানত সংগীত আৰু অভিনয়ৰ বিষয়ে শিক্ষা ল'লে। দেৱীকাই স্থাপত্য শিল্পৰ বিষয়ে অধ্যয়ন কৰে আৰু টেক্সটাইল ডিজাইনিঙতো পাঠ গ্ৰহণ কৰিছিল।'

'প্ৰজ্ঞাসুন্দৰীৰ কথাখিনি শুনি জ্যোতিপ্ৰসাদে ক'লে—দেৱীকাৰ ডিজাইনিঙত ভাল জ্ঞান থকাৰ কাৰণে হিমাংশু ৰায়ে তেওঁক নিজ চিনেমা 'লাইট অৱ এছিয়া', ছিৰাজ, আৰু 'থ্ৰু অৱ এ ডাইচ'ত দেৱীকাৰ কল্পনাপ্ৰসূত ডিজাইনিঙৰ সূক্ষ্ম কলাপ্ৰতিভা প্ৰকাশ কৰাৰ সুযোগ দিয়ে। জাৰ্মানীত দেৱীকাই প্ৰখ্যাত জাৰ্মান ফিল্ম নিৰ্দেশক এছ ডব্লিউ পাষ্টৰ তত্ত্বাৱধানত অভিনয় কলা তথা শৈলীৰ বিষয়ে শিকে। পাষ্টে দেৱীকাক সংলাপৰ লগত খাপ খুৱাকৈ আৰু নাটকীয় পৰিস্থিতিত ৰজিতা খোৱাকৈ কেনেদৰে কথাৰ সুৰ অদল-বদল কৰিব লাগে সেই বিষয়ে বিস্তৃতভাৱে দিহা-পৰামৰ্শ আগবঢ়ায়। সেই সময়ত ময়ো উপস্থিত থকা বাবে কথাবোৰ কিছু শিকিলো আৰু দেৱীকাৰ উপৰি হিমাংশু ৰায়ে মোক হাতে-কামে শিকাই দিছিল।'

'ইমানপৰে কথাখিনি শুনি থকা চন্দ্ৰকুমাৰে ক'লে—অসমততো ফিল্ম ষ্টুডিঅ' নাই, তই কেনেকৈ অসমত চিনেমা কৰিবি?'

'অস্থায়ী ষ্টুডিঅ' এটা মই নিজেই গঢ়ি ল'ম। কেমেৰামেনজন বাহিৰৰ পৰা আনিম। তেনেদৰেই অসমত ফিল্ম-শিল্প মই গঢ়ি তুলিব খোজো, মাজু দেউতা।'

'জ্যোতিপ্ৰসাদ, তুমি বাৰু চিনেমাৰ প্লটটো ক'ৰপৰা ল'বা? অসমীয়া নে বিদেশী? প্ৰজ্ঞাসুন্দৰীয়ে সুধিলে।'

'অসমীয়া। হাড়ে-হিমজুৱে অসমীয়া। অসমৰে মাটি, পানী, বায়ুৱে জন্ম দিয়া এই কাহিনী।'

'তাৰপাছতে জ্যোতিপ্ৰসাদে লক্ষ্মীনাথৰ ফালে চাই সুধিলে—বৰদেউতা, আপোনাৰ অনুমতি পামনে?'

'অনুমতি মানে—লক্ষ্মীনাথ আচৰিত হ'ল!'

'মানে কাহিনীটো হ'ল আপোনাৰ 'জয়মতী কুঁৱৰী' নাটকখন। জয়মতী কুঁৱৰীক মই অসমীয়া চিনেমাৰ প্ৰথম নায়িকা কৰিব খোজো। বৰদেউতা আপোনাৰ অনুমতি পামনে?'

'অনুমতি দিয়েই দিলো, তাকো বিনামূল্যে!'

উপস্থিত সকলোৰে হৰ্ষোল্লাস, যেন সেই ক্ষণটো আছিল জয়মতী ফিল্মৰ জন্ম ক্ষণ!'

'কিন্তু, জ্যোতিপ্ৰসাদে তেজপুৰলৈ প্ৰত্যাৱৰ্তন কৰি সিদ্ধান্ত ল'লে, সদ্যহতে মহাত্মাৰ নিৰ্দেশত আৰম্ভ হোৱা অসহযোগ আন্দোলনত তেওঁ জঁপিয়াই পৰিব!'

এনেদৰে এটাৰ পিচত এটাকৈ কথাবোৰ মাধৱচন্দ্ৰৰ মনত পৰিব ধৰিলে।

# অষ্টম অধ্যায়

নাৱতে দুই ৰাতি অতিবাহিত কৰি মাধৱচন্দ্ৰ আহি শিৱসাগৰ পালেহি। সেই সময়তে যতীন্দ্ৰনাথ দুৱৰা কলিকতাৰ পৰা শিৱসাগৰৰ ঘৰলৈ অহিছিল। বৰপুখুৰীৰ পাৰত যতীন্দ্ৰনাথে মাধৱক লগ পাই দুয়ো বৰপুখুৰীৰ পাৰেৰে আগুৱাই আহি ৰংঘৰৰ বাকৰি পালেহি। আহি থাকোতে মাধৱচন্দ্ৰই যতীন্দ্ৰনাথক ক'লে, 'বাৰু, কলিকতাত গঠিত হোৱা বেজবৰুৱা সমিতিৰ বিষয়ে অলপ কওকচোন।'

'আচল কথাটো কি জানে—উনৈশ শ ত্ৰিশ খ্ৰীষ্টাব্দৰ প্ৰথম অৰ্ধেকত কলিকতাত থকা ডেকাকেই জনমানে বিলাতৰ শ্বেক্সপিয়েৰিয়ান ছোচাইটিৰ লেখীয়াকৈ আমাৰ বেজবৰুৱাৰো বিস্তৃত সাহিত্যকৃতি অধ্যয়ন কৰিবলৈ উদ্দেশ্য আগত ৰাখি এখন 'বেজবৰুৱা সমিতি' গঠন কৰে। বিৰিঞ্চি কুমাৰ বৰুৱা, ৰোহিনী কুমাৰ বৰুৱা, লক্ষেশ্বৰ শৰ্মা সমিতিখনৰ প্ৰাণস্বৰূপ। অম্বিকানাথ বৰা আৰু জ্ঞাননাথ বৰায়ো প্ৰায়ে দিহা-পৰামৰ্শ দিছিল। আনকি অধ্যাপক বাণীকান্ত কাকতিকো বেজবৰুৱা সম্বন্ধে প্ৰবন্ধ লিখাত লগালে। অৱশ্যে আমিও ছেগাচোৰোকাকৈ আছিলো।'

মাধৱচন্দ্ৰই হাঁহি এটি মাৰি ক'লে. 'হ'ব বাৰু কথাটো জানোতাই ভালেকৈয়ে জানে।'

মাধৱচন্দ্ৰৰ কথাত একো উত্তৰ নিদি যতীন্দ্ৰই ক'লে—'বেজবৰুৱা সমিতি'ৰ উদ্দেশ্য লক্ষ্মীনাথ বেজবৰুৱাক অনাবলৈ আমি বন্ধু লক্ষেশ্বৰ শৰ্মাৰ সহিত আঠ মে'ত সম্বলপুৰ পালোগৈ।'

'হয়, হয় দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাই সেই বিষয়ে মোলৈ লিখিছিল' মাধৱচন্দ্ৰই ক'লে।

অ' তেওঁ সেই বিষয়ে লিখিছিল নেকি? কি লিখিলে বাৰু?'

মাধৱ চন্দ্ৰই কৈ গ'ল, 'ৰাতিপুৱা ঝাড়চোগড়াত (ঝাড়চিগুড়া) গাড়ী বদলি কৰি সাত বজাত সম্বলপুৰ ষ্টেচন পালোগৈ আৰু ৰে'লৰ দুৱাৰমুখেদি চাই দেখো স্বয়ং বেজবৰুৱা ডাঙৰীয়া ষ্টেচনত হাজিৰ! তেওঁৰ লগত ঘৰলৈ গৈ দেখিলো— মহানদীৰ পাৰত এটা খেৰৰ ডাঙৰ বঙলা। সন্মুখত এখন ফুলৰ বাগিচা। মিছেছ বেজবৰুৱাৰ স্নেহত মই একেবাৰে বশ হৈ পৰিলো। এই বশীকৰণ আৰু সুদৃঢ় হৈ উঠিল তেখেতৰ প্ৰখ্যাত ৰন্ধনৰ গুণত। সেইকেইদিন যেন অমৃতহে ভুঞ্জা হ'ল। বেজবৰুৱা ডাঙৰীয়াৰ লগত নানা বিষয়ে অফুৰন্ত আলোচনা হ'ল। মুঠতে, অতিথি সেৱা পৰায়ণ মাৰ্জিত ৰুচিৰ এই শিক্ষিত পৰিয়ালৰ লগত সেইকেইদিন পৰম সুখত কটালো। মিছেছ বেজবৰুৱাৰ

ৰন্ধন আৰু স্নেহ, বেজবৰুৱা ডাঙৰীয়াৰ আপুৰুগীয়া সংগ আৰু আইদেউসকলৰ সাহচৰ্য এৰি আহিবৰ মোৰ অকণো মন নাছিল। গুৱাহাটী আৰু কলিকতাত মোৰ জৰুৰী কামৰ সংখ্যা বাঢ়িবলৈ ধৰাৰ বাবে সম্বলপুৰৰ পৰা কলিকতা বুলি যাত্ৰা কৰিলো। বেজবৰুৱা ডাঙৰীয়া ষ্টেচনলৈও মোৰ লগত আহিছিল। ৰে'ল এৰাৰ আগতে তেখেতে হাতখন আগবঢ়াই দিলে আৰু সেই নিবিড় স্পৰ্শৰ লগে লগে শ্যামল মাতৃভূমিৰ কথা মনত পৰিয়েই বোধকৰো তেখেতৰ দুই চকুৰেদি দুটোপা চকুলো সৰি পৰিল।'

কথাখিনি শুনি যতীন্দ্ৰনাথ দুৱৰাই ক'লে, 'বেজবৰুৱা ডাঙৰীয়াই মই জড়িত থকা কথাটো বোধহয় গম পাই কৈছিল, কলিকতীয়া ডেকা ল'ৰাখনৰ অপকৰ্ম-কুকৰ্মৰ বিষয়েও অলপ অৱগত হ'লো। তুমি যিহকে কোৱা, মোৰ মনে ধৰিছে, তুমি পাতৰ আঁৰত লুকাই থকা ধান-পুৰীয়া কঁঠাল! তোমাক কঁঠাল নুবুলি টোকা-পৰুৱাহে বুলিবৰ মন গৈছে; কিন্তু অনাহকতে ভদ্ৰলোকক টান মাত দি বেজাৰ দিয়া উচিত নহয় বুলিহে পিছুৰিবৰ নুবুলিলো। তোমাৰ সমিতিৰ সেৱামেৎসকলক ক'বা যে, যাক লৈ তেওঁলোকে আজোৰ-পিজোৰ কৰিবলৈ গৈছে, তেওঁ হাবিৰ পৰা নোলায়, হাবিতে টেপা খাই পৰি থাকিবৰহে মনোগত কৰিছে। তেওঁ অসমীয়াৰ সংগ এৰি এইখিনি পাইছিলহি আৰু পিচত মানুহ মাত্ৰকে লগ এৰি চতুষ্পদ জন্তুৰ লগ হ'ব। এনে এটাক তাৰ আগডোখৰ কালৰ কৰ্ম বা অকৰ্মবোৰৰ কথা লৈ মেল পাতি থকাসৰকা কৰিবলৈ গ'লে তেওঁলোকৰ কোনো পুণ্য যে নহয়েই, পৌৰষো প্ৰকাশ পাবৰ সম্ভাৱনা নাই।'

'সেই বছৰৰ ছেপ্টেম্বৰ মাহত অসমলৈ বুলি যাত্ৰা কৰি বেজবৰুৱা ডাঙৰীয়াই পৰিবাৰ আৰু নুমলীয়া কন্যাক লৈ ওলাইছিল নহয়, আপুনিও সেই দলটোত আছিল দেখোন, অৱশ্যে গুৱাহাটীৰ পৰা, কওকচোন অলপ সেই বিষয়ে। যতীন্দ্ৰনাথ দুৱৰাই অনুৰোধ কৰিলে।'

মাধৱচন্দ্ৰই কৈ গ'ল, 'ঝৰচোগোৰা জংচন সম্বলপুৰৰ পৰা একত্ৰিশ মাইল দূৰৈত। গধূলি সম্বলপুৰত ৰে'লত উঠি দুঘণ্টামানৰ মূৰতে গৈ ঝৰচোগৰা পাব লাগিছিল যদিও ৰে'লখন পলম হোৱাত কলিকতালৈ যোৱা বম্বে-নাগপুৰ মেইলখন গুচি গ'ল! ৰে'লখন হেৰুৱাই পৰিয়ালটো না-জল, না-স্থল হৈ পৰিছিল যদিও ষ্টেচনৰ প্লেটফৰ্মতে লেলাই-ধেন্দাই থাকি পিছ ৰাতি দুই-তিনি বজামানত এখন পেছেঞ্জাৰ গাড়ী ঝৰচোগোড়াৰ পৰা কলিকতালৈ গৈ থাকোতে, তেওঁলোকে তাতেই উঠি লৈ পাছদিনা ৰাতিহে গৈ কলিকতা পালেহি।'

'একৈশ ছেপ্টেম্বৰত কলিকতাৰ শিয়ালদহ ষ্টেচন এৰি বাইশ তাৰিখে গুৱাহাটী পালেহি। আমিনগাঁও ৰে'ল ষ্টেচনৰ পৰা ব্ৰহ্মপুত্ৰ পাৰ হোৱা জাহাজখন পাণ্ডুঘাটৰ ওচৰ চাপিলত দুখন হাঁহিভৰা মুখ দেখি তেওঁলোক তিনিওৰে মুখত হাঁহি বিৰিঙি উঠিল। সেই হাস্যবদন দুগৰাকী মাজিউ আৰু জ্ঞান। তেওঁলোক প্ৰিন্সিপাল জে বৰুৱাৰ

ঘৰত উঠিল। দুয়োজনৰে আদৰ-সাদৰত লক্ষ্মীনাথৰ জয় পৰা জীৱনটো জীপ দি ঠন ধৰি উঠিল।'

'সম্বলপুৰতে লক্ষ্মীনাথৰ দেহাত মেলেৰিয়া জ্বৰে বাহ লৈছিল। কিন্তু, তেওঁ গুৱাহাটীত পদাৰ্পণ কৰাৰ পাছত আনন্দৰ হেঁচাতে মেলেৰিয়া টেপা খাই পলৰীয়া হ'ল। সেইদিনাই সন্ধিয়া কটন মহাবিদ্যালয়ৰ ছাত্ৰসকলে চুড়মাৰ্চন হলত পতা সভাত তেওঁক মানপত্ৰ প্ৰদান কৰিলে। অস্থায়ী অধ্যক্ষ আৰ্থাৰ ব্ৰাউনে সেই সভাত সভাপতিত্ব কৰিছিল। এ এছ এল ক্লাবৰ অভিনন্দনৰ উত্তৰত লক্ষ্মীনাথে সগৌৰৱে কৈছিল, 'মই বিদেশত থাকিলেও মোৰ অন্তৰাত্মা গোটেই অসমতে বিয়পি আছে।' এই আষাৰ বাণী অসমীয়া সাহিত্যৰ সৰ্বাধিনায়কৰ প্ৰাণৰ মৰ্মবাণী। সেইসভাখনৰ বিষয়ে তেওঁ লিখিলে—একো একোটা ডেকা ল'ৰাৰ গঢ়িত প্ৰফুল্ল মুখ দেখি সঁচাকৈয়ে মই উৎফুল্লিত হৈ মোৰ বৃদ্ধত্ব, জড়ত্ব পৰিহাৰ কৰি তেওঁলোকৰ লগত ডেকা হৈ পৰিছিলো। তেওঁলোকৰ একোজনে সুৱলাকৈ ইংৰাজী আৰু অসমীয়া বক্তৃতা দিছিল। গোটাচেৰেকে অংগী-ভংগীৰে হাস্যৰসপূৰ্ণ বিয়া-গীত গাই আমাক নথৈ আনন্দ দিছিল ; আৰু লগে লগে নুমাওঁ নুমাওঁ হোৱা মোৰো সৰুকালৰ আনন্দৰসৰ বন্তিগছত তেল দি তাত শলাকানি বঢ়াই দিছিল। নিশ্চয় গুৱাহাটীত কলেজ আৰু শিক্ষাৰ কেন্দ্ৰ হোৱাৰ নিমিত্তে যে, এনে সুফল ফলিছে তাক নক'লেও হয়। মোৰ মনত বৰ ৰং লাগিছে যে তাহানি গুৱাহাটীত কলেজ হোৱা উচিত নে কলিকতাৰ চৰকাৰী বৃত্তিৰ সংখ্যা বঢ়াই দি বেছিসংখ্যক অসমীয়া ছাত্ৰক পঢ়িবলৈ দিয়া উচিত? এই লেখকে গুৱাহাটীত কলেজ হোৱাৰ সপক্ষে যথাসাধ্যে চেষ্টা কৰিছিল।'

মাধৱচন্দ্ৰই কৈ গ'ল, 'আমি তেইশ ছেপ্টেম্বৰত গুৱাহাটী এৰি ডিবৰুমুৱা হৈ পাছদিনা পুৱা ন-মান বজাত পালোহি। ষ্টেচনত অনেক চিনা-জনা মানুহৰ মাজত মাজু জীয়াৰী ৰত্নাৱলী, জোঁৱায়েক আৰু নুমলীয়া ভায়েকক দেখি দদাইদেৱে মনত অপাৰ আনন্দ লভিলে।'

'দেউতাক-মাক আহিব বুলি বতৰা পাই ৰত্নাৱলীয়ে লফাশাক আৰু মাগুৰ মাছ গোটাই থৈছিল। দেউতাকৰ ধপাতৰ নিচা থকা বাবে শহুৰেকৰ পুৰণি ঘূৰ-ঘূৰীটো চাফ্-চুফ কৰি নতুন নলীচা এডাল লগালে। কীৰ্তন, দশম, নামঘোষা যতনাই থ'লে। ভোৰতাল, ঠগি, কঁঠ অনাই থ'লে।'

*'প্ৰতি সন্ধিয়া লক্ষ্মীনাথে কীৰ্তনৰ প্ৰহ্লাদ চৰিত্ৰৰ দুই আধ্যা পাঠ কৰিলে। প্ৰথমে বৰকাঁহ বজাই গুৰুৰ নাম স্মৰণ কৰি ল'লে। নামঘৰত লক্ষ্মীনাথক কেন্দ্ৰ কৰি ঘৰৰ সকলো বহিল। লক্ষ্মীনাথে আওৰালে ঃ বোলন্ত প্ৰহ্লাদ উঠ উঠ। তোৰ ভক্তি ভৈলো মহাতুষ্ট। লৈয়ো বৰ তোৰ যেন মন। বৃথা নোহে মোক দৰিশন। মোৰ দেখিলেক যিটোজন। নাহি তাৰ পুনৰাগমন ...।'*

'তেখেতে তাৰ ব্যাখ্যাও দাঙি ধৰিলে, 'বিষ্ণুৰ লগত প্ৰহ্লাদৰ সম্পৰ্কই হ'ল

বৈষ্ণৱ আদর্শৰ মূল তত্ত্ব। প্ৰহ্লাদ অলৰ-অচৰ। তোমাৰ ভৃত আমি। তোমাৰ পৰা একো পাবলৈ মই কামনা নকৰো। মই নিৰ্লিপ্ত। হৰিৰ সেৱাত মোৰ একো নাই তুমি বিষ্ণুৰেও মোৰ পৰা একো কামনা নকৰা। তুমি মোৰ নিষ্কাম স্বামী। ভক্তই যেতিয়া ভগৱানৰ পৰা পাৰ্থিৱ একো পাবলৈ নিবিচাৰে আৰু ভগৱানেও যেতিয়া ভক্তৰ কাষত হৈ থাকে নিষ্কাম, তেতিয়া ভগৱৎ ভক্তি সম্পূৰ্ণ হয়। আমাৰ বৈষ্ণৱ ভক্তিৰ এয়ে হ'ল চূড়ান্ত আবেদন।'

প্ৰথম নিশাৰ পৰাই ডিবুৰুগড়ত বৰষুণৰ ওৰা পাতিলে। ইফালে দুদিন পাচতে গুৱাহাটীত টেপা খাই থকা আৰু এৰি থৈ অহা জ্বৰে পুনৰ লক্ষ্মীনাথৰ গাত উক দিলে। ডিবুৰুগড়ত তেতিয়া দুৰ্গাপূজাৰ বতৰ। ডিবুৰুগড়ীয়া ৰাইজৰ উছাহ-আনন্দৰ কল্লোলৰ মাজত নাটক, গান-বাজনা আদিৰে পূজা মহাসমাৰোহেৰে সম্পাদিত হৈ গ'ল। নৰিয়া গাৰেই লক্ষ্মীনাথে আনন্দৰ ভাগ ল'বলৈ যাওঁতে শৰীৰত নৰিয়াৰ বাজে গজালি মেলি তেওঁক বিকল কৰি পেলালে। তেওঁৰ বন্ধুবৰ ডাক্তৰ প্ৰভাতচন্দ্ৰ দাসে নিতৌ আহি অতি যতন কৰি চিকিৎসা কৰাৰ নিমিত্তে লাহে লাহে তেওঁৰ গাটো টঙাই আহিব ধৰিলে।'

'ডিবুৰুগড়ত ৰামমোহন ৰায়ৰ স্মৃতিচাৰণ সভাত লক্ষ্মীনাথে সভাপতিৰ আসন অলংকৃত কৰিলে। তাতে যোগদা দেৱীৰ অনৰ্গল বক্তৃতা শুনি তেওঁ আচৰিত হৈ পৰিল!'

'আমি ডিবুৰু পোৱাৰ দিনা শোৱাপাটীত কেঁকাই থাকোতে বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী গৌৰিপ্ৰভা চলিহাই লগত একুৰিমান ছাত্ৰী আৰু সহযোগী শিক্ষয়িত্ৰী জনচেৰেকক লৈ ঘৰ ওলালহি। দুই অক্টোবৰত লক্ষ্মীনাথক সন্মান যাচি, তেওঁৰ সোণবৰষা মুখৰ পৰা দুষাৰমান কথা শুনিবলৈ তেওঁলোকে ইচ্ছা প্ৰকাশ কৰিলে।'

'ডিবুৰুগড়ৰ ৰংগশালাত সোমাই লক্ষ্মীনাথে মন কৰিলে যে—চিত্ৰপটবোৰ অসমীয়া চিত্ৰবিদ ডেকাসকলে আঁকা আৰু সেইবোৰ কলিকতাৰ নিপুণ চিত্ৰবিদৰ চিত্ৰতকৈ কোনোগুণে হীন নহয়। পেইণ্টিং আৰু ফটোগ্ৰাফীত মুক্তানাথ বৰদলৈৰ কৃতিত্বৰ তেওঁ শলাগ ল'লে। প্ৰজ্ঞাসুন্দৰীয়েও ছবিবোৰ শলাগিলে। মুক্তানাথৰ ষ্টুডিঅ'লৈও দুয়ো গ'ল। বৰদলৈয়ে আঁকা চিত্ৰবোৰ দেখি তেওঁ বৰ সন্তোষ পালে। লক্ষ্মীনাথৰ মতে—সাজসজ্জা, চিত্ৰপট, ভাবপূৰ্ণ অভিনয়, সু-স্বৰ সংগীত আৰু মনোজ্ঞ নৃত্যও তেওঁলোকৰ বৈশিষ্ট্য লক্ষণীয় যদিও মৌলিক অসমীয়া নাটৰ অভিনয় সৰহ নহয়। ভাল বিদেশী নাটকৰ উৎকৃষ্ট ভাঙনীৰে অসমীয়া সাহিত্যৰ সৌন্দৰ্য বঢ়োৱাটো অতি শোভন কথা—যদি সেই ভাবসম্পদক বাৰে বঙলুৱা অসমীয়া নকৰি আচল অসমীয়া কৰি দিয়া হয়। অসমীয়া হৈ গ'লে তাৰ দ্বাৰাই অসমৰ আপদ নাবাঢ়ি সম্পদহে বাঢ়িব।'

কথাখিনি বৰ্ণনা কৰি মাধৱচন্দ্ৰই যতীন্দ্ৰনাথক উদ্দেশ্য কৰি ক'লে, 'বিশেষ কামৰ

নিমিত্তে ডিব্ৰুগড়ত কেইদিনমান থাকিবলগীয়াত পৰিলো, কিন্তু আপুনি সেইবাৰ পূজাৰ বন্ধত কলিকতাৰ পৰা আহি তেওঁলোকৰ লগতে শিৱসাগৰলৈ গৈছিল নহয়, তেন্তে এইবাৰ আপুনিয়ে মেলানি মেলক।'

ইতিমধ্যে দুয়োজন আহি আহি ৰংঘৰৰ বাকৰিৰ পৰা ৰংঘৰৰ খট্‌খটিৰে বগাই ওপৰ মহলাত উঠিলেহি। ওপৰ মহলাৰ মুক্ত খিৰিকীৰে চাই চাই যতীন্দ্ৰনাথ তন্ময়ত যেন বিভোৰ হৈ পৰিছিল। মাধৱচন্দ্ৰৰ অনুৰোধত তেওঁ মুখ মেলিলে।

'অক্টোবৰৰ পোন্ধৰ তাৰিখে জোঁৱায়েকৰ গাড়ীত বেজবৰুৱা ডাঙৰীয়া, ডাঙৰীয়াণী, জোঁৱায়েক ৰোহিণীকুমাৰ বৰুৱা, জীয়াৰী ৰত্নাৱলী, দীপিকা আৰু মই শিৱসাগৰলৈ যাত্ৰা কৰিলো। শিৱসাগৰ পোৱাৰ পূৰ্বে লক্ষ্মীনাথৰ মনত ভাবৰ ঢৌ উঠিল—'হে মোৰ শিৱসাগৰ! কত কাল মই তোমাক দেখা নাই। ...নিৰ্মল চপ্‌চপীয়া পানীৰে মহিমামণ্ডিত বিশাল বৰপুখুৰীটো তুমি নিশ্চয় বুকুত লৈ শান্তি লভিছা? সোণৰ কলচীৰে জলমলীয়া শিৱদ'লটো আৰু তাৰ দুকাষৰ বিষ্ণু দ'ল আৰু দেৱী দ'ল দুটাই আজিও তোমাৰ মূৰত তিৰ্‌বিৰাই নিশ্চয় আছে! তোমাৰ কোলাত বহল বৰদ'লৰ পথাৰখনৰ ওপৰত থকা নানান বনৰীয়া পকা ধানৰ ওপৰত আজিও বতাহে ঢৌৱাই যায় নে? নিশ্চয় দিখৌৱে আগৰ দৰেই বৈ থাকি শিৱসাগৰীয়াৰ আয়ুশ্ৰী বৃদ্ধি কৰিব লাগিছে। আহাঃ সেই দিখৌ!'

'গাড়ীখন শিৱসাগৰ পাই ডাকবঙলাত সোমালহি। তাতে কিছুপৰ জিৰণি লৈ বিয়লিপৰত লক্ষ্মীনাথে তেওঁৰ পুৰণি ঘৰখন আৰু জনদিয়েক চিনা-জনা মানুহৰ ঘৰলৈ গ'ল। পাছদিনা পৰিয়ালৰ সকলোৱে ৰংঘৰ, তলাতল ঘৰ, জয়সাগৰ, জয়দ'ল আদি ৰজাদিনীয়া কীৰ্তিবোৰ চাবলৈ ওলাল। তেওঁৰ শুভাগমনৰ বাতৰি পাই বহু মানুহে তেওঁক ডাকবঙলালৈ আহি দেখা কৰিলে। ষোল্ল অক্টোবৰত শিৱসাগৰ বিদ্যাপীঠৰ এখন সভাত লক্ষ্মীনাথক অভিনন্দন পত্ৰৰে মান ধৰা হ'ল। সেই সভাত সভাপতিত্ব কৰে ব্যেৰিষ্টাৰ তাৰাপ্ৰসাদ চলিহাই।'

'সেই সন্ধিয়া ৰাজহুৱা সম্বৰ্ধনা সভাখন পৰিচালনা কৰাৰ ভাৰ পৰে এই অপদাৰ্থৰ গাত। অভিনন্দনৰ উত্তৰত তেখেতে এটি হৃদয়গ্ৰাহী বক্তৃতা দিয়ে। 'স্বপ্ন দিয়ে তৈৰী, স্মৃতি দিয়ে ঘেৰা' তেওঁৰ অতি মৰমৰ, অতি হেঁপাহৰ সেই পুৰণি শিৱসাগৰখন দেখিবলৈ নাপাই তেওঁৰ মৰ্মবেদনা স্বভাবসুলভ ভাষাৰে প্ৰকাশ কৰে। তেওঁ কয়—ৰংঘৰ, কাৰেংঘৰৰ দৰে তেওঁ নিজেও এতিয়া এটা ভগ্নাৱশেষ মাথোন। এই সভাত লক্ষ্মীনাথ বেজবৰুৱাৰ দুয়োগৰাকী জীয়াৰী ৰত্নাৱলী আৰু দীপিকাই সমজুৱাক গীত পৰিবেশন কৰি আপ্যায়িত কৰে।'

'পাছদিনা পুৱা লক্ষ্মীনাথক সম্বৰ্ধনা জনাবৰ নিমিত্তে শংকৰদেৱ সমাজৰ এক বিশেষ অধিৱেশন বহে। বয়োজ্ঞানবৃদ্ধ তাৰাপ্ৰসাদ চলিহাই সমাজৰ হৈ অভিনন্দন

পত্ৰখন পাঠ কৰি এখন শৰাইত তুলি লক্ষ্মীনাথক অৰ্পণ কৰিলে। বিশেষ অনুৰোধত ৰত্নাৱলী বৰুৱাই 'মধুদানৰ' নামৰ গীত গাই সভাসদক সন্তোষ দিলে।'

সেইদিনা দুপৰীয়া খাই-বৈ উঠি আমি যোৰহাটলৈ আহি ডাক-বঙলাত জিৰণি ল'লো। পাছদিনা চন্দ্ৰকান্ত সন্দিকৈ ভৱনত এখন ৰাজহুৱা সভাত লক্ষ্মীনাথে ভাষণ দিয়ে। উনৈশ অক্টোবৰত বেজবৰুৱাৰ সন্মানাৰ্থে চন্দ্ৰকান্ত সন্দিকৈ হলত এখন চাহমেলৰ আয়োজন কৰা হ'ল। সেই চাহমেলত শৰৎচন্দ্ৰ গোস্বামী, দুৰ্গাধৰ বৰকটকী, ঈশ্বৰচন্দ্ৰ বৰুৱা, গিৰীশচন্দ্ৰ বৰদলৈ, ফইজুদ্দিন আহমেদ, খাঁ বাহাদুৰ কেৰামত আলী, চিভিল চাৰ্জন ডাঃ বাট্ৰা, হেৰম্বপ্ৰসাদ বৰুৱা, দেবেশ্বৰ চলিহা, যদুনাথ বৰুৱা, হৰিনাৰায়ণ দত্তবৰুৱা, লক্ষেশ্বৰ শৰ্মাবৰুৱা, জিতেন্দ্ৰনাথ দাস, দেৱেশ্বৰ শৰ্মা, লক্ষ্মীকান্ত সন্দিকৈ, গুণগোবিন্দ দত্ত, নকুলচন্দ্ৰ ভূঞা আদি অনেক গণ্যমান্য লোক সমবেত হ'ল। এইখন সভাতো দুয়োগৰাকী কন্যাই শুৱলা গীত পৰিবেশন কৰিলে। বিশ অক্টোবৰত লক্ষ্মীনাথক হাইস্কুলত সম্বৰ্ধনা জনোৱাৰ পাছত বিয়লিবেলা আমি গোলাঘাটলৈ আহিলো।'

'পাছদিনাখন তেওঁ এখন সম্বৰ্ধনা সভাত ভাষণ দিলে। গোলাঘাটৰ পৌৰসভাৰ পাৰ্কখনত লক্ষ্মীনাথ বেজবৰুৱাৰ সন্মানাৰ্থে এখন চাহমেলৰ আয়োজন কৰা হৈছিল। চাহমেলৰ পিচত আমি আবেলিপৰত পুনৰ যোৰহাটলৈ যাত্ৰা কৰিলো।'

'এৰৈশ অক্টোবৰত যোৰহাটত মিত্ৰদেৱ মহন্ত বিৰচিত 'বৈদেহী বিয়োগ' নাটকখনৰ অভিনয় কৰা হয়। সেই অভিনয়ৰ সমাপ্তিত 'কৃপা বৰবৰুৱাৰ ওভতনি'ৰ কেইটামান দৃশ্য দেখুৱা হৈছিল। কিন্তু, কথিকাটিৰ এজন ভাৱৰীয়াৰ বচন লক্ষ্মীনাথ বেজবৰুৱাৰ উপস্থিত বিৰূপাত্মক যেন লাগিল। জিতেন্দ্ৰকুমাৰ দাস ওৰফে হাৰাবাবু প্ৰমুখ্যে গোটাচেৰেক বিশিষ্ট ব্যক্তিয়ে বন্ধ কৰক, বন্ধ কৰক বুলি তৰ্জন-গৰ্জন লগাই দিলে। সভাগৃহত বু-বু, বা-বা চলিল। আচলতে বিখ্যাত কৃপাবৰ বৰুৱাৰ স্ৰষ্টা বেজবৰুৱা ডাঙৰীয়াৰ যোৰহাট চফৰৰ উপলক্ষ্যে কেতবোৰ ঠেক মনোবৃত্তিৰ মানুহৰ আচৰণ ভেঙুচালি কৰি দেখুৱাবলৈ ততাতৈয়াকৈ দৃশ্যকেইটা লিখি ভাও দিবলৈ যুগুত কৰা হয়। সেই অভিনয় শেষ হ'বলৈ নৌ পাওঁতেই তাৰ অভিনয়ে দৰ্শকসকলৰ মন ইমান তিতা লগালে যে অভিনয় চলি থকাত জনচেৰেক দৰ্শকে ঘোৰ আপত্তি জনোৱাত নাটখন বন্ধ হ'ল আৰু ভাৱৰীয়াসকলে সেই সাজ-পাৰেৰেই মঞ্চৰ পৰা জঁপিয়াই আহি বেজবৰুৱা ডাঙৰীয়াৰ ওচৰত আঁঠু লৈ তেওঁলোকৰ অনভিপ্ৰেত আৰু অজানকৃত দোষৰ নিমিত্তে ক্ষমা ভিক্ষা মাগিলে। স্ৰষ্টাৰ কিন্তু সৌম্য, প্ৰশান্ত আৰু সাহায্য ব্যৱহাৰ, তেখেতে ভালকৈ বুজিলে সেয়া অজানকৃত। অৱশ্যে সেইদিনাৰ সমুদ্ৰ মন্থনত অমৃতো ওলাল, গৰল যিখিনি ওলাল তাৰ নিমিত্তে তাত নীলকণ্ঠ আছিল, নিঃসন্দেহে তেখেত স্বয়ং বেজবৰুৱা ডাঙৰীয়া!

'পিচদিনা বেজবৰুৱা পৰিয়ালসহিত আমিও পুনৰ শিৱসাগৰলৈ ঘূৰি আহিলো।

সেইদিনা আবেলি দেশনেতা কুলধৰ চলিহাৰ সভাপতিত্বত শিৱসাগৰৰ আইসকলে এখন সভা পাতে। সেই সভাত 'ঘৰ-জেউতি'ৰ সম্পাদিকা কমলালয়া কাকতীয়ে অভিনন্দন-পত্ৰ পাঠ কৰি বেজবৰুৱাদেৱক অৰ্পণ কৰিলে। সন্ধিয়াও যাদৱপ্ৰসাদ চলিহাদেৱৰ সভাপতিত্বত বহা ছাত্ৰসকলৰ সভাত তেখেতক অভিনন্দন জনোৱা হয়। পাছদিনা আমি ডিব্ৰুগড়লৈ ৰাওনা হ'লো।'

'তিনিচুকীয়াত চাৱিশ অক্টোবৰত এখন সম্বৰ্ধনা সভাৰ আয়োজন কৰা হয়। বেজবৰুৱা ডাঙৰীয়াই সেইদিনা পুৱা তিনিচুকীয়াৰ সমীপৱৰ্তী হেভেদা চাহবাগিচালৈ গৈ পুৰণি বন্ধু ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ লগত নানান কথা আলোচনা কৰিলে। দুপৰীয়া তিনিচুকীয়াত চাহ খেতিয়ক সোমেশ্বৰ বৰুৱাৰ ঘৰত ভোজন কৰি জিৰণি লৈ বিয়লি ৰবিচন্দ্ৰ গোলাপচন্দ্ৰ হলত আয়োজন কৰা ৰাজহুৱা সভাত যোগ দিলে। সভাখনৰ সভাপতি—ৰজনীকান্ত বৰদলৈ। তিনিচুকীয়া ৰাইজ মাৰ বান্ধি আহি সভাকক্ষত জুম বান্ধিলেহি তেওঁলোকৰ হিয়াজয় কৰা ব্যক্তিজনৰ মুখৰ পৰা সোণ বৰষা ভাষণ শুনিবলৈ। আনকি মাইনৰ বিদ্যালয়ৰ ছাত্ৰবৃন্দইয়ো তেওঁক সম্বৰ্ধনা জনালেহি। সম্বৰ্ধনাৰ নিমিত্তে তেওঁ সবাকে আন্তৰিক কৃতজ্ঞতা জনাই 'তিনিৰ মহিমা' নামৰ এটি ধেমেলীয়া বক্তৃতা দিলে। সেই সন্ধিয়াই পুনৰ ডিব্ৰুগড় পালেহি। সাতাইশ অক্টোবৰত পানী জাহাজেৰে সকলোবোৰ গুৱাহাটীলৈ উভতিলো।'

'উনত্ৰিশ অক্টোবৰত আৰ্ল ল কলেজৰ ছাত্ৰসকলে ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ সভাপতিত্বত বহা এখন সভাত বেজবৰুৱাক অভিনন্দন-পত্ৰ প্ৰদান কৰিলে। পাছদিনা কটন কলেজিয়েট বিদ্যালয়ৰ ছাত্ৰবৃন্দই বেজবৰুৱা ডাঙৰীয়াক মানপত্ৰ যাচে। সেই সভাত কণমান ছাত্ৰ এজনে শুৱলা গীত পৰিবেশন কৰাত প্ৰসন্ন হৈ ডাঙৰীয়াই ল'ৰাটিক আশীৰ্বাদ দিলে। সেই কণমান শিশুটিৰ নাম—ভূপেন হাজৰিকা।'

'শাৰদীয় বতৰত চেনেহৰ জন্মভূমি দৰ্শন কৰিবলৈ আহি বেজবৰুৱাদেৱে নিজ দেশত এক অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰিলে। আচলতে, মোৰ মতে—জাতীয় বীৰগৰাকীক তেনেদৰে সন্মান প্ৰদৰ্শন কৰি অসমীয়াই নিজৰ জীৱন মহিমামণ্ডিত কৰিলে।'

কথাখিনি শুনি মাধৱচন্দ্ৰই একো নামাতিলে। দদায়েকৰ প্ৰতি শ্ৰদ্ধাত তেওঁৰ শিৰ নত হৈ পৰিল।

খন্তেক পিচতে যতীন্দ্ৰনাথ দুৱৰাই পুনৰ ক'লে, 'ত্ৰিশ অক্টোবৰত আমি কলিকতা পালোহি। সেইদিনাই প্ৰেছিডেন্সি কলেজৰ পদাৰ্থবিদ্যাৰ শ্ৰেণীৰ গেলেৰীত 'বেজবৰুৱাৰ সমিতি'ৰ প্ৰথম অধিৱেশন বহে। বাণীকান্ত কাকতিয়ে 'বেজবৰুৱা' শীৰ্ষক সমালোচনামূলক প্ৰবন্ধ এটি পাঠ কৰিলে। বেজবৰুৱাদেৱে অভিনন্দন-পত্ৰখন গ্ৰহণ কৰি কয়—'বহুতে ভাবে যে নিৰপেক্ষ হ'বলৈ গ'লে দোষ-গুণ দুইটাৰে উল্লেখ নিৰ্ভয়ে কৰিব লাগিব।

যদিও কথাটো ঠিক, কিন্তু তাতে এটা ডাঙৰ 'কিন্তু' আছে! মই কওঁ, দুইটা উল্লেখ কৰিববলৈ বাধ্য নহ'লে দোষৰ ওপৰেদি জঁপিয়াই যোৱাটোৱেই শ্ৰেয়। গোলাপ ফুল তুলিবলৈ গৈ তাৰ কাঁইটৰ লেখ লৈ সময় নষ্ট নকৰাটোৱেই শ্ৰেয়। মাখন তুলিবলৈ গৈ ঘোলৰ হিচাপ-পত্ৰত কালক্ষেপ নকৰাটোৱেই মংগলৰ কথা। এন্ধাৰ-পোহৰ দুয়োটাত অস্তিত্ব যেনেকৈ আছে, মাখনেৰে সৈতে ঘোলো সেইদৰে আছে। এন্ধাৰ ঘোল পৰিত্যাগ কৰি পোহৰ আৰু মাখনত আমাৰ মনোযোগ কৰাই কৰ্তব্য।'

'উনৈশ শ একত্ৰিশ খ্ৰীষ্টাব্দৰ সাত মাৰ্চত আশুতোষ গৃহত 'বেজবৰুৱা সমিতি'ৰ এখন বিশেষ অধিৱেশন বহে। এই সভাত 'কামালপাছা'ৰ লিখক হৰেন্দ্ৰনাথ শৰ্মাই 'কদমকলি'ৰ ওপৰত এটা সমালোচনামূলক প্ৰবন্ধ পাঠ কৰে।'

'বেজবৰুৱা সমিতি'ৰ দ্বিতীয় বাৰ্ষিক অধিৱেশনখন সেই বছৰৰ অক্টোবৰ মাহৰ আঠ তাৰিখে সন্ধিয়া প্ৰথমবাৰৰ দৰে একে স্থানতে প্ৰবীণ সাহিত্যিক চন্দ্ৰধৰ বৰুৱাৰ সভাপতিত্বত সু-সম্পন্ন হয়। সভাত বেজবৰুৱাদেৱ সহধৰ্মিনীৰ সৈতে উপস্থিত থাকে। ড° বিৰিঞ্চিকুমাৰ বৰুৱাই বেজবৰুৱা সাহিত্যত হাস্যৰসৰ চমু আভাস শীৰ্ষক এটি প্ৰবন্ধ পাঠ কৰিলে। সেই সভাত অধ্যাপক অম্বিকানাথ বৰা, ডাক্তৰ দীননাথ শৰ্মা, ডাঃ জি দাস, সুনীলকুমাৰ বৰুৱাই বেজবৰুৱা সাহিত্যৰ বিষয়ে একোটি বক্তৃতা দিলে। বেজবৰুৱা ডাঙৰীয়াই প্ৰথমতে বেজবৰুৱা সমিতিৰ সম্পাদকে তেওঁলৈ বাণী বিচৰাৰ কথা উল্লেখ কৰি কয়—'সংসাৰৰ সকলো মানুহকে বাণী দিয়াৰ গৰাকী সৰস্বতী, কিন্তু সৰস্বতীৰ সৈতে তেওঁৰ দেখা-সাক্ষাৎ এই জনমত হোৱা নাই। দুষ্টা নকল সৰস্বতীয়েহে তেওঁক চলাই লৈ ফুৰাইছে। জগতত বাণী প্ৰচাৰ কৰি থৈ গৈছে—বুদ্ধই, যীশুখ্ৰীষ্টই, মহম্মদে, মহাপুৰুষ শংকৰদেৱে।'

সেই নিমিত্তে বেজবৰুৱাদেৱে শংকৰদেৱৰ লেখাৰ পৰা সকলোৱে গ্ৰহণ কৰিব পৰাকৈ তিনিটা বাণী ব্যাখ্যা কৰি সমজুৱাক পঢ়ি শুনাব বিচাৰে—

**ধৰ্ম ঃ**

*সমস্ত প্ৰাণীত দেখিবেক নাৰায়ণ।*
*আতপৰে আন ধৰ্ম সবে বিড়ম্বন।।*

**ভক্তি ঃ**

*শত্ৰু মিত্ৰ সব কৰিয়ো সম।*
*এহিসে কৃষ্ণৰ ভক্তি পৰম।*

**সেৱা ঃ**

*বিশেষত মনুষ্যগণত যিটো নৰে।*
*বিষ্ণু বুদ্ধিভাৱে সৰ্বদায় মান কৰে।।*
*ঈৰষা, অসূয়া, তিৰস্কাৰ, অহংকাৰ,*

*সবে নষ্ট হোৱে, তেৱে তাৱক্ষণে তাৱ।।*

অসম সাহিত্য সভাৰ দ্বাৰা বিশেষভাৱে আমন্ত্ৰিত হৈ বেজবৰুৱা ডাঙৰীয়াই সেই বছৰৰ ডিচেম্বৰ মাহত পুনৰ শিৱসাগৰলৈ আহিল। অসম সাহিত্য সভাৰ সন্মিলনখন কথাসাহিত্যিক নগেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ সভাপতিত্বত সামৰণি পৰাৰ পিচদিনা বেজবৰুৱাদেৱক মানপত্ৰ যাচিবৰ নিমিত্তে এখন বিশেষ সভা পাতি তেখেতক 'ৰসৰাজ' উপাধি প্ৰদান কৰা হয়। সেই সভাত জ্ঞান মালিনী কবি মফিজুদ্দিন আহমেদ হাজৰিকা, দেশনেতা কুলধৰ চলিহা আৰু বাগ্মীবৰ নীলমণি ফুকনে একোটি সুন্দৰ সম্বৰ্ধনাসূচক বক্তৃতা দিয়ে। সেইদিনাই পলিটেক্নিক বিদ্যালয়ৰ ছাত্ৰবৃন্দয়ো লক্ষ্মীনাথক সম্বৰ্ধনা জনালে। শিৱসাগৰ এৰি বছৰটোৰ শেষৰ দিনটোৰ পুৱাতে বেজবৰুৱা ডাঙৰীয়াই গুৱাহাটীলৈ যাত্ৰা কৰিলে।

ইপিনে তেওঁৰ আগমন উপলক্ষ্যে নৱবৰ্ষৰ দিনা গুৱাহাটীৰ ৰাইজে কুমাৰ ভাস্কৰ নাট্যমন্দিৰত এখন নাটক মঞ্চস্থ কৰিলে। নাটকৰ অভিনয় চাই সন্তোষ লভি সেই সন্ধিয়াই তেওঁ সম্বলপুৰ অভিমুখে যাত্ৰা কৰিলে।

লাহে লাহে সুৰুযৰ শেষ পোহৰকণা ৰংঘৰৰ মজিয়াত পৰাত ইমান সময় তাতে বেৰাত আউজি কথা পাতি থকা মাধৱচন্দ্ৰ বেজবৰুৱা আৰু যতীন্দ্ৰনাথ দুৱৰা ঘৰমুৱা হ'ল।

# নৱম অধ্যায়

কেইসপ্তাহমানৰ পিচতে মাধৱচন্দ্ৰই সম্বলপুৰলৈ যাত্ৰা কৰিলে। ইফালে লক্ষ্মীনাথেও বত্ৰিশ খ্ৰীষ্টাব্দৰ পহিলা মাহৰ পহিলা সপ্তাহতে হাবিত সোমাবলগীয়া হ'ল। কাৰণ এইছোৱা সময়েই হাবিৰ পৰা কাঠ উলিওৱাৰ উত্তম সময়। মাহচেৰেক পিচতে আকৌ বসন্ত কালৰ আগমন, তাৰ পাচৰে পৰা নেৰানেপেৰা বৰষুণত গছে-লতাই হাবি-জংঘলবোৰ আৱৰি পেলাব। সুৰসুৰীয়া বাট-পথবোৰ বন্ধ হৈ পৰিব। লুংলুঙীয়া পথবোৰ খাল-ডোংবোৰ বোকা-পানীৰে চপ্‌চপীয়া হৈ পৰিব!

মাধৱচন্দ্ৰ সম্বলপুৰ গৈ পোৱাৰ তিনিদিনৰ পাচত লক্ষ্মীনাথে সৰুজনা জোঁৱায়েকৰ পৰা এখন তাঁৰ-বাৰ্তা পাই মৰ্মাহত হৈ পৰিল। তাঁৰ-বাৰ্তাত উল্লেখ আছে, 'চাৰি এপ্ৰিলত যতীন্দ্ৰনাথ দুৰৱা মটৰ দুৰ্ঘটনাত আহত হৈছে!'

লক্ষ্মীনাথে যতীন্দ্ৰলৈ চিঠি লিখিলে ঃ

সম্বলপুৰ, আঠ এপ্ৰিল ১৯৩২ ইং

*মৰমৰ যতীন্দ্ৰ,*

*তুমি যমৰ দুৱাৰমুখৰ পৰা আহিলা ঠিক। ঘুণীয়া হৈ থাকিলেও ঈশ্বৰে তোমাক আকৌ আমাৰ হাতলৈ আনি দিলে ; এইফেৰা কৃপাৰ নিমিত্তেই আমি ঈশ্বৰৰ চৰণত সেৱা জনালো। বিশ্বাস কৰিলে কওঁ যে—মোৰ জীৱনত অতি বৰ-শোকৰ ভিতৰত তোমাৰ দুৰ্ঘটনাটো-থাৰ্ড।*

*গা সমূলি ভাল পালে এইফালে পাৰিলে আহিবা।*

ইতি

লক্ষ্মীনাথ বেজবৰুৱা

সময়বোৰ পিছলি গৈ উনৈশ শ বত্ৰিশ খ্ৰীষ্টাব্দৰ জুন মাহ পালেহি। সম্বলপুৰত প্ৰচণ্ড গৰম পৰিছে। ইফালে মাধৱচন্দ্ৰও সম্বলপুৰতে আছে, শিৱসাগৰলৈ ওভতো বুলিও দদায়েক খুৰীয়েকৰ অনুৰোধত যোৱাটো হৈ উঠা নাই। সেই সময়তে দীপিকা কলিকতাৰ পৰা আহি সম্বলপুৰ পালেহি। মাধৱচন্দ্ৰই ভালেই পালে, অন্ততঃ দীপিকাৰ গীতকেইটামান শুনিব পাৰিব কলিকতাৰ খবৰ-বাতৰিও পোৱা যাব।

কিন্তু, দীপিকাৰ দেখোন আগমনৰ প্ৰথমদিনাৰ পৰাই বিষণ্ণ মন! কাকো নামাতে, শেতেলিখনতে পৰি থাকে। দুসপ্তাহমান থকাৰ পাছত তাই পুনৰ কলিকতালৈ যাবলৈ ওলাল। কিন্তু, বিদায় মুহূৰ্ত্তত সদায়ে কৰাৰ দৰে পিতৃ-মাতৃক সেৱা নকৰাকৈ দীপিকা ৰে'লৰ দবাত উঠিল। পিতাকে অবাক হৈ ভাবিলে, তাই কি ভাবি তেনেকুৱাখন কৰিলে বাৰু!

দীপিকা উভতি যোৱা দহদিনমান হ'ল। হঠাতে এদিন দুপৰীয়া পিয়নজনে চিঠি এখন দি থৈ গ'ল। মাধৱচন্দ্ৰই চিঠিখন খুৰীয়েকৰ হাতত দিলে। খুৰীয়েকে নুমলীয়া জীয়েকৰ চিঠিখন আগ্ৰহেৰে খুলি দেখিলে যে, দীপিকাই খ্ৰীষ্টান ধৰ্মৰ প্ৰতি যথেষ্ট অনুৰাগ দেখুৱাই চিঠিখন লিখিছে।

পিতৃ-মাতৃ দুয়োগৰাকীৰ মনত এটা সন্দেহ উদয় হ'ল। মাকে জীয়েকক বুজনি দি চিঠি লিখি পঠিয়ালে। সেই সময়ত ৰত্নাৱলীও গিৰীয়েকৰ সৈতে কেইমাহমান কলিকতাতে আছিল যদিও কিছুদিনৰে পৰা দীপিকাই বায়েকৰ ঘৰলৈ যোৱাটোও বন্ধ কৰি দিছিল।

লক্ষ্মীনাথে মাজু জী-জোঁৱায়েকৰ যোগেদি বিশেষ একোকে কৰাব নোৱাৰি বিবুধিত পৰিল। এইবাৰ বৰোদাত থকা বৰ-জোঁৱায়েকলৈ চিঠিৰ মাধ্যমেদি সকলো কথা জনাই খুলশালীয়েকক উদ্ধাৰ কৰিবলৈ অনুৰোধ জনালে। তেখেতে দীপিকাৰ ধৰ্মান্তৰ সম্পৰ্কে এখন টান পত্ৰ লিখিলে। নুমলীয়া জীয়ৰীৰ ভৱিষ্যতৰ চিন্তাত পিতৃৰ ৰক্তচাপৰ মাত্ৰা বাঢ়িবলৈ ধৰিলে। তেওঁ দীপিকালৈ লিখিলে ঃ *তুমি তোমাৰ দুখানা চিঠিতে তোমাৰ জেঠাৰ ধৰ্মান্তৰ গ্ৰহণেৰ কথা লিখেছ। তাৰ কোনো ইতিহাস জান না বলেই লিখেছ। আমৰাও বলি নি, কাৰণ বিষযটা বড় কষ্টকৰ। ইংৰেজীতে একটা কথা আছে, 'হিচ্‌টৰী ৰিপিটিচ্‌ ইটছেল্‌ফ'। এখন দেখছি—'হিচ্‌টৰী ইজ গয়িং টু ৰিপিটচ ইটছেল্‌ফ ইন্‌ এ ডিফাৰেণ্ট ওয়ে।'*

*'ডাক্তাৰ বেজবৰুৱা টাকা-কড়িৰ অভাৱে খ্ৰীষ্টান হয়েছিল, ভালবাসাৰ অভাৱে নয়। তোমাৰ খ্ৰীষ্টান হবাৰ ইচ্ছে হয়েছে টাকা-কড়িৰ অভাৱে নয়, কিন্তু মনে পাতা ভালবাসাৰ অভাৱে। তোমাৰ বিভ্ৰান্ত মনে কৰেছে, তোমাৰ বাবা-মা-বোন আৰ ভগ্নিপতিৰা তোমাকে ভালবাসে না। তুমি সংসাৰে একা। সেইজন্য তুমি বিধৰ্মী বিদেশীৰ কাছে ভালবাসাৰ কাংগাল হয়ে বেড়াচ্ছ। নিছে বিভীষিকাৰ কুঁয়াসাতে তোমাৰ মন আচ্ছন্ন হয়ে আছে। তোমাৰ নিজেৰ লোকেৰ ভালবাসা সমুদ্ৰেৰ মধ্যে ডুবে আছে, কিন্তু, সে সমুদ্ৰেৰ জল জলেই বলে মনে হচ্ছে না। তুমি মৃগতৃষ্ণা মৰীচিকাৰ পিছনে ঘুৰে বেড়াচ্ছ। মা দীপিকা, তোমাৰ কি ভুল! কি ভুল! ঈশ্বৰেৰ নিকট প্ৰাৰ্থনা কৰি অচিৰে তোমাৰ ভ্ৰম ভাঙিয়ে দেন। যেন নিজেকে চেন এবং নিজেৰ লোককে চেন আৰু প্ৰকৃত ভালবাসাৰ সন্ধান পাও। উপনিষদ বলেছেন ঃ আত্মনাং সিদ্ধি। সেই আত্মজ্ঞানও আত্মপৰিচয় যেন শিগ্‌গিৰ ঈশ্বৰ তোমাতে দেন! আমৰা হেল্পলেচ্‌, নিৰুপায়, দূৰে ৰয়েছি . . .।'*

হঠাতে দীপিকাৰ পুনৰাগমন। আঠাইশ ছেপ্টেম্বৰত তেওঁ সম্বলপুৰ পালেহি। তেওঁ ঘৰত থকা সময়ছোৱাত কোনেও তেওঁক খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা-নকৰা সম্পৰ্কে একোকে নুসুধিলে। ন দিনৰ পাছতে দীপিকা পুনৰ কলকাতালৈ উভতি গ'ল। কলকাতা

পাই তেওঁ বি টি পঢ়িবলৈ ওলোৱা আৰু খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা সম্পৰ্কে পিতৃ-মাতৃলৈ মুকলিভাৱে লিখিলে।

এনে সময়তে লক্ষ্মীনাথে 'টাপৰি সিং' নামৰ হাবি এখন লীজত ল'লে। তেওঁ কামত ব্যস্ত হৈ পৰিল। সিফালে 'বেহাৰমাল' নামৰ হাবিখনৰ কামবোৰতো আছেই। তেওঁ সঘনাই হাবিকেইখন পৰিদৰ্শন কৰা হ'ল। তদুপৰি শ্লিপাৰবোৰ পাছ কৰাব লাগে, বাঁহীলৈ নিযমিত প্ৰবন্ধ-পাতি লিখি পঠিযাব লাগে, জন্মভূমিৰ সমস্যাৰ প্ৰতি সজাগ দৃষ্টি ৰাখিব লাগে,আদি এশ-এবুৰি কামৰ মাজত মানুহজন সোমাই পৰিল। ভগ্ন দেহটোৰেও তেওঁ মাতৃ ভাষাৰ গুৰিব'ঠা এৰি নিদিলে। ধৰে, স্থিৰে নিজ ব্যৱসাযটো আগবঢাই নিযাৰ চেষ্টাত ব্ৰতী হৈ পৰিল।

# দশম অধ্যায়

সম্বলপুৰৰ পৰা উভতি আহিবলৈ মাধৱচন্দ্ৰই যো-জা কৰিলে। এনেতে লক্ষ্মীনাথে বৰোদাত থকা বৰজীয়াৰীৰ পৰা এখন চিঠি পালে। তেওঁলোকে শ্বিলঙলৈ যাবলৈ ওলাইছে। লক্ষ্মীনাথে লগে লগে চিঠিৰ উত্তৰত লিখিলে যে, বৰ্তমান সম্বলপুৰৰ পৰা শিৱসাগৰলৈ যাবলৈ ওলোৱা মাধৱে তেওঁলোকক গুৱাহাটীত লগ ধৰিব, তেতিয়া অ'লৈ-ত'লৈ যোৱাত তেওঁলোকৰ কিছু সহায় হ'ব!

সেইমতে অৰুণা আৰু ৰাজ্যৰত্ন সত্যব্ৰত মুখাৰ্জী শ্বিলঙলৈ যোৱাৰ পথত গুৱাহাটীত কেইদিনমান থাকোতে মাধৱচন্দ্ৰই তেওঁলোকক সততে চোৱা-চিতা কৰিলে। এদিন শ্ৰীশ্ৰীকামাখ্যা দৰ্শন কৰিবলৈ যাওঁতে ভুৱনেশ্বৰী মন্দিৰৰ কাষতে থকা প্ৰকাণ্ড শিল এচটাৰ ওপৰত তিনিও বহি গুৱাহাটী চহৰৰ ৰূপ-লাৱণ্য উপভোগ কৰি থাকোতে চিনেমাৰ কথা ওলোৱাত অৰুণাক মাধৱচন্দ্ৰই সুধিলে, 'তুমি জ্যোতিপ্ৰসাদক চিনি পোৱানে?'

অৰুণাই হাঁহি এটি মাৰি উত্তৰ দিলে, 'ভালকৈয়ে, পাপাৰ মুখত তেওঁৰ খবৰবোৰ শুনি, মানুহজনক সদায়ে লগ পাই আছো যেন লাগে। বাৰু, তেওঁ যে প্ৰথম অসমীয়া চিনেমা 'জয়মতী' কৰিলে তুমি কিবা জানানে?'

মাধৱচন্দ্ৰই উত্তৰ দিলে, 'শুনিছো। বাৰু, তুমিয়ে ভালকৈ কোৱাচোন?'

অৰুণাই কৈ গ'ল, 'জ্যোতিপ্ৰসাদে বিলাতৰ পৰা ঘূৰি অহাৰ পাছত সিদ্ধান্ত কৰিলে, অসহযোগ আন্দোলনত তেওঁ জঁপিয়াই পৰিব। পৰিব মানে পৰিলেই, গোটেই অসম ৰাজ্য ঘূৰি ফুৰি ভলণ্টিয়াৰসকলৰ সৰ্বাধিনায়ক হৈ গাই গ'ল কোন কোন আহিছা, আইক পুঁজিবলৈ', 'কোনে ক'লে তোক শকতিবিহীনা বুলি', জননীৰ সন্তান জাগা, 'বিশ্ববিজয় নজোৱান' আদি বহু গীতৰ কলি। অৱশেষত উনৈশ শ বত্ৰিশ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি বৰাক উপত্যকাৰ শিলচৰ কাৰাগাৰত বন্দী কৰিলে পোন্ধৰ মাহৰ নিমিত্তে। কিন্তু, কাৰাগাৰত জ্যোতিপ্ৰসাদ অসুখত পৰিল। তেজপুৰৰ পৰা খবৰ ল'বলৈ গ'ল মাজু দেউতাক চন্দ্ৰকুমাৰ আগৰৱালা। তেওঁ পাপালৈ সবিশেষ লিখিছিল।

তাৰ কেইসপ্তাহমানৰ পাছতে জ্যোতিপ্ৰসাদে কলিকতাৰ পৰা পঠিওৱা 'পাপা'ৰ এখন চিঠি পালে। চিঠিখনত তেওঁ লিখিলে, *'মই কেইদিনমানৰ আগতে শিলচৰৰ উপায়ুক্তলৈ এখন চিঠি লিখি তোমাৰ স্বাস্থ্যৰ খবৰ ল'বলৈ অনুৰোধ কৰিছো। তোমাক যদি কিবা বিশেষ আহাৰ খাবলৈ দিয়ে, তেন্তে অহংকাৰৰ বশৱৰ্তী হৈ নোখোৱাকৈ*

*নাথাকিবা। তোমাৰ বিষয়ে মাজুৰ চিঠিও পাইছো। দেশৰ স্বাধীনতা ৰণৰ পৰা আঁতৰি আহিবলৈ মই তোমাক কোৱা নাই, কিন্তু লিখক আৰু শিল্পীৰূপে তুমি প্ৰখ্যাত হ'বা, এই আশাহে মই কৰিলো। তোমাৰ মাজুদেউতা চন্দ্ৰকুমাৰে আইন অমান্য আন্দোলনত নমা নাই, কিন্তু তেওঁৰ দৰে অসমক ভালপোৱা মানুহ অসমত আছে কেইজন? ভাৰতবৰ্ষৰ স্বাধীনতা অনিবাৰ্য। হাজাৰ হাজাৰ বছৰীয়া সভ্যতা-সংস্কৃতি আৰু পৰম্পৰাৰ এখন দেশৰ অন্তশক্তিৰ মাজত সেই দেশৰ স্বাধীনতাৰ মন্ত্ৰ নিহিত আছে। কিন্তু, স্বাধীনতাৰ পিচত যি জাতি সাহিত্য-সংস্কৃতি-শিল্পৰ দিশত অতি চহকী নহয়, সেই দেশৰ ভৱিষ্যৎ নিৰাপদ নহয়। ৰাজনৈতিক স্বাধীনতাই একমাত্ৰ স্বাধীনতা নহয়।*

*জ্যোতিপ্ৰসাদ, বিলাতৰ পৰা প্ৰত্যাৱৰ্তন কৰি তুমি যে কৈছিলা, এযাৰি কথা, তোমাৰ মনত আছেনে বাৰু? তুমি জাৰ্মানীত ফিল্মৰ বিষয়ে শিকিবলৈ গৈছিলা আৰু তুমি আমাক কৈছিলা অসমীয়া ভাষাত তুমি এখন চিনেমা কৰিবা আৰু কৰিবা মোৰ 'জয়মতী কুঁৱৰী' নাটকক লৈ। মই মোৰ জয়মতীক কেতিয়াকৈ তোমাৰ ছবিত দেখিবলৈ পাম, মনত ৰাখিবা, মই অতি বেগেৰে বুঢ়া হ'বলৈ ধৰিছো।'*

*চিঠিখন পঢ়াৰ পাছতে শিলচৰ জেলত থকা জ্যোতিপ্ৰসাদৰ দৃষ্টিত ভাঁহি উঠে— 'জয়মতী'।*

*তেওঁ 'পাপা'ৰ চিঠিৰ উত্তৰ দিলে— 'আপোনাৰ আশীৰ্বাদ শিৰত লৈ মই জেলৰ পৰা ওলাই গৈয়ে মোৰ ফিল্মৰ কামত ব্যস্ত হ'ম। দুই-তিনি বছৰ ধৰি মই কেৱল আপোনাৰ জয়মতী কুঁৱৰীক ফিল্মৰ পৰ্দাত অমৰ কৰিবৰ বাবে মোৰ সৰ্বস্ব পণ কৰিম। মই জয়মতীক কেৱল অসমীয়া নাৰীৰে নহয়, সমগ্ৰ দেশৰ নাৰীৰ সৰ্বশ্ৰেষ্ঠ আদৰ্শ ৰূপ প্ৰতিষ্ঠা কৰিম। লুইতৰ পানী যিমান দিনলৈ বৈ থাকিব সিমান দিনলৈ সতী জয়মতীৰ সতীত্ব কাহিনী প্ৰত্যেকজন অসমীয়াৰ হৃদয়ত অমৃত হৈ থাকিব। যি কাহিনী আপুনি ৰচনা কৰিছিল, সেই কাহিনী ৰূপালী পৰ্দাত জিলিকাবলৈ পাই মোৰ জীৱন ধন্য হ'ব।*

কাৰাগাৰৰ মুক্ত খিৰিকীখনৰে দূৰ দিগন্তলৈ চাই জ্যোতিপ্ৰসাদে হেনো ভাবিছিল: লক্ষ্মীনাথে ঠিকেই লিখিছে। জয়মতী হ'ব শাসকৰ নিৰ্মম অত্যাচাৰৰ এক প্ৰতীক। এই প্ৰতীকৰ দ্বাৰা তেওঁ দেশৰ মানুহক অত্যাচাৰী ব্ৰিটিছ শাসনৰ বিৰুদ্ধে জাগ্ৰত কৰিব! গদাপাণিৰ অনিষ্ট হ'লে সমগ্ৰ অসম দেশৰ অনিষ্ট হ'ব। গদাপাণিক জীৱিত কৰি ৰাখিবই লাগিব, কাৰণ সেই নৃশংস অত্যাচাৰী শাসনৰ নিৰ্মূল সাধন কৰিব পাৰিব একমাত্ৰ গদাপাণিয়ে। এই চিন্তাত জয়মতীয়ে নিদাৰুণ অত্যাচাৰ নীৰৱে সহি মৃত্যুবৰণ কৰিছিল। সেই মহাত্যাগ জানো অথলে যাবলৈ দিব পাৰি? যুগে যুগে সেই ত্যাগৰ কাহিনীয়ে মানুহক মুক্তিৰ যুদ্ধত নিজক উছৰ্গা কৰিবলৈ অবিৰত আহ্বান জনাব।'

ইমানপৰে কথাখিনি শুনি মাধৱচন্দ্ৰই মাত দিলে, 'আচলতে জয়মতী আখ্যানটো সাহিত্যৰথীৰ 'জয়মতী কুঁৱৰী' নাটৰ পৰা যদিও লোৱা হয়, কিন্তু চিত্ৰনাট্য লিখাৰ সময়ত প্ৰয়োজনীয় সালসলনি কৰি লোৱা হয়। সূৰ্যকুমাৰ ভূঞাদেৱৰ তুংখুঙীয়া বুৰঞ্জীৰ পৰা লালুকসোলা বৰফুকন আৰু দক্ষিণপটিয়া গাঠি হাজৰিকাৰ চৰিত্ৰ জয়মতীৰ চিত্ৰনাট্যত সংযোজন কৰা হয়। অৱশ্যে, পদ্য বুৰঞ্জীত জয়মতীৰ কাহিনী কিছু বেলেগকৈ দিয়া আছে। এই বিষয়ত বেজবৰুৱাদেৱ আৰু ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ মাজত চিঠিৰে বহুত লেখা-মেলা চলিল। অৱশেষত বাণীকান্ত কাকতি আৰু সূৰ্যকুমাৰ ভূঞাদেৱৰ পৰামৰ্শমতে জ্যোতিপ্ৰসাদে ৰত্নেশ্বৰ মহন্তৰ কাহিনী আৰু তুংখুঙীয়া বুৰঞ্জীৰ তথ্যৰ ভিত্তিতে জয়মতী ফিল্মৰ আখ্যান প্ৰতিষ্ঠিত কৰিলে। তাৰ পাচত সেই কল্পনা আৰু আদৰ্শ আগত ৰাখি জ্যোতিপ্ৰসাদে জয়মতী চিনেমাৰ চিত্ৰনাট্য প্ৰস্তুত কৰি তুলিলে।'

# একাদশ অধ্যায়

পৰিচালকে পাছৰ বছৰ জয়মতী নাটকখন গ্ৰামোফ'নৰ নিমিত্তে প্ৰযোজনা কৰি চেনোলা কোম্পানীত ৰেকডিং কৰি লক্ষ্মীনাথলৈ ৰেকৰ্ড এখন পঠিয়ালে। লক্ষ্মীনাথে জ্যোতিপ্ৰসাদলৈ লিখিলে—'জয়মতী ৰেকৰ্ড পালো। মোৰ হৈ অনুগ্ৰহ কৰি চেনোলা কোম্পানীক ধন্যবাদ জনাবা। মই নাৰ্ভাছ হৈ আছিলো, বিদেশীৰ আগত আমি হাঁহিয়াতৰ পাত্ৰ হওঁ বুলি ; পিছে ৰেকৰ্ডবোৰ ৰিডিকুলাচ্ হৈছে। শুনাৰ পাচত অকল মোৰ নাৰ্ভাছনেছ্ যে গ'ল এনে নহয়, বুকু ডাঠ হৈ পৰি মই প্ৰাইড ফিল্ কৰিছো। ৰেকৰ্ডকেইখন বৰ সুন্দৰ হৈছে ; তোমাৰ ভেস্সাৰ ভেৰি চাক্‌চেছফুল .... তোমাৰ ৰেকৰ্ড গতানুগতিকভাৱে বঙলাৰ খোজে খোজে ভৰি দি নগৈ প্ৰকৃত অসমীয়া জাতীয় সুৰ আৰু মাত-কথাৰ জোকাৰ সকলোৰে আগত প্ৰকাশ কৰি দিছে। ৰেকৰ্ডৰ স্পিচ্‌বোৰে আজিকালি বঙালী আৰু উৰিয়া থিয়েটাৰ, ফিল্ম আৰু পালা ৰেকৰ্ডত প্ৰচলিত ডাইজেষ্টিং হিৰোইক'চৰ হাত সাৰি নিকা হৈ ওলাইছে। সকলোবোৰ স্পষ্ট আৰু আইডমেটিক্ স্বাভাৱিক অসমীয়া হৈ ওলাইছে। এইটো সৰু সৰু কথা নহয়।'

'লক্ষ্মীনাথ বেজবৰুৱাই জীৱনৰ বেছিভাগ কাল সুদূৰ প্ৰবাসত থাকিও অসমৰ অভাৱ-অভিযোগৰ কথা, অসমীয়াৰ আশা-আকাংক্ষাৰ কথা কোনো দিনে পাহৰা নাই। অসমত এখন বিশ্ববিদ্যালয় স্থাপনৰ নিমিত্তে সেই সময়তে কলকাতাৰ 'আছামীজ ষ্টুডেন্টছ্ ৱেলফেয়াৰ লীগ'য়ে দেশত এটা জনমত গঢ়ি তুলিছিল। এই প্ৰসংগত লক্ষ্মীনাথে সম্বলপুৰৰ পৰা লিখিছিল—'আমাক বিশ্ববিদ্যালয় লাগে আৰু সোনকালে লাগে। অসমীয়া শিক্ষা-বিষয়ত পিচপৰি থকা দুৰ্গতিৰ ঘাই কাৰণ আজিলৈকে অসমত সুকীয়া বিশ্ববিদ্যালয়ৰ অভাৱ, অসম চৰকাৰ দেউলীয়া হওক বা ধনীয়েই হওক, আমাক কিন্তু বিশ্ববিদ্যালয় লাগে। কোনে জানে অসম চৰকাৰৰ দেউলীয়া ভাগিবলৈ বাট চাব লাগিলে কিজানি আৰু আদশতিকা আমি বাট চাব লাগিব। সি হ'ব পাৰেনে? গৱৰ্ণমেণ্ট দেউলীয়ানো হ'ব কিয়? আমাৰ কামোৰ কাছৰ কামোৰ হয় যেন! আমাৰ শাস্ত্ৰয়ো কয়, 'কাৰ্যং বা সাধয়েৎ শৰীৰং বা পাতয়েৎ'। যদি অসমীয়াই ~~লোকৰ~~ চুকচুকনি শুনি, কামোৰ এৰে, তেন্তে অসমে জানি থ'ব যে, তেওঁলোকে বিশ্ববিদ্যালয় লভিবৰ অযোগ্য। ডেকা-অসমৰ 'অসম-ৱেলফেয়াৰ লীগে'ও এই কথা মনত ৰখা ভাল। 'অসম বিশ্ববিদ্যালয়ৰ দিন' পালনৰ সফলতা কামনা কৰি তেওঁ মন্তব্য কৰিলে—'বিশ্ববিদ্যালয় প্ৰত্যেক দেশতে বিদ্যাৰ কেন্দ্ৰ। কেন্দ্ৰীভূত বিদ্যাজ্যোতিষ্কৰ পৰা, চাৰিওদিশত প্ৰচাৰিত জ্যোতিত দেশ বিদ্যাৰ গৌৰৱেৰে বিমণ্ডিত হয়। নিজৰ মাক আৰু মাহীমাকৰ ভিতৰত যেনে প্ৰভেদ, নিজৰ দেশৰ বিশ্ববিদ্যালয় আৰু বিদেশী বিশ্ববিদ্যালয়ৰ ভিতৰত তেনে

প্ৰভেদ। মই বুকু ফিন্দাই ভৱিষ্যদ্বাণী কৰিব পাৰো যেন সুকীয়াকৈ নিজৰ বিশ্ববিদ্যালয় পালে, পাঁচ বছৰৰ ভিতৰতে অসমে আশাতীতৰূপে উন্নতিৰ বাটত আগুৱাব।'

'অসমীয়া ভাষাত পুৰণি লিপি প্ৰচলন সম্পৰ্কত কোনো কোনো লোকে সবল যুক্তি দাঙি ধৰাত, লক্ষ্মীনাথে সেই প্ৰয়াসৰ বিৰোধিতা কৰি লিখিলে—'মোৰ কটা-ছিঙা মত এই যে—তেনে প্ৰয়াস কৰোতাসকলৰ দিনটো যে স্বদেশ আৰু স্বভাষা অনুৰাগৰ পৰা ওপজা তাত মোৰ খুকুৰি নাই। সেই দেখি তেওঁলোকক নমস্কাৰ জনাই কওঁ যে—সেইটো তেওঁলোকৰ বৃথা প্ৰয়াস আৰু শক্তি ক্ষয়ৰ অনাৱশ্যকীয় উদ্যম। তেওঁলোকে শক্তি সঞ্চয় কৰক ; তাতকৈ বৰ লাগতিয়াল, আজিকালি অসমীয়াৰ ভাবুকি, নিৰাশ কৰি আৰু ভয় দেখুৱাই ওলোৱা সমস্যাবোৰৰ সৈতে বাহুযুদ্ধ কৰিবলৈ। তেতিয়া সঁচাকৈয়ে মাতৃভূমি আৰু মাতৃভাষাৰ মংগল হ'ব। বংগদেশত প্ৰচলিত আখৰ আমি সকলোৱে যেতিয়া একেবাৰেই নিজৰকৈ ল'লোহঁক, তাক এতিয়া পৰিত্যাগ কৰি কোনো লাভ নাই ; বৰং অলাভ সৰহ। বিদেশী কোনো এটা পদাৰ্থ যদি নিখুঁতকৈ আমাৰ পেটত জীৰ্ণ উৎপাদন কৰা নাই, তাক এৰাৰ পৰা কোনো লাভ নাই। সি আমাৰ নিজা সম্পত্তি হৈ গ'ল। এতেকে সি থাকক।'

'বাহ মাধৱচন্দ্ৰই দেখোন পাপাৰ জীৱনৰ দাপোণ হৈ পৰিছাহে! তেওঁৰ এখন জীৱনীকে লিখা আৰম্ভ কৰিব পাৰা।'

'হয়, ভিনদেউ, ভগৱন্তই দেহা ভালে ৰাখিলে সেইফেৰা কামত হাত দিবলৈ ইচ্ছা আছে।'

নীৰৱে কথাখিনি শুনি থকা অৰুণাই মাত দিলে, 'এবছৰ আগতেই খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰি সন্ন্যাসিনী হৈ পৰা দীপিকাই সেই সময়তে বিলাতলৈ গুচি যোৱাত পাপাৰ হিয়া ভাঙি চুৰমাৰ হৈ পৰিল যদিও তেওঁ মুখেৰে একো নক'লে।' কথাষাৰ কৈ অৰুণাৰ চকুৰে লোটক বাগৰি পৰিল।

গিৰীয়েকে অৰুণাৰ মনৰ অৱস্থা উপলব্ধি কৰি মাধৱচন্দ্ৰক ক'লে, 'পিচে আজিৰ প্ৰগ্ৰেমমতে আমি বশিষ্ঠধামলৈ যাব লাগে দেখোন।'

মাধৱে সমিধান দিলে, 'হয়, মইতো ৰেডি হৈয়েই আহিছো, আপোনালোক সোনকালে ওলালেই হ'ল, ইফালে গাড়ীও ৰেডি।'

'অৰুণা, বি ৰেডি, কুইক্।'

# দ্বাদশ অধ্যায়

বাণীকান্ত কাকতি, বিৰিঞ্চিকুমাৰ বৰুৱা, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, ডিম্বেশ্বৰ নেওগ প্ৰমুখ্যে জনচেৰেক সাহিত্যিক তথা প্ৰবক্তা কটন কলেজৰ অসমীয়া বিভাগৰ কমন-ৰুমত বহি আলোচনা কৰি থাকোতে মাধৱচন্দ্ৰ গৈ তাতে ওলাল। আলোচনাৰ বিষয়—'কৃপাবৰ বৰুৱা।'

কথা-প্ৰসংগত বাণীকান্ত কাকতিয়ে ক'লে—'দৰাচলতে হাস্যৰস ৰচনাসমূহেই লক্ষ্মীনাথ বেজবৰুৱাৰ অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি। অসমীয়া জাতীয় জীৱনৰ সৈতে তেওঁৰ গভীৰ পৰিচয় আৰু আৱিষ্কাৰধৰ্মী মনোভাৱ ইয়াৰ প্ৰধান কাৰণ।'

কিছুসময় চিন্তা কৰি বিৰিঞ্চিকুমাৰ বৰুৱাই লাহেকৈ মাত দিলে—'হয়, আচলতে বেজবৰুৱা প্ৰতিভা কিছুদূৰ সৃষ্টিধৰ্মী হ'লেও মূলতঃ আৱিষ্কাৰধৰ্মীহে। আৱিষ্কাৰৰ নিমিত্তে প্ৰয়োজন—পৰ্যবেক্ষণ-শক্তি আৰু বিশ্লেষণী ক্ষমতা ; সৃষ্টিৰ কাৰণে প্ৰয়োজন কল্পনাশক্তি। য'ত সৃজনী প্ৰতিভাৰ বেছি প্ৰয়োজন তাত বেজবৰুৱাই বৰ সফলতা লাভ কৰিব পৰা নাই। হাস্যপ্ৰধান প্ৰবন্ধসমূহেই তেওঁৰ সৰ্বপ্ৰথম মৌলিক অৱদান। এইবোৰত তেওঁৰ জাগ্ৰত স্বদেশানুৰাগ, চিৰতৰুণ ব্যক্তিত্ব আৰু আশাবাদী মনে ভুমুকি মাৰিছে।'

কথাবোৰ শুনি উপেনচন্দ্ৰ লেখাৰুৱে ক'লে—'বেজবৰুৱাৰ 'কৃপাবৰ' এটা অভিনৱ সৃষ্টি। জাতীয়তাবাদক সচেতন কৰি তোলাত কৃপাবৰৰ মূল্য বৰ বেছি। কৃপাবৰৰ কাকতৰ টোপোলা অসমীয়া আধুনিক সাহিত্যৰ এটা গৌৰৱৰ বস্তু!'

মনে মনে থাকি কথাৰ ভাগ লোৱা দুজনৰ ভিতৰত মাধৱচন্দ্ৰই মাত দিলে—পিছে, নেওগে বাঁহীৰ বিষয়ে দুআষাৰমান ক'লে ভাল হয়, অৱশ্যে প্ৰথমে লেখাৰু ছাৰৰ মুখৰ পৰাই দুআষাৰমান শুনিলে কৃতাৰ্থ হ'ম।

লেখাৰুৱে হাঁহি এটি মাৰি আৰম্ভ কৰিলে—'পদ্মনাথ গোহাঞি বৰুৱাৰ সম্পাদিত 'উষা' (১৯০৭-১২ ইং) আলোচনীৰ জন্মদিন ধৰি লক্ষ্মীনাথ বেজবৰুৱাদেৱে নিজৰ আৰু কৃপাবৰৰ ছদ্মনামৰ প্ৰবন্ধ লিখি উষাক পোষকতা কৰি আহিছিল। কিন্তু, ওঠৰ শ ত্ৰিশ শকৰ ভাদ মাহৰ উষাত 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' শীৰ্ষক ঘাই প্ৰবন্ধৰ তলত 'এংলো ইণ্ডিয়ান' নামৰ এটা পালী প্ৰবন্ধ প্ৰকাশ হোৱাত উষা ৰাজৰোষত পৰে ; চৰকাৰৰ ফালৰ পৰা কাকত বন্ধ কৰি দিয়া ভাবুকিও আহিল! উষাৰ সম্পাদকে বিপাণত পৰি এটা বিবৃতি দিলে ঃ 'ছপা হোৱাৰ আগতে তাৰ ভিতৰুৱা কথালৈ দকৈ মন কৰিবলৈ নহ'ল। কিন্তু পাছত দেখা গ'ল যে—সেই প্ৰবন্ধৰ মত আৰু কথাৰ লগত

আমাৰ মত আৰু কথা একেবাৰেই নিমিলে। ....ৰজা আৰু ৰাইজৰ মনত সন্তোষ লগাকৈ সাহিত্যচৰ্চা কৰাই উষাৰ ঘাই কৰ্তব্য। লগতে আমি ইয়াকো জনাওঁ যে ইয়াৰ দ্বাৰাই আমি 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' প্ৰবন্ধ উষাৰ পৰাই উঠাই লৈছো।'

'অৱশ্যে 'উষা'ই কৃপাবৰৰ লগত সম্পৰ্ক ছেদ কৰাৰ কথাই কিছু পৰিমাণে 'বাঁহী' আলোচনী প্ৰকাশত ইন্ধন যোগালে। তদুপৰি উনৈশ শ ন খ্ৰীষ্টাব্দৰ আগষ্ট মাহৰ আবেলি কলিকতাৰ প্ৰৱসুৱা অসমীয়া ছাত্ৰসকলে মীৰ্জাপুৰ ষ্ট্ৰীটত থকা 'লায়েক জুবিলী ইন্সটিটিউচন'ৰ এটা খোটালীত গোট খাই এখন আলোচনী উলিওৱাৰ মানসেৰে কথাটো আলোচনা কৰিলে। পাঁচ-ছদিনমান পাছতে আমি পাঁচজন মানে—ভোলানাথ কটকী, নীলমণি ফুকন, ৰোহিনীকুমাৰ চৌধুৰী, পূৰ্ণানন্দ পাঠক আৰু মই হেয়াৰ ষ্ট্ৰীট্‌ৰ কাৰ্যালয়ত বেজবৰুৱাদেৱক দেখা কৰি সকলো কথা বিবৰি ক'লোহঁক। তেখেত সন্মত হ'ল।'

'লক্ষ্মীনাথ শৈশৱৰ পৰাই সুতুলিৰ প্ৰতি বৰ আকৰ্ষিত। সুতুলি ভালদৰে বজাব নাজানিলেও তাৰ সুৰ তেওঁৰ প্ৰাণত সদায়ে বাজি আছিল। ক'ৰবাত বাঁহীৰ মাত শুনিলে খন্তেক হ'লেও তেওঁ ৰৈ শুনে। সেই নিমিত্তে হয়তো নতুন আলোচনীৰ নামটো 'বাঁহী' ৰাখিলে কেনে হয় বুলি যতীন্দ্ৰনাথ দুৱৰাক সোধাত দুৱৰায়ো আনন্দ প্ৰকাশ কৰিলে। হাওড়াত লক্ষ্মীনাথৰ ঘৰৰ ওচৰতে চৰ্লকিয়া প্ৰিন্টিং ৱৰ্কছ আৰু তাতে 'বাঁহী'খন ছপা কৰিবলৈ দিয়া হ'ল। এইদৰে 'নহি জ্ঞানেন সদৃশং পৱিত্ৰমিহ দ্যিতে' মন্ত্ৰৰ আৰিয়া লগাই প্ৰথম সংখ্যা ওলাল। নিযমিত 'বাঁহী'খন ওলাই থাকিল। উনৈশ সোতৰ খ্ৰীষ্টাব্দৰ ছেপ্টেম্বৰ মাহত লক্ষ্মীনাথে কলিকতা এৰি সম্বলপুৰত নিগাজীকৈ থাকিবলগীয়া হোৱাৰ নিমিত্তে তাৰ পৰাই সম্পাদনাৰ কাম কৰি থাকিল। লক্ষ্মীনাথে যতীন্দ্ৰনাথ দুৱৰাৰ লগত আলোচনা কৰি 'বাঁহী' পৰিচালনাৰ ভাৰ অভিন্ন হৃদয় চন্দ্ৰকুমাৰক অৰ্পণ কৰাত, 'বাঁহী' দশম বছৰৰ পৰা ডিব্ৰুগড়ৰ 'অসমীযা' প্ৰেছৰ পৰা ওলায়। পাছত গুৱাহাটীৰ পৰা ওলাবলৈ ধৰে। তেনেদৰেই উনৈশ শ উনত্ৰিশ খ্ৰীষ্টাব্দলৈকে লক্ষ্মীনাথৰ সম্পাদনাত 'বাঁহী' প্ৰকাশ হ'বলৈ ধৰিলে। তেনেতে কেইটামান সংখ্যা বন্ধ হৈ পৰাত অমিয় কুমাৰ দাসদেৱে 'বাঁহী'খন প্ৰকাশ কৰিবলৈ ইচ্ছা কৰাত যতীন্দ্ৰনাথ দুৱৰা আৰু বাণীকান্ত কাকতিয়ে 'বাঁহী'খন পুনৰ প্ৰকাশৰ ওপৰত জোৰ দিলে। তেনেতে লেখাৰুৱে বাণীকান্ত কাকতিলৈ চাই সুধিলে—'ঠিকে আছে নে কাকতিদেউ?'

'ঠিকেই আছে কৈ যাওক'—কাকতিয়ে উত্তৰ দিলে।

লেখাৰুৱে ক'লে, 'কথাটো ভাবি-চিন্তি লক্ষ্মীনাথে যতীন্দ্ৰনাথ দুৱৰালৈ লিখিলে—'কাকতিৰো চিঠি পাইছো, তোমাৰো পালো। দুফালৰ পৰা দুজন ডেকা অধিকাৰৰ তাপত বুঢ়া অধিকাৰ লৰক-ফৰক। তোমালোক দুয়ো যি ভাল দেখিছা তাকে কৰা। মোৰ অমত হ'বৰ কোনো কাৰণ নাই, মাথোন মনত ৰাখিবা, 'বাঁহী' মোৰ

মানস প্ৰতিমা, আলাই-আথানি হোৱা দেখিলে মই বৰ বেজাৰ পাম।'

ফলস্বৰূপে অমিয়কুমাৰ দাসৰ সম্পাদনাত গুৱাহাটীৰ পৰা ঊনৈশ শ চৌত্ৰিশ-পয়ত্ৰিশ খ্ৰীষ্টাব্দত 'বাঁহী' ওলাবলৈ ধৰিলে। পিছে, 'বাঁহী' পুনৰ নীৰৱ হৈ পৰিল!

আলোচনাৰ মুখনি মাৰিব খুজি উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে পুনৰ ক'লে, 'মুঠতে অসমীয়া নিভাঁজ ৰচনা-ৰীতি আৰু জাতীয়তাৰ নতুন সঞ্জীৱনী হ'ল লক্ষ্মীনাথৰ 'বাঁহী'।'

কথাখিনি শুনি ডিম্বেশ্বৰ নেওগে ক'লে—'আপুনি দেখোন মুখনি মাৰিয়ে থ'লে আমালৈ একো ভাগ নৰ'ল। অৱশ্যে মই এটা কথা যোগ দিব খুজিছো যে—'লক্ষ্মীনাথ বেজবৰুৱা দেশ-বিদেশ, চহৰ-নগৰ য'তেই নাথাকক লাগিলে সকলোতে আত্মীয়তা অনুভৱ কৰিছিল। তেওঁৰ মনত বিদেশেই স্বদেশ। সেই নিমিত্তেই কলিকতা আৰু সম্বলপুৰত থকাৰ কালত তেওঁ সুখে-দুখে সকলো অৱস্থাতে সেই ঠাইৰ মানুহৰ লগত মিলি যাব পাৰিছিল। তেওঁ ঝাৰচোগড়াৰ দাঁতিকাষৰীয়া গাঁওবোৰলৈ গৈ সেই ঠাইৰ গাঁৱৰ মানুহৰ লগত ওৰিয়া ভাষাত মত বিনিময় কৰি মুকলি মনেৰে কথা পাতিছিল। তেওঁ সম্বলপুৰৰ এফোৰ্ড বালিকা বিদ্যালয়ৰ কাৰ্যনিৰ্বাহক সমিতিৰ সভাপতি আছিল। সম্বলপুৰ পৌৰসভাৰো তেওঁ সদস্য আছিল। মহানদীৰ সিপাৰৰ চৰপুৰ নামৰ ঠাইখনলৈ গৈ তেওঁ চন্দনযাত্ৰা উৎসৱ উপভোগ কৰি দিনলিপিও লিখি থৈছে—এই যাত্ৰাৰ খোল কিম্বা মৃদং আৰু তাল বজোৱা ৰীতিৰ লগত অসমীয়া বৰ-ধেমালিৰ সাদৃশ্য আছে।

কথাবোৰ শুনি থকা মাধৱচন্দ্ৰ ডেকাবেজে মাত দিলে, 'এবাৰ মই সম্বলপুৰলৈ যাওঁতে দপাইদেৱে মোক এখন গাঁৱলৈ নি দেখুৱালে উৰিয়াসকলৰ 'ভগৱত-তুংগি'! ভগৱত-তুংগিৰ লগত আমাৰ অসমৰ নামঘৰ ব্যৱস্থাপনাৰ বহুতো সাদৃশ্য আছে। অৱশ্যে এই বিষয়ে বহু অধ্যয়নৰ প্ৰয়োজন বুলি মোক কৈছিল।'

# ত্ৰয়োদশ অধ্যায়

গুৱাহাটীত থকা মাধৱচন্দ্ৰ বেজবৰুৱাই আজি পুনৰ আঁহতগুৰি ৰবচাপৰিলৈ ওলাইছে। লগত সংগ দিছে—অতুলচন্দ্ৰ হাজৰিকাই। পিছে, এইবাৰ আঁহতগুৰি ৰাইজৰ আহ্বান!

কাহিলিপুৱাতে দুয়ো উজান বজাৰ ঘাটৰ পৰা ৰাওনা হ'ল। ৰৰলুইতৰ ইপাৰৰ পৰা সিপাৰ নেদেখি, ডাৱৰৰ অভেদ্য মেৰঘৰ। সূৰুযটো পূব দিশত ওলাইছে যদিও আকাশৰ তৰপ তৰপ মেঘমগুলীৰ মাজেৰে সম্পূৰ্ণ পোহৰ পৃথিৱীত পৰাহি নাই। কেউপিনে আন্ধাৰ আৰু পোহৰৰ এক সমন্বয়।

নাওখন আহি আহি কলংমুখেদি কলং নৈৰে পুনৰ আগবাঢ়িব ধৰিলে। এনেতে অতুলচন্দ্ৰই ক'লে, 'আচলতে বাঢ়ি অহা বয়স আৰু কঠোৰ পৰিশ্ৰমৰ বাবেই লক্ষ্মীনাথৰ স্বাস্থ্যৰ দ্ৰুত অৱনতি ঘটিল, তুমি কি কোৱা?'

নৈৰ পানীবোৰ হাতৰ আঙুলিকেইটাৰে খেলি খেলি মাধৱচন্দ্ৰই ক'লে, 'ঊনৈশ শ সাতত্ৰিশ খ্ৰীষ্টাব্দৰ জুলাই মাহত অন্ত্ৰ-ঘা কিম্বা ডেঅ'ডনেল আলচাৰ ৰোগত তেওঁ শয্যাশায়ী হৈ পৰে। নৰিয়াৰ পাৰ উঠাৰ পাছত সম্বলপুৰতে থকা ৰত্না আইদেউৱে দেউতাকক ডিব্ৰুগড়ৰ নিজ ঘৰলৈ নি শুশ্ৰূষা কৰাৰ উদ্দেশ্যেৰে নিজে কলিকতালৈ যাত্ৰা কৰিলে। কলিকতাত চিকিৎসসকলে লক্ষ্মীনাথক পৰীক্ষা কৰি কিছুদিন জিৰণিৰ পৰামৰ্শ দিলে। এঁকৈশ আগষ্টৰ দিনা পৰিয়ালটো কলিকতাৰ পৰা ডিব্ৰুগড়লৈ ৰাওনা হ'ল। তেওঁৰ অসম আগমনৰ বাৰ্তা পাই চন্দ্ৰকুমাৰ আৰু মই বাইশ তাৰিখে পাণ্ডুত তেওঁক লগ ধৰো। আমি ডাক্তৰ ভুবনেশ্বৰ বৰুৱাক কথাখিনি জনোৱাত তেওঁ পাণ্ডুলৈ আনন্দৰে যাম বুলি প্ৰতিশ্ৰুতি দিলে।

পাণ্ডুলৈ গৈ দেখিলো, 'বেজবৰুৱা ডাঙৰীয়া, হ'লো মাচিয়াত, প্ৰফুল্ল, সৌম্য—আগৰ দৰে—বেমাৰ যেন একো হোৱাই নাই! আমাৰ সৈতে আগৰ দৰেই হাঁহি-মাতি কথা পাতিলে। পৰিয়ালটিক ৰে'লত তুলি দি আমি মটৰেৰে গুৱাহাটী ৰে'ল ষ্টেচনলৈ আহিলো। তেখেতে আমাক দেখি 'কৃপাবৰ বৰুৱা'ৰ কথাৰে আমাৰ সৈতে কথা কৈ আমাক সন্তোষ দিলে। কিছু ক্ষণৰ পাচত ডাক্তৰ ভুবনেশ্বৰ বৰুৱাই তেখেতৰ শৰীৰ পৰীক্ষা কৰি ক'লে, 'অৱস্থা বেয়া নহয়, ভাল হ'ব, যদি কোনো অভাৱনীয় সমস্যা উপস্থিত নহয়।'

গুৱাহাটী ৰে'ল ষ্টেচনতে আৰ্ল ল কলেজ আৰু কটন কলেজৰ ছাত্ৰবৃন্দৰ সৈতে গুৱাহাটী এ এছ এল ক্লাবৰ সম্পাদক স্বৰূপে মহেশ্বৰ নেওগে শেৱালি ফুলৰ মালাৰে

লক্ষ্মীনাথ বেজবৰুৱাক সম্বৰ্ধনা জনালে। সমিধানত দুআষাৰকৈ তেওঁ কেৰেচীয়াকৈ চকী এখনত বহি থকা মহেশ্বৰ নেওগলৈ চাই হাঁহি এটা মাৰি সুধিলে, আগৰ কথাবোৰ মনত আছেনে ডেকা বন্ধু?'

'নেওগে সমিধান দিলে—ফট্ফটিয়াকৈ মনত আছে।'

'পাছদিনা ডাঙৰীয়া তিনিচুকীয়া পায়গৈ আৰু তাৰপৰা মটৰেৰে তেওঁলোক ডিব্ৰুগড়লৈ গ'ল। জোঁৱায়েক ৰোহিনীকুমাৰ বৰুৱাৰ বাসভৱনটো ব্ৰহ্মপুত্ৰ নৈৰ পাৰতে আছিল, তাতেই তেওঁ জিৰণি ল'লেহি।

লক্ষ্মীনাথ বেজবৰুৱাৰ অসুখৰ কথা জানিব পাৰি অসমৰ নানান ঠাইৰ পৰা তেখেতৰ স্বাস্থ্য সম্পৰ্কে চিঠি-পত্ৰ, তাঁৰ-বাৰ্তা আহিব ধৰিলে। জোঁৱায়েক ৰোহিনী কুমাৰ বৰুৱাই দৈনিক বাতৰিকাকতযোগে বিবৃতি দিলে।

"শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়া অলপতে হোৱা টান নৰিয়াৰ পৰা এতিয়া আৰোগ্য লাভ কৰিছেঁ। তেখেতৰ অসুস্থতাৰ সময়ত অনেকেই পুথি সমালোচনা আৰু সাহিত্য, বুৰঞ্জী আদিৰ মতামতৰ সম্পৰ্কে নানা কথা সুধিলে। আশাকৰো দেশবাসীয়ে এই সময়ত যেন তেখেতৰ পৰা তেনে কোনো কথাৰ মতামত নিবিচাৰে আৰু সম্পূৰ্ণ জিৰণিৰ নিমিত্তে তেখেতক কিছুদিনলৈ সুবিধা দিয়ে।'

কথাখিনি শুনি অতুলচন্দ্ৰই মাত দিলে, 'হয়, সেই সময়ত দৈনিক বাতৰিয়েও মন্তব্য দিলে ঃ এই পুণ্য ভাদ মাহত তিনি তিথি অসমীয়া মানুহে ৰাজহুৱাভাৱে আৰু ঘৰে ঘৰেও পালন কৰি আহিছে। ভগৱন্ত শ্ৰীকৃষ্ণৰ আধ্যাত্মিক জীৱনী আৰু মহাপুৰুষ শ্ৰীশংকৰদেৱ—শ্ৰীমাধৱদেৱৰ নিৰ্মল চৰিত্ৰ, যি বেজবৰুৱা ডাঙৰীয়াৰ অমৰ লেখাত, অমিয় ধাৰেৰে বৈ গৈছে, এই তিনি তিথিত অসমীয়া ৰাইজে যেন বেজবৰুৱা ডাঙৰীয়াৰ সম্পূৰ্ণ আৰোগ্য কামনা কৰি তুতি-নাতি জনায়, আমি ইয়াকে খাটিলো। মহাপুৰুষকেইজনাৰ নাম-কীৰ্তনৰ মাজত সমূহ জাতিৰ প্ৰাৰ্থনা নিশ্চয় নেদেখাজনৰ কাণত পৰি বেজবৰুৱা ডাঙৰীয়াক সম্পূৰ্ণ নিৰাময় কৰি তুলিব, আমাৰ এয়ে অটল বিশ্বাস।'

দৈনিক বাতৰি কাকতখনৰ নিবেদনৰ প্ৰতি সঁহাৰি জনাই অসমৰ ঠায়ে ঠায়ে সভা-সমিতি আৰু নাম-কীৰ্তন কৰা হ'ল। ছাব্বিশ আগষ্টত শ্ৰীশ্ৰীমাধৱদেৱৰ তিথি উপলক্ষে কটন কলেজৰ এ এছ্ এল ক্লাব, শিৱসাগৰৰ শংকৰদেৱ সমাজ, হাঁহচ'ৰা যুৱক সমাজ, চৰাইদেউ বাগিচাৰ নামঘৰ, শিলঘাটৰ কৰনেচন হল, বৰপেটা বিদ্যাপীঠ আদিৰ সভাত সাহিত্যৰথীৰ আৰোগ্য কামনা কৰি ৰাইজে প্ৰাৰ্থনা কৰে। বৰপেটাবাসী ৰাইজে সেই নিমিত্তে ছাব্বিশ ভাদ বৃহস্পতিবাৰে বৰপেটা সত্ৰত পুৱা প্ৰসংগৰ সময়ত

ভগৱন্তৰ চৰণত এখনি শৰাই আৰু এগছি বন্তি আগবঢ়ায় আৰু ঘোষাপদো গায়।

'বাতৰি'ৰ সহকাৰী সম্পাদক কৰুণাকান্ত গগৈয়ে লক্ষ্মীনাথৰ জোঁৱায়েকলৈ লিখিলে, 'শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ বৰ্তমান অৱস্থা সম্পৰ্কে ভু-ভা বিচাৰি, অসমৰ সকলো অঞ্চলৰ মানুহেই আমালৈ সদাই লিখা-লিখি কৰিছে আৰু সেই সম্পৰ্কে একোখনহঁত বুলেটিন পাৰিলে নিতৌ প্ৰকাশ কৰিবলৈ অনুৰোধ জনাইছে। সেইকাৰণে আপোনাৰ পৰা মাজে-সময়ে তেখেতৰ শাৰীৰিক অৱস্থাৰ সম্পৰ্কে একোটিহঁত সংবাদ পাবলৈ আশা কৰিলো।'

এই সংক্ৰান্তত পোষ্কৰ ছেপ্টেম্বৰত ৰোহিনীকুমাৰ বৰুৱাই ৰাইজক জনালে—'পূজনীয় বেজবৰুৱা ডাঙৰীয়াৰ শৰীৰৰ অৱস্থা এতিয়া সম্পূৰ্ণ ভালৰ ফালে আহিছে। কোনো ৰকমৰ শাৰীৰিক বিকাৰ এতিয়া নাই বুলিলেও হয়। ৰাতি টোপনিও ভালকৈ আহিছে আৰু ৰুচিৰে খাব-বৰও পাৰিছে....।'

'সম্প্ৰতি তেখেতে ডাক্তৰ প্ৰভাতচন্দ্ৰ দাস, ডাঙৰীয়াৰ চিকিৎসাত আছে। ডাক্তৰে কোৱামতে, তেখেতক দুই-এদিনতে বাহিৰত ফুৰাবলৈ নিব পৰা হ'ব।'

ৰ'বা, তুমিনো ইমানবোৰ কথা কেনেকৈ জানিলা?' —মাধৱচন্দ্ৰই সুধিলে।

'জানিলো আৰু, মানে কৰুণাকান্ত গগৈক সিদিনা লগ পাইছিলো'—অতুল চন্দ্ৰই উত্তৰ দিলে।

'অ'। স্বাস্থ্যৰ কিছু উন্নতি হ'লত লক্ষ্মীনাথে পহিলা নৱেম্বৰৰ দিনা 'দৈনিক বাতৰি'ৰ যোগে ৰাইজক নিবেদন কৰিলে যে—'মোৰ টান নৰিয়াৰ সময়ত প্ৰায় গোটেই অসমৰ সদাশয় মানুহৰ পৰা মোৰ নৰিয়াৰ ভু-বাতৰি লৈ আৰু তাৰপৰা আৰোগ্য কামনা কৰি লিখা চিঠি মই পাইছিলো। তেওঁলোকৰ শুভাশীৰ্বাদত আৰু ঈশ্বৰৰ অনুগ্ৰহত মোৰ গা ভাল হৈ আহিছে। প্ৰত্যেকজনলৈকে মোৰ কৃতজ্ঞতা জনাই চিঠি লিখাটো সম্ভৱ নহয়, সেই দেখি 'বাতৰি'ৰ পৰা এছিকটা ঠাই মাগি লৈ আৰু তাৰ বাবে 'বাতৰি'কো শলাগ জনাই তাতে এইকেইষাৰ কথা ছপাবলৈ পঠিয়ালো। মোৰ এই নৰিয়াই মোক গৌৰৱ আৰু আনন্দৰ বাতৰি দি গ'ল। মই আগেয়ে নাজানিছিলো যে, মই মোৰ মাতৃভূমি অসম দেশৰ ইমান মৰমৰ পাত্ৰ! গতিকে, সিয়ো মোৰ বন্ধুৰ কামকে কৰিলে।'

ইফালে দুই নৱেম্বৰত সন্ধিয়া চাৰে ছয় বজাত প্ৰসন্নকুমাৰ বৰুৱাৰ সভাপতিত্বত ডিব্ৰুগড়ৰ অসমীয়া থিয়েটাৰ ঘৰত 'ডিব্ৰুগড় আলোচনী ক্লাব'ৰ উদ্বোধন উৎসৱ মহা-সমাৰোহেৰে সম্পন্ন হয়। সেইখন সভাত লক্ষ্মীনাথ পৰিবাৰসহ উপস্থিত আছিল।

সাহিত্যৰথীক সম্বৰ্ধনা জনোৱাৰ নিমিত্তে ডিব্ৰুগড় সাহিত্য সভাই ডিনেশ ডিচেম্বৰ দেওবাৰে বিয়লি তিনি বজাত 'অসমীয়া নাট্যমন্দিৰ'ত এখন ৰাজহুৱা সভাৰ আয়োজন

কৰিলে। সভাৰ উদ্দেশ্য ঃ (ক) বৰ্তমান অসমীয়া ভাষা আৰু সাহিত্যৰ অন্যতম গুৰিয়াল শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া শকত নৰিয়াৰ পৰা আৰোগ্য লাভ কৰা বাবে আনন্দ প্ৰকাশ কৰি তেখেতক সম্বৰ্ধনা জ্ঞাপন, (খ) অসমীয়া ভাষা আৰু সাহিত্যৰ বৰ্তমান অৱস্থা আৰু ভৱিষ্যৎ সম্বন্ধে বেজবৰুৱা ডাঙৰীয়াৰ বাণী শ্ৰৱণ।

নৰিয়াৰ পৰা আৰোগ্য লাভ কৰাৰ নিমিত্তে সদিচ্ছাজ্ঞাপক প্ৰস্তাৱ গৃহীত হোৱাত জাউৰিয়ে জাউৰিয়ে হাতচাপৰিৰ মাজত লক্ষ্মীনাথে বক্তৃতা দিবলৈ আৰম্ভ কৰিলে। তেওঁ ক'লে, 'মই নৰিয়াৰ পৰা অলপ গা টঙাব পৰাৰ গুৰিতে প্ৰথমেই ৰাইজৰ আশীৰ্বাদ, দ্বিতীয়তে ডাক্তৰ, তৃতীয়তে মোৰ পৰিবাৰ আৰু ছোৱালীকেইজনীৰ যত্ন। যমৰজাই মোক ভালকৈয়ে এখেদা দিছিল। পিচে, বামুণৰ ল'ৰা যদিও, টিকনি নথকাত যেনিবা ধৰিব নোৱাৰিলে। আজিকালি আপোনালোকৰ যেনিবা দৰেই দেশ দস্তুৰমতে মোৰো মূৰত আগফালেহে চুলিৰ কোচাটো, সেই আগচুলিকোচাত যমে ধৰোতে ধৰিছিল ; পিছে মই মাৰিলো পুলুকা, সেয়েহে আজি মই আপোনালোকৰ সভাত সোঁ-শৰীৰে বিদ্যমান।'

'আজিকালি য'তে-ত'তে শুনা যায়—বোলে, আমাৰ দেশখন গুচিল ; তেনেই বিজতৰীয়া হ'ল। মই কওঁ—ভয় নকৰিবা, বিদেশীৰ সোঁত দেখি চক্ নাখাবা। পৰিৱৰ্তন সৃষ্টিৰ নিয়ম। ভাস্কৰ বৰ্মাৰ দিনৰ অসম দেশ আৰু আজিৰ অসম দেশৰ মাজত পাৰ্থক্য এফেৰা থকাটো স্বাভাৱিক। এইবোৰ পৰিৱৰ্তন দেখি ভয় খোৱাৰ একো প্ৰয়োজন নাই।'

'এইখিনিতেই এটা সাধু কওঁ ঃ সইত কালত বৰগছবোৰৰ গুটি আছিল, একোটা জাতিলাউৰ সমান। বৰগছৰ তলত জিৰাওঁতে বৰ-গুটি পৰি বহুত বাটৰুৱা পঞ্চত্বপ্ৰাপ্ত হ'ল। তথাপি, সৃষ্টিকৰ্তা ব্ৰহ্মাৰ কাণষাৰেই নাই। এইদৰে কিছুদিন যোৱাৰ পাছত এদিন বৰ-গুটি পৰি এটা বামুণ খতম, এইবাৰ কিন্তু ব্ৰহ্মাৰ আসন টলিল। তেওঁ স্বয়ং আহি বৰগছক সুধিলে—কিয় বামুণ মাৰিলি?'

'বৰগছে উত্তৰ দিলে—'মাৰিব লাগে মাৰিলো, পাছে তাতনো কি জগৰ লাগিল? মামুণৰ প্ৰতি তোমাৰ যে ইমান পক্ষপাতিতা জানিম কেনেকৈ?'

'বৰগছৰ এই অভদ্ৰ উত্তৰ শুনি ব্ৰহ্মাই খঙত একো নাই হৈ শাও দিলে— 'বৰগছ, তোৰ গুটিবোৰ আজিৰে পৰা এই অকণমানি সৰু হ'ব'।

'তেতিয়াৰে পৰা বৰগছৰ গুটি সৰু হ'ল। কিন্তু ব্ৰহ্মাৰ ভুলকেই হওক বা অইন কাৰণতে হওক, সৰু হ'লেও বৰগছৰ গুটিৰ ভিতৰত থাকিল সাৰ বা 'ভাইটেলিটি'। সেই ভাইটেলিটি বা সাৰৰ গুণত কণমানি গুটি একোটাৰ পৰাই আজিও য'তে-ত'তে

একেজোপা প্ৰকাণ্ড বৰগছ ওপজে।'

'সেইদৰেই বিদেশীয়ে চাৰিওফালৰ পৰা চেপি খুলি আনি অসমীয়া জাতিক আকাৰত সৰু কৰি পেলোৱা সত্ত্বেও 'ভাইটেলিটি' থাকিলে অসমীয়া জাতি কেতিয়াও মৰিব নোৱাৰে।'

'গীতাৰ সেই এক প্ৰসিদ্ধ উপদেশমতেই কওঁ—'কাম কৰি যোৱা, ফললৈ নেচাবা। আইহঁত, ভাইহঁত, কাম কৰি যোৱা ; আনে কি কয় তালৈ মন নকৰিবা। মাত্ৰ ঈশ্বৰত মতি ৰাখি, সকলো কামৰ ফলাফল তেওঁৰ হাতত দি কাম কৰি যোৱা। নিভাঁজ অসমীয়া ভাষা ক'বা, লিখিবা। নিভাঁজ অসমীয়া সাজপাৰ পিন্ধিবা। অনাহকতে বিদেশীক অনুকৰণ নকৰিবা। বিদেশীৰ ঠাট্টা-বিদ্ৰূপলৈ মন-কাণ বৰকৈ কৰিবৰ একো প্ৰয়োজন নাই, মাথোন নিষ্কামভাৱে কৰ্তব্য কৰি যোৱা।'

'নহি কল্যাণকৃৎ কশ্চিৎ দুৰ্গতি তাত গচ্ছতি।'

এয়েই সাহিত্যৰথীৰ অ' মোৰ আপোনাৰ দেশ, অ' মোৰ চিকুনি দেশৰ ৰাইজলৈ দিয়া শেষ কথা।'

'পিছে মাধৱচন্দ্ৰ তোমাৰ ভাষণ কেতিয়া বন্ধ হ'ব? আমাৰ পেটে কলমলাব লাগিছে, নে কি কোৱা নাৱৰীয়া কাই?'

'যি বা আজ্ঞা, পিছে, সৌখিনিত এখন ম'হৰ খুঁটি আছে, তাতে এঠা দৈ পোৱা যায়, কোমল চাউলৰ সৈতে ভাল চলিব।'

'এতিয়া মানে আধা বাট পাৰ হ'লোৱেই, ঠিক আছে ম'হৰ খুটিলৈকে নাও পোনোৱা, কি কোৱা মাধৱচন্দ্ৰ?'

'এৰা বৰ ভাল প্ৰস্তাৱ। শুভস্য শীঘ্ৰম্।'

# চতুৰ্দশ অধ্যায়

কলংপাৰৰ ম'হৰ খুঁটিত বহি ম'হৰ এঠা দৈ, জুলীয়া মিঠৈৰে কোমল চাউল খাই লৈ পুনৰ নৌকা যাত্ৰা আৰম্ভ হ'ল। নৈৰ দুয়োপাৰে শুকান বালি, নৈৰ মাজৰ বালিচাপৰিকেইটাত বালিচন্দাবোৰ জিলিকিছে।

কিছুদূৰ আগবঢ়াৰ পাছত মাধৱচন্দ্ৰই ক'লে, 'বেজবৰুৱা ডাঙৰীয়াৰ শৰীৰ ক্ৰমান্বয়ে আৰোগ্য হৈ আহিল। পিতৃৰ অসুখৰ খবৰ পাই সাত সাগৰ তেৰ নৈ পাৰ হৈ নুমলীয়া জীয়াৰী দীপিকা আহি ডিব্ৰুগড় ওলালহি। দিনটো আছিল উনৈশ শ আঠত্ৰিশ খ্ৰীষ্টাব্দৰ এক ফেব্ৰুৱাৰী।'

লক্ষ্মীনাথে নুমলীয়া জীয়েকক দেখা পাই মনত অপাৰ আনন্দ লভিলে। মুখত হাঁহি বিৰিঙি উঠিল। তাকে দেখি জোঁৱায়েকৰ পেহীয়েক গৰাকীয়ে ক'লে, 'আয়ে দেহি, পিতাকৰ নৰিয়াৰ খবৰ পাই জীয়েকজনী সুদূৰ বিলাতৰ পৰা আহি এইখিনি পালেহি চাইক!'

লক্ষ্মীনাথৰ দেহ-মন ইমানেই সুস্থ হৈ পৰিল যে, তেৰ ফেব্ৰুৱাৰীত কাহিলি পুৱাতে তেওঁ জী-জোঁৱায়েক, নাতিনীহঁতক লৈ ব্ৰহ্মপুত্ৰৰ পাৰত বালিভোজ খাবলৈ ওলাল। তেওঁৰ মনত কি যে আনন্দ! নাওখন য'তেই ৰয়, ত'তে ঔটেঙা গছ দেখিলে নাতিনী তিনিওজনীক লৈ ঔ টেঙা বুটলি ৰং-ধেমালি কৰে। জীয়েক-নাতিনীয়েকহঁতৰ লগত দলিওৱা-দলি খেলে। নৈৰ জিলা বালিত তেওঁৰ ভৰিৰ মস্ত মস্ত খোজবোৰৰ লগত কণ কণ মইনাহঁতৰ খোজবোৰ চাই চাই ভাবুক হৈ পৰে! এনেতে কোনোবা এজনী নাতিনীয়েকৰ মাতত তেওঁৰ তন্দ্ৰা ভাঙে—ককা, ককা আহা খেলো! আন এজনীয়ে লৰি আহি তেওঁৰ হাতত ধৰি টানে—ককা, প্লিজ! কিবাকিবিবোৰ ভাবি লক্ষ্মীনাথৰ চকুহাল চলচলীয়া হৈ পৰিল। তেওঁৰ চকুলো সৰে। পকেটৰ পৰা ৰুমালখন উলিয়াই মুখখন মোহাৰি মোহাৰি লুইতৰ বিস্তৃত পৰিধিলৈ দৃষ্টি নিক্ষেপ কৰিলে। কেউফালে কেৱল পানী, নীলা পানী আৰু নীল আকাশ। সুদূৰৈত আকাশখনো ক'ৰবাৰ নীলাত মিলিছেগৈ।

পিচে বালিভাত খাই ঘৰলৈ ঘূৰি অহাৰ পাছত পুৰণি তেওঁৰ অন্ত্ৰ-ঘা অসুখে উক দিয়াত পুনৰ শেতেলিত পৰিবলগীয়া হ'ল। পৰিচৰ্যাৰ পাচত তেওঁৰ গাটো অলপ টনকিয়ালে। ইফালে এঘাৰ ফেব্ৰুৱাৰীত দীপিকাই কলিকতালৈ উভতিলে। বিদায় লগনত তিনিচুকীয়া ৰে'ল ষ্টেচনত পৰিয়ালৰ সকলোৰে সৈতে নুমলীয়া জীয়াৰীক পিতাকে মাথোঁ ক'লে, 'মা, ঈশ্বৰ সকলোতে বিৰাজমান, তুমি সকলো ঠাইতে ঈশ্বৰক পাবা,

এতিয়া যি ধৰ্ম লৈছা সেয়াও ঈশ্বৰক পোৱাৰে এটি পথ। আগলৈ মনোযোগেৰে নিজ ধ্যানত মন স্থিৰ কৰি ৰাখিবা।'

এই সন্দৰ্ভত তেওঁ বৰজীয়ৰী অৰুণালৈ লিখিলে, *'দীপিকা কাল কলিকাতায় চলে গেল। আমি যতদূৰ পাৰি তাকে আদৰ স্নেহ,.ভালবাসা দিয়ে ট্ৰীট কৰেছি, ও বৰাবৰ কৰব। সে একটা কাজ কৰে ফেলেছে, নিজেৰ কন্‌ভিক্‌চন মতো—অবিশ্যি উপদেষ্টা আৰু এনভেৰন্‌মেণ্ট এৰ ভিতৰে পৰে। চুৰি-ডাকাটি, কি অনা কোনেও ঘৃণনীয় কাজ কৰেনি। ঈশ্বৰকে পাওয়াৰ সেও একটা ৰাস্তা, আৰু যে নামেই তাঁকে ডাকা হউক।'*

হঠাতে খবৰ এটা পাই লক্ষ্মীনাথ ম্ৰিয়মান হৈ পৰিল। দুই মাৰ্চৰ পুৱা আঠ বাজি চল্লিশ মিনিট পাৰ হৈ যোৱাত গুৱাহাটীত চন্দ্ৰকুমাৰ আগৰৱালা পৰলোকপ্ৰাপ্ত হয়। অভিন্ন হৃদয় মাজিউৰ মৃত্যুত 'বেজে' বৰ আঘাত পালে। সেই বজ্ৰাঘাতৰ বাৰ্তা পাই লক্ষ্মীনাথে গভীৰ দুখেৰে প্ৰকাশ কৰিলে, *'বন্ধু, সখা, সুহৃদ, অভিন্ন হৃদয় মাজিউ! কাৰ্যটো হঠাৎ ওলোটা হ'ল। মইহে আগতে যাবলৈ ওলাইছিলো। মোক এৰি তুমি আগবাঢ়িলা। ঈশ্বৰৰ ইচ্ছাতে এনেকুৱা হৈয়েই থাকে। আজি মোৰ আঙুলি অৱশ, ডিঙি শুকান, জিভা কৰ্কৰীয়া, মোৰ গাত বল দিয়া প্ৰভু!'*

সবল হৈ সম্বলপুৰলৈ উভতি যোৱাৰ মানসেৰে তেওঁ কলিকতাত থকা যতীন্দ্ৰনাথ দুৱৰাক জনালে—'বিশ তাৰিখে পুৱা 'শ্বিলং মেইলত' বোধকৰো সাতমান বজাত শিয়ালদহ ষ্টেচন্ পামগৈ। তেতিয়াই হাওড়া ষ্টেচনলৈ ৰাওনা হ'ম। হাওড়াত ওৰে দিনটো থাকি 'বম্বে মেইল' ধৰি সম্বলপুৰলৈ গুচি যাম। হওড়াত তোমাক পালে ৰং পাম।'

সুদূৰ বৰোদাত থকা বৰজীয়াৰী অৰুণাকো জনালে—'চন্দ্ৰকুমাৰ আগৰৱালা সেদিন মাৰা গেলেন। আমি একলা পড়ে ৰইলাম।'

'কিন্তু হায়! লক্ষ্মীনাথৰ আশাবোৰ মনতে ডোঙা বান্ধি ৰ'ল। হঠাতে ওঠৰ মাৰ্চৰ নিশাৰ পৰা তেওঁৰ শৰীৰটোত আৰু দুৰ্বলতা অনুভৱ কৰিলে। সেই ৰাতিৰ পৰাই সিংহপুৰুষ লক্ষ্মীনাথে মৃত্যুৰ সৈতে সংগ্ৰাম কৰিবলৈ ধৰিলে। অসমী আইৰ বৰঘৰৰ মজিয়াত কেঁচাৰ মাত শুনা গ'ল!'

'উনৈশ শ আঠত্ৰিশ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহটো অসমীয়া জাতি তথা দেশৰ নিমিত্তে এটা কালিকালগা মাহ। মাহটোৰ আৰম্ভণিতে চন্দ্ৰকুমাৰ আগৰৱালা গ'ল। ছাব্বিশ মাৰ্চ শনিবাৰে বৰলুইতৰ পাৰত এক কৰুণ সুৰ বাজি উঠিল। লুইতৰ বুকুৰ ওপৰেৰে বলি থকা ফিৰফিৰিয়া মলয়া বতাহজাক হঠাতে বন্ধ হৈ পৰিল। লক্ষ্মীনাথৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ পৰিল! তেওঁ চিৰকাললৈ চকু মুদিলে।'

লুইতৰ পানীৰ ওপৰতে জন্ম লৈ, অসম সংগীত ৰচনা কৰি, গোটেই জীৱনটো ৰণক্লান্ত নোহোৱাকৈ দেশৰ দহৰ বাবে কাম কৰি যিগৰাকীয়ে সম্পত্তি স্বৰূপে লুইতখনক কৃপাবৰ বৰুৱাৰ শেষ উইলখন অসমীয়া জাতিলৈ পোনপ্ৰথমেই দান দি গ'ল, সেইগৰাকী মহান জাতীয় বীৰে লুইতৰ পাৰতেই শেষ নিশ্বাস ত্যাগ কৰিলে।

হাজাৰ-বিজাৰ ল'ৰা-বুঢ়াৰ চকুপানী আৰু আইসকলৰ উচুপনিৰ ধ্বনিৰে আৰম্ভ হ'ল—সমদল যাত্ৰা। খোল, তাললৈ বাপসকল ওলাই আহিল। সাহিত্যৰথীৰ নিথৰ দেহ আগত লৈ পৰুৱাৰ লানিৰ দৰে শোকাকুল ৰাইজৰ সমদল আগুৱাই পালেগৈ লুইতৰ পাৰ। ডিব্ৰুগড়ৰ পুষ্পনাথ ফুকনে মুৰ্খাগ্নি কৰাৰ পাছত দপ্-দপ্‌কৈ জ্বলি উঠা চিতাৰ ছাঁইবোৰ মহাবাহু ব্ৰহ্মপুত্ৰই নিজ দেহত মিলাই ল'লে—অসমীয়া জাতিৰ হিয়াৰ আমঠুক।

ইতিমধ্যে নাওখন আহি আহি আঁহতগুৰি বৰচাপৰিৰ ঘাটত চাপিলহি। নৈৰ ঘাটত কেইজনমান সমজুৱা বৈ আছেহি। তেওঁলোকে আথে-বেথে আলহী দুজনক আগবঢ়াই লৈ আহিল। মাধৱচন্দ্ৰই খগেন্দ্ৰনাথ বেজৰ খবৰ লোৱাত এজনে ক'লে—আমি আপোনালোক দুয়োজনকে তালৈকে লৈ যাবলৈ আহিছো। ৰাতিটো তাতেই থাকিব পাৰিব। আন এজনে ক'লে—খগেন্দ্ৰনাথ মাষ্টৰৰ গা ভাল নহয়। লাঠিৰ ভৰত কোনোমতে লৰক-নৰককৈ এখোজ-দুখোজ দিব পাৰে।

দুয়ো গৈ খগেন্দ্ৰনাথ বেজৰ বহা পোৱাত মাষ্টৰে শুকান হাঁহি এটা মাৰি ক'লে—আহা আহা মাধৱচন্দ্ৰ, ভালে আছাতো, পিছে এওঁ আমাৰ অতুলচন্দ্ৰ নহয় নে?

'হয়, ভাল চিন ৰাখিছে ছাৰ!'

'দিয়া হাত-ভৰি ধুই জিৰাই-সতাই লোৱা, কালিতো সভা আছেই' বুলি খগেন্দ্ৰনাথ মাষ্টৰে এটা হুমুনিয়াহ এৰিলে।

পিচদিনা দুপৰীয়া সভা আৰম্ভ হ'ল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সোঁৱৰণী সভা।

আঁহতগুৰি অঞ্চলৰ কেউদিশৰ পৰা ৰাইজ আহি গোট খালেহি। মাৰ বান্ধি ৰাইজ আহিছে। এনেতে আহ্বায়কজনে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে যোৱা চাবিশ মাৰ্চত ডিব্ৰুগড় চহৰত অসমৰ সৰ্বশ্ৰেষ্ঠ সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱাদেৱে বৈকুণ্ঠ গমন কৰিলে। তেওঁৰ মৃত্যুত শদিয়াৰ পৰা ধুবুৰীলৈকে জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱে বাবে বিনাই থকা অসমখনৰ সাহিত্য সিংহাসন শূন্য হৈ পৰিলেও, বীণখনিৰ তাঁৰকেই ডাল ঠন্-ঠনাই ছিগিলেও তাৰ অমিয়া সুৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে সদায়ে গুণ্ গুণাই থাকিব। থাকিব অনাদিকাললৈ।

সাহিত্যৰথীৰ তিৰোভাৱত দেশজুৰি শোকৰ ছায়া বিয়পি পৰিল। আলোচনী আৰু

বাতৰিকাকতত শোক-শ্ৰদ্ধাঞ্জলি প্ৰকাশিত হ'ল। ৰসৰাজক হেৰুৱাই অসম জয় পৰিল, অসমীয়া জয় পৰিল আৰু অসমৰ ঘৰে ঘৰে শোকৰ বিননি উঠিল—অসমৰ বাহিৰতো এই শোক তৰংগই ঢৌৱাই গ'ল। বিশ্বকবি ৰবীন্দ্ৰনাথে লিখিলে—'জীৱনে লক্ষ্মীনাথ বেজবৰুৱাৰ এই সাধনা অতন্দ্ৰিওছিল মৃত্যুৰ মধ্য দিয়া তাহাৰ এই প্ৰভাৱ বল লাভ কৰুক এই কামনা কৰি!'

তদুপৰি বংগদেশ, উৰিষ্যা, বৰোদা আদি ঠাইত সভা পাতি সেই ঠাইৰ ৰাইজে তেওঁৰ জ্ঞান-গৰিমাৰ কথা উল্লেখ কৰি সমবেদনা জনাইছে।

আজিৰ এই সভাত আমাৰ অনুৰোধ ৰক্ষা কৰি গুৱাহাটীৰ পৰা মাধৱচন্দ্ৰ বেজবৰুৱা, অতুলচন্দ্ৰ হাজৰিকা আৰু আমাৰ জিলা সদৰ নগাঁৱৰ পৰা ৰত্নকান্ত বৰকটকীদেৱ উপস্থিত হৈছে। মই তেওঁলোকক দুষাৰিমান ক'বলৈ আহ্বান জনাইছো।

মাধৱচন্দ্ৰ বেজবৰুৱাই ক'লে—অসমীয়া সাহিত্যৰ সৰ্বাধিনায়ক লক্ষ্মীনাথে অসম মাতৃৰ কোলাত চিৰবিশ্ৰাম লোৱাত কবি যতীন্দ্ৰনাথ দুৱৰাই বিনালে—

*'লুইতৰ বুকুতে জনম লভিলা*
*লুইতৰ বালিতে মহাপ্ৰয়াণ*
*লুইতৰ সুৰেৰে সুৰ বান্ধি লই*
*দিলা অসমক হেৰোৱা প্ৰাণ।'*

কবি ৰত্নকান্ত বৰকাকতীয়ে স্ব-লিখিত কবিতাৰে বিনালে—

*একেটি সিংহ অৰণ্য মাজৰ*
*আজি কি ইঠাই সুপ্ত ৰ'ল?*
*একেটি চন্দ্ৰ এখনি নভৰ*
*চাওঁতে থিতাতে লুপ্ত হ'ল?*

০ ০ ০

*হ'ল নে শ্মশান আজি হৈ অসম*
*চিতা-ভস্ম ধুসে আকাশ ছানি?*
*বিলাপ বাউলী অসমীয়া ভাষা*
*হেৰাল সঁচানে আঁচল মণি?*

০ ০ ০

*এহাতে গাণ্ডীৱ চিৰ ধনুৰ্ধৰ*
*ইহাতে ৰসৰ মোহন বেণু;*
*অন্তৰ্ধান আজি সেই লক্ষ্মীনাথ*
*কেনি যে উৰিল সৰগৰেণু?*

অতুলচন্দ্ৰ হাজৰিকাদেৱে স্ব-লিখিত কবিতাৰে লক্ষ্মীনাথক স্মৰণ কৰিলে—

*মহাবাহু লুইতত কৰি অস্থি-দান*
*বীৰবাহু বেজবৰুৱাই*
*অসমৰ বতাহত চিৰদিন লই*
*চিতা-ভস্ম দিলে উৰুৱাই।*
*কৰাগ'ই যুগমীয়া বৈকুণ্ঠ নিবাস*
*গুৰুজনে যাচিব নিৰ্মালি,*
*বন্ধু তম হেম চন্দ্ৰ কমলাকান্তৰে*
*অজৰিবা কৰিবা ধেমালি।*
*দেৱতাৰ বেশ ল'ই অশৰীৰী বেশে*
*অসমতে থাকিবা সদায়*
*অসমৰ আকাশতে ভোটাতৰা হ'ই*
*চিৰকালে ৰ'বা পোহৰাই।*

সভাপতি আসনত বহি খগেন্দ্ৰনাথ বেজে লাখুটিত ভৰ দি থোকা-থুকি মাতেৰে ক'লে, 'ৰাইজ, আজি মোৰ জীৱনৰ অন্তিম সময়ত মোৰ প্ৰিয় ছাত্ৰ লক্ষ্মীনাথৰ শোকসভাত দু-আষাৰ ক'বলগীয়াত পৰিলো। মোতকৈ আৰু দুৰ্ভগীয়া অসমভূমিত কোনো ...।'

*খগেন্দ্ৰনাথ মাষ্টৰৰ আৰু মাত নোলাল।*
*সভাথলীত ৰাইজে হুৰাওৰাৰে বিনালে।*

মাধৱচন্দ্ৰই হাতত বীণখন লৈ আৰম্ভ কৰিলে—

*বোপাই মোৰ লুইত ঐ সামৰি লোৱা মোক*
*কোলাত থান এফেৰি দিয়া ;*

তেওঁ আৰু গীতটি গাব নোৱাৰিলে। দুয়োটি নয়ন অশ্ৰুসিক্ত হৈ পৰিল। হাতত লৈ থকা বীণখনৰ তাঁৰবোৰো যেন থন্-থনাই ছিগি গ'ল।

**সমাপ্ত**